***Asomor Bivinna Janagusthir Bibah Poddhoti***

a collection of articles of marriage ceremonial systems from various cast-community and religions of Assam, edited by Putali Kayastha and published by '**Satadal**'.
Guwahati, Dispur-6

---


**First Edition** : December, 2007.
**Price** : Rs.150.00 only

**প্ৰকাশক** : 'শতদল'
গুৱাহাটী - ৭৮১০০৬
দূৰভাষ ঃ ২২৬৯৩৩০

**প্ৰথম প্ৰকাশ** : ডিচেম্বৰ ২০০৭

**গ্ৰন্থস্বত্ব** : 'শতদল'

**পৰিবেশক** : গ্ৰন্থপীঠ, পাণবজাৰ, গুৱাহাটী-১
ষ্টুডেণ্ট হাউচ, সৰস্বতী মাৰ্কেট,
পাণবজাৰ, গুৱাহাটী-১

বেটুপাতৰ শিল্পী : শ্ৰীনীলপৱন বৰুৱা

**মূল্য** : ১৫০·০০ টকা

**মুদ্ৰক** : মিলেনিয়াম গ্ৰাফিক্স
অম্বিকাগিৰি নগৰ
আৰ.জি. বৰুৱা পথ
গুৱাহাটী- ২৪
দূৰভাষ ঃ ২২০০১২১

# অৰ্পণ

আমাৰ অনুষ্ঠানৰ প্ৰতিষ্ঠাপক সভাপতি
ড° যতীন মিপুনদেৱ,
যিজন 'শতদল'ৰ
প্ৰতিজন সদস্য-সদস্যাৰ বাবে আছিল
প্ৰেৰণা আৰু উৎসাহৰ প্ৰতীক
সমাজৰ প্ৰতি সেৱা আগবঢ়োৱাত
মানসিক ইন্ধন যোগাওতা
আৰু
যিজনৰ সামাজিক চেতনাবোধৰ তুলনা নাছিল
বিচাৰিছিল অসমবাসীৰ মাজত ঐক্য-সম্প্ৰীতি
সেইজন
আমাৰ শ্ৰদ্ধেয় ব্যক্তি
প্ৰয়াত ড° যতীন মিপুনদেৱৰ
স্মৃতিত
আমাৰ এই গ্ৰন্থখনি অৰ্পণ কৰিলোঁ।

সম্পাদনা সমিতি
'শতদল'

# সম্পাদনা সমিতি

ড° নবীন চন্দ্ৰ শৰ্মা

হৰেন্দ্ৰনাথ বৰা

পুতলী কায়স্থ

ভদ্ৰেশ্বৰ মেধি

উৎপলা বৰুৱা

দিপ্তী তামুলী শৰ্মা

# সম্পাদকীয়

শস্য-শ্যামলা সুজলা-সুফলা মলয়জ শীতলা অসম, ভিন্ন ধৰ্ম-বৰ্ণ-গোষ্ঠীৰ বাৰেৰহণীয়া সংস্কৃতিৰ ৰম্য-পুৰী। বৰ অসমৰ দিনৰে পৰা যুগ যুগ ধৰি অসমৰ বুকুত বসবাস কৰি অহা প্ৰতিটো জনগোষ্ঠীয়ে স্বকীয় পৰম্পৰা ৰক্ষা কৰি বিভিন্ন আচাৰ-অনুষ্ঠান পালন কৰি আহিছে।

কালৰ কুটিল গতিত পৰি এসময়ৰ বৰ অসম আজি ক্ষুদ্ৰ অসমলৈ পৰ্যবসিক হ'ল। কোনে জানে এই ক্ষুদ্ৰ অসমো অনাগত দিনত আৰু কিমান ক্ষুদ্ৰায়তন হ'বগৈ, হৃদয়ে হৃদয়ে বান্ধ খাই থকা মধুৰ আত্মীয়তাই কিমান দূৰত্ব বহন কৰিবগৈ...; সেয়া অদৃষ্ট সময়ৰ হাতত। তেনে বেদনাদায়ক সম্ভাব্য ভৱিষ্যতৰ বিপৰীতে বৰ্তমান অৱস্থাত প্ৰবাহিত হৈ থকা সুন্দৰতাখিনিৰ মাজত লুকাই থকা কৃষ্টি-সংস্কৃতিক সংৰক্ষণ কৰি ৰখাৰ প্ৰয়োজনীয়তা আছে বুলি আমি অনুধাৱন কৰো। তেনে এক প্ৰয়াসেৰেই বৰ্তমান অসমৰ জনজীৱনৰ অবিচ্ছেদ্য অংগস্বৰূপ 'বিবাহ অনুষ্ঠান'ৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে।

'বিবাহ' পৰম্পৰাগত এক সামাজিক অনুষ্ঠান। স্থান আৰু গোষ্ঠীভেদে বিভিন্ন সমাজত বিবাহৰ নীতি-নিয়মৰ তাৰতম্য আছে, আছে— বৈজ্ঞানিক আৰু অবৈজ্ঞানিক লোক-বিশ্বাসৰ পৰম্পৰা। তাৰোপৰি পাৰিপাৰ্শ্বিক অৱস্থাৰ প্ৰভাৱেও বিবাহৰ পৰম্পৰাগত ঐতিহ্য ৰক্ষাত বাধাৰ সৃষ্টি নকৰাকৈ থকা নাই। এই ক্ষেত্ৰত যুগৰ পৰিবৰ্তনকো নুই কৰিব নোৱাৰি। বৰ্তমান যুক্তি আৰু বাস্তৱমুখী বিশ্বায়নৰ যুগত নৱ-প্ৰজন্মই পৰম্পৰাগত লোকাচাৰসমূহক সম্পূৰ্ণৰূপে গ্ৰাহ্য কৰিব নিবিচাৰিলেও নৃতত্ত্বক অগ্ৰাহ্য কৰি চলাৰ ধৃষ্টতাও তেওঁলোকৰ নাই। সেয়েহে মানৱ জীৱনৰ ধাৰাবাহিক শৃংখলা ৰক্ষাৰ ক্ষেত্ৰত প্ৰজননৰ সামজিক স্বীকৃতি 'বিবাহ অনুষ্ঠান' ৰূপান্তৰৰ মাজেৰে হ'লেও যুগে যুগে বৰ্তি থাকিবই লাগিব। এই চিৰন্তন সত্যতাৰ পৰিপ্ৰেক্ষিতেই 'অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিবাহ পদ্ধতি'ক সংৰক্ষণৰ প্ৰচেষ্টা চলোৱা হৈছে।

ব্ৰহ্মপুত্ৰ-বৰাক উপত্যকা, কাৰ্বিআংলং আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰে গঠিত বৰ্তমানৰ অসমত বসবাস কৰা ভিন্ন ধৰ্ম-বৰ্ণ-গোষ্ঠীৰ স্বনামধন্য লেখক

সকলৰ পৰা দীৰ্ঘদিনীয়া প্ৰচেষ্টাৰে লেখনিসমূহ সংগ্ৰহ কৰা হৈছে। লেখনিসমূহৰ ক্ষেত্ৰত লেখকসকলৰ দায়বদ্ধতাক সৰোগত কৰিয়েই লেখনিসমূহ অপৰিবৰ্তিতভাবে ৰাখিবলৈ চেষ্টা কৰা হৈছে যদিও দুই এটা লেখনিত বাক্য গাঁথনি ইফাল-সিফাল কৰিব লগা হৈছে।

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত আগ্ৰহ প্ৰকাশ কৰি লেখনি পঠোৱা আৰু বিভিন্ন দিশত সহায়-সহযোগিতা তথা পৰামৰ্শ আগবঢ়াই কষ্ট আৰু ত্যাগ স্বীকাৰ কৰা সদাশয় ব্যক্তিসকললৈ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনালো। পাঠক সমাজৰ সমাদৰ লাভেই আমাৰ প্ৰেৰণাৰ উৎস হৈ ৰ'ব।

অনিচ্ছাকৃতভাবে গ্ৰন্থখনিত ৰৈ যোৱা ভুল-ভ্ৰান্তি আৰু আসোঁৱাহৰ বাবে সকলোৰে ওচৰত ক্ষমা ভিক্ষা মাগিলো।

পুতলী কায়স্থ
দূৰভাষ ঃ ৯৪৩৫০-৪৩৮২৪
গুৱাহাটী, অসম

# আগকথা

জীৱনযাত্ৰাৰ ব্যক্তিগত, সমষ্টিগত আৰু সংস্কৃতিগত ৰূপৰ মাজত এটি গুৰুত্বপূৰ্ণ অংশ অধিকাৰ কৰি থকা অনুষ্ঠান হৈছে বিবাহ পদ্ধতি। সকলো দেশৰ সকলো সমাজৰ পটভূমিত বিবাহ পদ্ধতিৰ শাস্ত্ৰগত(Canonical) আৰু আচাৰ-ৰীতিগত(Ritual) ৰূপ একোটাও নিহিত আছে। সময়ৰ পৰিবৰ্তনৰ লগে লগে একেখন সমাজৰ সুকীয়া সুকীয়া গোটসমূহৰ মাজত সেই পদ্ধতিয়ে পৰিবৰ্তন, সংস্কাৰ আৰু পৰিবৰ্দ্ধনৰ মাজেদিও গতি কৰিছে। গতিকে বিবাহ পদ্ধতিৰ সেই পৰিৱৰ্তনসমূহক ইতিহাসৰ দৃষ্টিকোণৰ পৰাও বিচাৰ কৰাৰ থল আছে। ধৰ্মব্যৱস্থা বা ধৰ্মীয় অনুশাসনে এখন সমাজক নিয়ন্ত্ৰণ কৰাৰ দৰে বিবাহৰ আচাৰ পদ্ধতিত ধৰ্মৰ গভীৰ প্ৰভাৱো নিহিত হৈ আছে। আনহাতেদি সকলো লোকবিশ্বাস, লোকাচাৰৰ স্থানীয় ৰূপভেদ(Variant form) থকাৰ দৰে একে ধৰ্মাৱলম্বী সমাজৰ মাজতো স্থানভেদে বিবাহ পদ্ধতিয়ে সুকীয়া সুকীয়া ৰূপ পৰিগ্ৰহণ কৰিছে বিশেষকৈ আচাৰ-ৰীতিবদ্ধতাৰ দিশত। একে সময়তে প্ৰতিষ্ঠিত সংস্কাৰবদ্ধতা আৰু আচাৰ-ৰীতি ভঙ্গ কৰি বিবাহৰ নতুন ৰূপ প্ৰৱৰ্তন কৰাৰ প্ৰসংগও ইয়াৰ মাজত জড়িত হৈ আছে। এনেদৰে বিবাহ পদ্ধতি যেন এখন প্ৰিজম(Prism) যাৰ মাজেদি সামাজিক-সাংস্কৃতিক বৈচিত্ৰ্যৰ বৰ্ণালী জিলিকি উঠে। ৰীতিমুক্ত, সংস্কাৰমুক্ত প্ৰাচীন গুহাবাসী মানুহৰ পৰা সুদীৰ্ঘ যাত্ৰাপথেদি অগ্ৰসৰ হৈ ৰীতিবদ্ধ, সংস্কাৰবদ্ধ হৈ পৰা আধুনিক মানুহৰ বিবাহৰ ৰীতি অধ্যয়ন কৰাৰ যি বৃহৎ ক্ষেত্ৰ পৰি আছে, কেৱল আধুনিক জীৱনতে চিত্ৰ-বিচিত্ৰ ৰূপ পৰিগ্ৰহণ কৰা বিবাহৰ ৰীতি বৈচিত্ৰ্যৰ বিষয়ে অধ্যয়নৰো ব্যাপক পৰিসৰ আছে।

অসমৰ পৰিপ্ৰেক্ষিতলৈ আহিলেও একে মন্তব্যই প্ৰযোজ্য হয়। নৃতত্ত্ব আৰু জাতিতত্ত্বৰ জীৱন্ত সংগ্ৰহালয়ৰূপে অভিহিত অসমৰ বহুজনগোষ্ঠীসম্ভূত বহল সমাজ আৰু সংস্কৃতিত বিবাহ পদ্ধতিৰ মাজত নানা ৰূপময়তাৰ সমাহাৰ ঘটিছে। বিবাহ তত্ত্বৰ সমৰূপতাৰ মাজতে প্ৰয়োগ, আচাৰবিধিৰ আনুষঙ্গিক দিশত প্ৰতিটো জনগোষ্ঠীৰ মাজতে নিজা নিজা ৰূপ একোটা আছে। সেইৰূপটোক

নিয়ন্ত্ৰণ কৰিছে সেইজনগোষ্ঠীৰ আচাৰ, ধৰ্ম, ৰীতি-নীতি, লোকবিশ্বাসৰ ক্ৰিয়াশীলতা বা পৰম্পৰাই। বিবাহ পদ্ধতিৰ সামগ্ৰিক বিচাৰৰ বাবে ৰখা প্ৰিজমখন অসমৰ বিবাহ পদ্ধতিৰ সন্মুখত ধৰি ৰাখি চালে ইয়াৰ বহুবৰ্ণ সমুজ্জ্বল ছবিখন দেখা পোৱা যাব। একেদৰে একেখন প্ৰিজমকে এখন সমাজ বা এটা জনগোষ্ঠীৰ পদ্ধতিৰ সন্মুখত ধৰি ৰাখিলে সেইখন সমাজৰ সংস্কৃতিৰ বৰ্ণালী দেখা পাম। এই আটাইবোৰ পৰিসৰত সুকীয়া সুকীয়া ৰূপত বিবাহ পদ্ধতিৰ বিষয়ে অধ্যয়নৰ ব্যাপক পৰিসৰ আছে।

'শতদল' নামৰ স্বেচ্ছাসেৱী সংস্থাটোৱে সীমিত জনশক্তি আৰু অৰ্থশক্তিৰে 'শতদল'ৰূপী অসমৰ সংস্কৃতি অধ্যয়নৰ দিশত আদৰ্শনীয় কাম কৰি আহিছে। একপ্ৰকাৰ উৎসৱচক্ৰ(Festival cycle)ৰ দৰে প্ৰচলিত অসমৰ বিহু উৎসৱৰ বিষয়ে এই সংস্থাটোৱে গুৰুত্বপূৰ্ণ অধ্যয়নত হাত দি অসমৰ কাতিবিহু আৰু মাঘবিহুৰ তাৎপৰ্যপূৰ্ণ অনুধ্যানসমৃদ্ধ সংকলনেৰে অসমৰ সংস্কৃতি অধ্যয়ন সমৃদ্ধ কৰিছে। শেহতীয়াকৈ "অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিবাহ পদ্ধতি"ৰ বিষয়ে এইখন গ্ৰন্থ প্ৰণয়নত হাত দি আন এটি প্ৰশংসনীয় ভূমিকাত 'শতদল' অৱতীৰ্ণ হৈছে। 'শতদল' পদ্মত এপাহ ফুলতে বহুপত্ৰ পল্লৱিত হোৱাৰ দৰে একেখন গ্ৰন্থতে অসমৰ বিবাহ পদ্ধতিৰ বহুপল্লৱিত, বহুবৰ্ণবিশিষ্ট প্ৰকাৰ্য আৰু তাৰ ৰূপৰ সামগ্ৰিক পৰিচয় দাঙি ধৰা হৈছে। 'শতদল'ৰ কৃতি আন দুখন গ্ৰন্থতো বিহুৰ বিষয়ে একে আদৰণীয় কামকে কৰা হৈছে। পূৰ্ব প্ৰকাশিত আন দুখন গ্ৰন্থৰ লগতে এইখন গ্ৰন্থ অসমৰ সংস্কৃতি অধ্যয়নৰ দিশত বিপুল সমল সম্ভাৰস্বৰূপ হোৱাৰ উপৰিও বিশ্লেষণৰো আধাৰস্বৰূপ হ'ব।

এই সুৰাগী প্ৰয়াসৰ বাবে 'শতদল'লৈ আন্তৰিক অভিনন্দন জনাইছো আৰু আশা কৰিছো অসমৰ সংস্কৃতিৰ বৰ্ণময়ৰূপৰ লেখ ৰখাৰ এনে শুভপ্ৰয়াস 'শতদলে' চলাই যাব।

অধ্যাপক,
ড° প্ৰদীপজ্যোতি মহন্ত
অসমীয়া বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়

# অৱতৰণিকা

বিশ্বজগতৰ সৰ্বত্ৰতে যেন এক মহামিলনৰ সুৰ নিনাদিত হৈ আছে, হৈ আছে ধ্বনিত-প্ৰতিধ্বনিত। সুৰে সুৰে মিলি সৃষ্টি হয় মহাসুৰৰ- সপ্তস্বৰৰ মিলনৰ পৰিণতিত সৃষ্টি হৈছে গীত-সংগীতৰ। জুৰি যিদৰে মিলিছে গৈ সুঁতিত, সুঁতি মিলিছে গৈ নৈত, নৈ মিলিছে গৈ নদ-নদীত, নদ-নদী মিলিছে গৈ মহানদীত, মহানদী মিলিত হৈছে সাগৰত, সাগৰ মিলিছে গৈ মহাসাগৰত। মহাসাগৰ মিলিত হৈছে অনন্তত। আকাশ-পৃথিৱীৰ মাজতো সেই একেই মহামিলনৰ সুৰ ধ্বনিত-প্ৰতিধ্বনিত। আত্মাই মিলিত হৈছে পৰমাত্মাৰ সৈতে।

এই মিলনৰ আছে সামাজিক, নৃতাত্ত্বিক, সাংস্কৃতিক, আধ্যাত্মিক, ধাৰ্মিক আৰু সৃষ্টিতাত্ত্বিক তাৎপৰ্য্য। শাৰীৰিক মিলন আৰু মানসিক মিলনৰ দৈহিক আৰু তাত্ত্বিক উদ্দেশ্য ৰক্ষিত হ'লেও এই মিলন যদি সমাজ-জীৱনৰ দ্বাৰা স্বীকৃত হয়— তেনেহ'লে তাত থাকিব আধ্যাত্মিক তাৎপৰ্য্য। পৰিদৃশ্যমান জগত মিলন-প্ৰক্ৰিয়াৰ আধাৰত প্ৰবৰ্তি আছে। জগৎ নামৰ সাৰ্থকতাও মিলনৰ মাজেৰেই ৰক্ষিত হৈ আহিছে। 'জগত'ৰ ব্যুৎপত্তিগত অৰ্থ এনেদৰে দেখুৱাব পাৰি ঃ গম্+ ক্বিপ্— অৰ্থাৎ যি গৈ থাকে; যি নিৰবচ্ছিন্ন গতিত গৈ আছে, এই কথাটোৰ অৰ্থাৎ গৈ থকা প্ৰক্ৰিয়াটোৰ তাৎপৰ্য্য ৰক্ষিত হ'ব লাগিলে পীৰিয়ে পীৰিয়ে মানুহ বা আন আন জীৱ-জন্তু আহি থাকিব লাগিব। গৈ থকা আৰু আহি থকা দুয়োটা প্ৰক্ৰিয়া সক্ৰিয় কৰি ৰাখিব লাগিলে— সন্তান জন্মিব লাগিব আৰু তাৰ বাবে প্ৰয়োজনীয় হ'ব পুৰুষ-স্ত্ৰীৰ মিলন। আন আন জীৱ-জন্তুৰ ক্ষেত্ৰতো মিলনৰ ফলতেই যে ন-ন পীৰিৰ জন্ম হৈ আহিছে তাক দোহোৰাৰ কোনো প্ৰয়োজন নাই। মানুহ ভিন্ন আন আন জীৱ-জন্তুৰ ক্ষেত্ৰত মিলনৰ পূৰ্বস্তৰৰ প্ৰয়োজন লক্ষ্য কৰা নাযায়; কিন্তু বিবেক সম্পন্ন মানুহে মিলনৰ পূৰ্ব স্তৰ স্বৰূপে আন এটি স্তৰৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল আৰু তাৰ পৰিণতিত বিয়া বা বিবাহ বা তেনেধৰণৰ এটি প্ৰক্ৰিয়াৰ প্ৰয়োজন হৈছিল। অৱশ্যে এইটো সত্য যে, আদিম সমাজত সন্তানৰ বাবে যি দৈহিক মিলন হৈছিল তাৰ পূৰ্ব স্তৰ বা প্ৰক্ৰিয়া আজিৰ দৰে নাথাকিলেও কিবা নহয় কিবা প্ৰকাৰে চলি আহিছিল। বীৰত্ব প্ৰদৰ্শন এনে প্ৰক্ৰিয়াৰ পৰিসীমাত ধৰা হৈছিল। সভ্যতাৰ অগ্ৰগতিৰ লগে লগে নাৰী-পুৰুষৰ দৈহিক আৰু মানসিক মিলনৰ পূৰ্ব স্তৰ স্বৰূপে দুই এটা আনুষ্ঠানিকতা পালিত হৈছিল আৰু আনুষ্ঠানিকতাই পথ

প্ৰশস্ত কৰি তুলিছিল বিবাহ সংস্কাৰৰ। বিবাহৰ মুখ্য উদ্দেশ্য সমাজত সম্বন্ধ স্থাপন আৰু মিলনৰ সেতু নিৰ্মাণ। বিবাহৰ সূত্ৰ পাশ্চাত্য পণ্ডিতসকলৰ দৃষ্টিত ঃ

স্থায়ীভাৱে মিলিত হৈ থাকিব পাৰিব বুলি ভবা আৰু সমাজৰ দ্বাৰা স্বীকৃত বা অনুমোদিত পুৰুষ-স্ত্ৰীৰ মিলনেই সাধাৰণভাৱে বিবাহ, বা বিয়া বা মিলন অথবা শুভমিলন। এই প্ৰসঙ্গত এগৰাকী নৃতত্ত্ববিদে এনেদৰে কৈছে ঃ

"...Socially Sanctioned mating entered into with the assumption of permanency."

জোৰা বন্ধা বা জোৰাপতাৰ মাধ্যমেৰে দুয়োটা পৰিয়ালৰ মাজত ঘৰুৱা আৰু সামাজিক গভীৰ সম্পৰ্ক গঢ়ি উঠে— এই সম্পৰ্কৰ প্ৰভাৱো সুদূৰ প্ৰসাৰী। বাস্তব অভিজ্ঞতা আৰু সামাজিক বাস্তৱতাৰ ফালৰ পৰা দেখা যায় যে, আমাৰ পাৰিবাৰিক জীৱনত যি গৰাকী নাৰীৰ সৈতে সহবাস বা জোৰা বান্ধি সতি-সন্তান, নাতি-পুতিৰ জন্ম দিয়া হয় তেওঁলোকৰ মাজত তেওঁলোকৰ মাতৃ-সম্পৰ্কীয় লোকৰ মাজতহে সামাজিক গাঢ়তা তুলনামূলকভাৱে গঢ়ি উঠে আৰু আনফালে পিতৃ সম্পৰ্কীয় সাম্বন্ধিক গভীৰতা লাহে লাহে কমি আহে। সাধাৰণতে মিথ্যা মনস্তাত্ত্বিক ধাৰণাৰ(Pseudo-Psychological Speculation) আধাৰত পুৰুষ অথবা নাৰী আৰু শহুৰ অথবা শাহুৰ সম্পৰ্কবোৰ নিৰ্ণীত হয়। শাহু সম্পৰ্কীয় নিষিদ্ধাচৰণৰ অপব্যাখ্যা কৰাৰ প্ৰৱণতাই ইয়াৰ নিদৰ্শন। শাহুৰ প্ৰতি থকা শত্ৰুতাপূৰ্ণ দৃষ্টিভংগী আৰু সন্মানজনক দৃষ্টিভংগী দুয়োটাৰ উৎস— একেটাই— একে ধৰণৰ ধাৰণাৰ বাহিৰে আন একো নহয়। আকৌ অৱচেতন অৱস্থা আৰু চেতন অৱস্থা উভয়ৰ মাজত থকা সাদৃশ্য আৰু বৈপৰিত্যৰ মাজতেই শাহুৰ প্ৰতি থকা সন্মান আৰু শত্ৰুতা — দুয়োটাই নিৰ্ভৰ কৰে। অৱচেতন মনত সৃষ্টি হোৱা এই শত্ৰুভাবসম্পন্ন দৃষ্টি উন্নীত হোৱাৰ বাবেই শাহুৰ প্ৰতি সন্মান বাঢ়ে বুলিও ক'ব নোৱাৰি। লোকসমাজত প্ৰচলিত দেওৰেকে ডাঙৰ ককায়েকৰ ঘৈণীৰ সৈতে নাইবা বৌ বা নবৌৰ সৈতে মৰা মুখ চুপতি অভ্যাসৰ মূলতো এনে ধাৰণা বৰ্তমান।

বিবাহৰ সংগী নিৰ্বাচন অৰ্থাৎ দৰা-কইনা নিৰ্ণয়ত বিশিষ্ট ভূমিকা গ্ৰহণ কৰে স্থানীয় আৰু সাম্বন্ধিক সম্পৰ্কই। ইয়াৰ বাহিৰেও এই ক্ষেত্ৰত উভয়পক্ষৰ সামাজিক অনুমোদনে অত্যন্ত গুৰুত্ব লাভ কৰে।

হিন্দুসকলৰ দৃষ্টিত বিবাহ সংস্কাৰগত। পৰম্পৰাগত বিশ্বাসৰ আধাৰত ক'ব পাৰি যে, বৈতৰণীৰ সোঁতত উটি অহা যিটো জীৱক (নাৰী-জীৱ), এই নদীটোৰ পাৰত থিয় হৈ থকা জীৱই(পুৰুষ) হাতত ধৰি টানি পাৰত তুলি তিল-চাউল-দূবৰি হাতত দিয়ে আৰু সেই জীৱটোৱে যদি সেইখিনি গ্ৰহণ কৰে তেনেহ'লে দুয়োৰে

মাজত জোৰা বান্ধ খায় অৰ্থাৎ স্বামী-স্ত্ৰীৰ সম্পৰ্ক-সম্বন্ধ গঢ়ি উঠে যুগ-যুগান্তৰৰ বাবে, সৰ্বকালৰ বাবে, আয়মান সৰ্বজীৱনৰ বাবে। এয়ে 'সংস্কাৰ'— যুগে যুগে অব্যাহত গতিত, নিৰবচ্ছিন্ন স্ৰোত ধাৰাৰ দৰে প্ৰবাহিত হৈ থাকে। হিন্দু বিবাহত ভোগেচ্ছা, কামেচ্ছা অংগীভূত হৈ নাথাকে— যিহেতু স্বামী-স্ত্ৰীৰ সম্পৰ্ক, গিৰিয়েক-ঘৈণীয়েকৰ সম্পৰ্ক দৈহিক সম্পৰ্কতে সীমিত নহয়, মানসিক মিলনতো সীমিত নহয়— আত্মিক মিলনতহে অসীমিত। বিবাহৰ উদ্দেশ্য বংশ ৰক্ষা—'পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা'— অৰ্থাৎ পুত্ৰৰ কাৰণেহে ভাৰ্য্যা গ্ৰহণ কৰা হয়। 'পুত্ৰ' শব্দৰ বহল পৰিসৰে পুত্ৰীকো সামৰে। পুৎ নামৰ নৰকৰ পৰা যি উদ্ধাৰ কৰে 'পুত্ৰ'। পত্নীৰ জৰিয়তে স্বামীয়ে দ্বিতীয়বাৰ জন্ম লাভ কৰে, সেইবাবে তেওঁ জায়া। জায়াই সেই কাৰণে স্বামীৰ দৰে সামাজিক-আৰ্থিক আৰু মনস্তাত্ত্বিক সন্মান লাভ কৰা উচিত। বিবাহৰ জৰিয়তে ধৰ্ম-অৰ্থ-কাম— এই তিনি পুৰুষাৰ্থৰ সিদ্ধি হয়— গতিকে চতুৰ্থ পুৰুষাৰ্থ অৰ্থাৎ মোক্ষৰ বাবে সুকীয়া চেষ্টা কৰিব নালাগে। সেইবাবে বাৎস্যায়নৰ কাম-শাস্ত্ৰত মংগলাচৰণ শ্লোকত দিয়া হৈছে এনেদৰে: ***ধৰ্ম-অৰ্থ-কামেভ্যো নমঃ***

ইয়াত ধৰ্ম শব্দৰ অৰ্থ কৰ্ম, কৰ্ম কৰিলে অৰ্থ অৰ্থাৎ টকা-পইচা হয় আৰু টকা-পইচা হ'লেহে কামনা চৰিতাৰ্থ কৰিব পাৰি বিবাহৰ জৰিয়তে। কামনাৰ সমাপ্তিত মোক্ষ আহিব অৰ্থাৎ ভোগৰ পৰিসমাপ্তি ঘটিব আৰু ত্যাগ অৰ্থাৎ বৈৰাগ্য আৰু সন্ন্যাসৰ উদয় হয়। ত্যাগৰ মনোভাৱে ভোগকো পৰিশীলন বা দমন কৰিব পাৰে। বিবাহৰ জৰিয়তে নৰ-নাৰীৰ মাজত সামাগ্ৰিকভাৱে ঐক্য-সংহতি আৰু একত্বৰ সৃষ্টি হয়। যৌৱন-উন্মাদনাৰ অংকুশ প্ৰকৃতাৰ্থত বিবাহ।

'বিবাহ' পদটোৰ ব্যুৎপত্তিমূলক অৰ্থ হৈছে:

বি-বিহ্+ঘঞ্ ভাব: অৰ্থাৎ বিশেষকৈ দায়িত্ব বহন; যি প্ৰক্ৰিয়াৰ জৰিয়তে স্বামী-স্ত্ৰী উভয়ে সাংসাৰিক, আধ্যাত্মিক, নৈতিক, ধাৰ্মিক আদি দিশত দায়িত্ব বহন কৰিবলগীয়া হয় তাৰ নামেই বিবাহ।

দায়িত্ব ল'ব পাৰিবনে নোৱাৰে — এটা সংকোচ আৰু সন্দেহ জনিত কাৰণত আজিকালি ডেকা-গাভৰুসকলে বিবাহ পাশত আবদ্ধ হ'বলৈ টান পায়; কিন্তু মনত ৰখা উচিত হ'ব যে, বিবাহ এটি পবিত্ৰ সামাজিক দায়িত্ব।

কন্যা সম্প্ৰদান, পাণি গ্ৰহণ, লাজহোমৰ সমষ্টিতেই অসমত প্ৰচলিত যজুৰ্বেদীয় বিবাহৰ পৰিসীমা সীমিত নহয়; যিহেতু সপ্তপদী গমন সম্পূৰ্ণ নোহোৱাকৈ হিন্দু-বিবাহ পৰিপূৰ্ণ হ'ব নোৱাৰে। হোমকুণ্ডৰ উত্তৰ ফালে পিঠাগুড়িৰে সাতোটা বৃত্ত অংকন কৰা হয় আৰু এই বৃত্ত কেইটিত একোপাতকৈ পাণ স্থাপন কৰি প্ৰতিপাত পাণৰ ওপৰত কন্যাই পদ অৰ্পণ কৰি ধীৰে ধীৰে যাব লাগে। কইনাই একো একোপাত

পাণত ভৰি দিয়াৰ লগে লগে দৰা বা বৰে বিষ্ণুৰ ওচৰত মন্ত্ৰসহ প্ৰাৰ্থনা কৰে। যেনে ঃ

(১) ওম্ একমিষে বিষ্ণুস্ত্বাং নয়তু।

(২) ওম্ দ্বে উৰ্জ্জে বিষ্ণুস্ত্বাং নয়তু।

(৩) ওম্ ত্ৰীণি বায়ৰেপাষায় বিষ্ণুস্ত্বাং নয়তু।

(৪) ওম্ চত্বাৰি ময়োভবায় বিষ্ণুস্ত্বাং নয়তু।

(৫) ওম্ পঞ্চ পশুভ্যো বিষ্ণুস্ত্বাং নয়তু।

(৬) ওম্ ষড় ঋতুভ্যো বিষ্ণুস্ত্বাং নয়তু।

(৭) ওম্ সখে সপ্তপদাভৱ সামামনুব্ৰতাভৱ বিষ্ণুস্ত্বাং নয়তু।

হিন্দু বিবাহ আৰু এই বিবাহ পদ্ধতিত বৰ্তমান দাৰ্শনিক তাৎপৰ্য্য। সেইবাবে ন্যায়তঃ হিন্দু দৰা-কইনা অথবা স্বামী-স্ত্ৰীৰ মাজত বিবাহ বিচ্ছেদ হ'ব নোৱাৰে। অৱশ্যে আধুনিক সমাজত ইয়াৰ ব্যতিক্ৰমো যে ঘটা নাই তেনেও নহয়।

অসমত পৰম্পৰাগতভাৱে চলি অহা বিবাহ-পদ্ধতিৰ আধাৰত দুই-তিনিখন গ্ৰন্থ ৰচিত হৈছে। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ "Marriage Customs of The Peoples of Assam"(১৮৯২); শ্ৰীবিজয় ভূষণ ঘোষচৌধুৰী প্ৰণীত 'আসাম ও বঙ্গদেশৰ বিবাহ পদ্ধতি' আদি উল্লেখযোগ্য। এই গ্ৰন্থ সমূহত সমগ্ৰ অসমত প্ৰচলিত বিবাহ বা বিয়া বা নিকাহৰ সামগ্ৰিক ৰূপটো পোৱা নাযায়। অসমৰ সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠান 'শতদল'ৰ সৌজন্যত লিখিত আৰু প্ৰকাশিত "অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিবাহ পদ্ধতি" নামৰ গ্ৰন্থখন নিশ্চিতভাৱে উল্লেখযোগ্য। তেত্ৰিছজন লেখকৰ তেত্ৰিছটা প্ৰবন্ধত অসমৰ বিভিন্ন জাতি-জনজাতি, হিন্দু-মুছলমান, মাৰোৱাৰী, নেপালী, অসমীয়া শিখ, শ্ৰীমন্ত শংকৰদেৱ সংঘ, বঙালী আদিৰ বিবাহ-পদ্ধতিৰ বিষয়ে পৰিচয়মূলক আলোচনা আগবঢ়োৱা হৈছে। ছাত্ৰ-ছাত্ৰী, গৱেষক-গৱেষিকা, সাধাৰণ পঢ়ুৱৈসকল যে গ্ৰন্থখনৰ জৰিয়তে উপকৃত হ'ব পাৰিব তাত সন্দেহ নাই ।

অৱসৰপ্ৰাপ্ত মূৰব্বী অধ্যাপক,
লোকসংস্কৃতি বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়

ড° নবীন চন্দ্ৰ শৰ্মা।
০৩।০৩।০৭



# 'শতদল'ৰ মেজৰ পৰা

পৃথিৱীত জন্ম গ্ৰহণ কৰা প্ৰতিজন মানুহেই নিজৰ নিজৰ দৃষ্টিভঙ্গীৰে জীৱনৰ লক্ষ্য আৰু উদ্দেশ্য নিৰ্দ্ধাৰণ কৰি লয়। ঠিক একেদৰেই বিভিন্ন সময়ত মানুহৰ দ্বাৰা গঠিত বিভিন্ন সামাজিক-সাংস্কৃতিক অনুষ্ঠান-প্ৰতিষ্ঠানসমূহৰ ক্ষেত্ৰতো নিজৰ লক্ষ্য আৰু উদ্দেশ্য নিৰূপণ কৰা হয়। এই দিশত ১৯৯৬ চনত গঠিত অসমৰ সামাজিক-সাংস্কৃতিক অনুষ্ঠান 'শতদল' ব্যতিক্ৰম নহয়। 'শতদল'ৰ লক্ষ্য আৰু উদ্দেশ্যৰ ভিতৰত সাহিত্য-সংস্কৃতিমূলক গ্ৰন্থ প্ৰকাশৰ বিষয়টোক এক গুৰুত্বপূৰ্ণ বিষয় হিচাপে লৈ বৰ্তমান অৱক্ষয় হ'ব খোজা অসমৰ পৰম্পৰাগত ঐক্য-সম্প্ৰীতিৰে সমৃদ্ধ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখনত বাস্তৱমুখী তথা সুদূৰ-প্ৰসাৰী সেতু বন্ধনৰ উদ্দেশ্যেৰে গ্ৰন্থ প্ৰকাশৰ কাম হাতত লোৱা হয়।

'শতদল'ৰ পৰিকল্পনা অনুসৰি ১৯৯৭ চনৰ পৰা আশাশুধীয়া প্ৰচেষ্টাৰে ২০০০ চনত অসমৰ বিভিন্ন স্থান আৰু গোষ্ঠী সমন্বিতে "অসমৰ মাঘবিহু" শীৰ্ষক গ্ৰন্থ এখনি অসমবাসীৰ হাতত তুলি দিয়া হয়। উক্ত গ্ৰন্থখনি হাতত লৈ অসমৰ বহুকেইজন প্ৰতিষ্ঠিত লেখক-সাহিত্যিক তথা পাঠকে 'শতদল'লৈ সৎ পৰামৰ্শ আগবঢ়াই 'শতদল'ৰ কৰ্মীসকলক উৎসাহিত কৰে। ইয়াৰ পাছত 'শতদল'ৰ তৰফৰ পৰা দ্বিতীয়খনি গ্ৰন্থৰ বাবে প্ৰস্তুতি চলোৱা হয়। ২০০১ চনৰ পৰা এই প্ৰস্তুতি আৰম্ভ কৰি শদিয়াৰ পৰা ধুবুৰীলৈকে ৩১খন গুৰুত্ব পূৰ্ণ ঠাই আৰু ২৫টা জনগোষ্ঠীৰ দ্বাৰা পালিত কাতি বিহুৰ বিৱৰণাত্মক লেখনিসহ ৫টা কাতি বিহু সম্পৰ্কীয় তত্ত্বগধুৰ প্ৰবন্ধৰে ২০০৪ চনত "কাতিবিহুৰ ৰূপৰেখা" শীৰ্ষক তথ্য সমৃদ্ধ গ্ৰন্থখনি ৰাইজৰ হাতত তুলি দিয়া হয়। প্ৰথমখনি গ্ৰন্থৰ অনুৰূপেই 'শতদল'ৰ দ্বিতীয়খনি গ্ৰন্থয়ো বিশিষ্ট লেখক-সাহিত্যিক তথা পাঠকৰ মাজত যথেষ্ট সমাদৰ লাভ কৰে।

গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত এয়া 'শতদল'ৰ তৃতীয় প্ৰয়াস। এইবাৰ 'শতদল'ৰ তৰফৰ পৰা "অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিবাহ পদ্ধতি" শীৰ্ষক গ্ৰন্থ এখনি প্ৰকাশৰ বাবে সিদ্ধান্ত গ্ৰহণ কৰা হয়। এই উপলক্ষে ২০০৫ চনৰ পৰা অসমৰ ভিন্ন ধৰ্ম-বৰ্ণ-গোষ্ঠী সমন্বিতে বিশিষ্ট লেখকসকলৰ পৰা বিবাহ পদ্ধতি সম্পৰ্কীয় লেখনি সংগ্ৰহৰ অভিযান আৰম্ভ কৰা হয়। 'শতদল'ৰ পৰিকল্পনা অনুসৰি ২০০৭

চনৰ মাৰ্চ মাহত অনুষ্ঠিত উত্তৰ-পূৱ গ্ৰন্থমেলাত উক্ত গ্ৰন্থখনি ৰাইজৰ হাতত তুলি দিয়াৰ মানস কৰি প্ৰস্তুতি চলোৱা হৈছিল। কিন্তু দুৰ্ভাগ্যজনকভাৱে ২০০৭ চনৰ জানুৱাৰী মাহত 'শতদল'ৰ সদা উৎসাহী, প্ৰেৰণাদাতা স্থায়ী সভাপতি ড° যতীন মিপুনদেৱক নিষ্ঠুৰ নিয়তিয়ে চিৰদিনৰ বাবে আমাৰ মাজৰ পৰা কাঢ়ি লৈ যোৱাত 'শতদল'ৰ পৰিকল্পিত কামৰ অগ্ৰগতিত বাধা আহি পৰে। হঠাতে 'শতদল'ৰ কৰ্মীসকল পিতৃহাৰা সন্তানৰ দৰে দিক্‌হাৰা হৈ পৰিব লগা হয়।

কিছুদিন বিৰতিৰ পাছত 'শতদল'ৰ ম্ৰিয়মাণ সদস্য-সদস্যাসকল একত্ৰিত হৈ অসমৰ সমাজ-সংস্কৃতিৰ প্ৰতি নৈতিক দায়িত্ব স্বীকাৰ কৰি সেৱা আগবঢ়াই যোৱা সভাপতি গৰাকীৰ প্ৰতি শ্ৰদ্ধা জনাই 'শতদল'ৰ পৰিকল্পিত কামত আগবাঢ়িবলৈ সিদ্ধান্ত গ্ৰহণ কৰে ; আৰু তেখেতৰ আসনখনি পূৰণৰ বাবে এজন উপযুক্ত ব্যক্তিৰ সন্ধান কৰিবলৈয়ো মনস্থ কৰে।

সৌভাগ্যক্ৰমে অসমৰ বিশিষ্ট প্ৰশাসনিক বিষয়া, 'শতদল'ৰ শুভাকাঙ্ক্ষী তথা সমাজ-সচেতক ব্যক্তি শ্ৰীযুত হৰেন্দ্ৰনাথ বৰাদেৱক 'শতদল'ৰ সভাপতিৰ আসনখনি অলংকৃত কৰিবলৈ অনুৰোধ জনোৱাত তেখেতে সন্মতি প্ৰদান কৰি 'শতদল'ৰ কৰ্মীসকলক কামত মনোনিবেশ কৰিবলৈ প্ৰেৰণা দিয়াত কিছুদিন পলমকৈ হ'লেও অসমবাসীৰ হাতত গ্ৰন্থখনি তুলি দিবলৈ 'শতদল' সমৰ্থ হয়।

'শতদল'ৰ উদ্যোগত এই গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ লোৱাৰ ক্ষেত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগৰ অৱসৰ প্ৰাপ্ত মুৰব্বী অধ্যাপক তথা 'শতদল'ৰ এগৰাকী অন্যতম উপদেষ্টা ড° নবীন চন্দ্ৰ শৰ্মাদেৱে অৱতৰণিকা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ড° প্ৰদীপ জ্যোতি মহন্তদেৱে আগকথা লিখি দিয়াৰ লগতে অসমৰ বিশিষ্ট শিক্ষাবিদ অধ্যাপক টাবুৰাম টাইদদেৱে আগবঢ়োৱা উৎসাহজনক পৰামৰ্শই আমাক অধিক অনুপ্ৰাণিত কৰে। আমি এই তিনিওগৰাকী বৰেণ্য পণ্ডিত ব্যক্তিলৈ 'শতদল'ৰ হৈ শ্ৰদ্ধা আৰু কৃতজ্ঞতা নিবেদিছো।

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত আমালৈ লেখা পঠোৱা লেখকসকলৰ অকুণ্ঠ সহযোগিতাৰ অবিহনে 'শতদল'ৰ এই চিন্তা বা পৰিকল্পনা কেতিয়াও সাৰ্থক নহ'লহেঁতেন। সেয়ে তেখেতসকলৰ ওচৰত 'শতদল'ৰ কৰ্মীসকল চিৰ ঋণী হৈ ৰ'লো। তাৰোপৰি এখন গ্ৰন্থৰ বাবে অপৰিহাৰ্য উপাদান অৰ্থযুক্ত বেটুপাত এটিৰ যি প্ৰয়োজনীয়তা তাক পূৰণ কৰিবৰ বাবে অসমৰ খ্যাতনামা শিল্পী,

'শতদল'ৰ অন্যতম উপদেষ্টা শ্ৰীযুত নীলপৱন বৰুৱাদেৱে নিজৰ কৰ্মময় তথা সাংসাৰিক জীৱনৰ অশেষ ব্যস্ততাৰ মাজতো যি ত্যাগ স্বীকাৰ কৰিলে, তাৰবাবে আমি তেখেতৰ ওচৰতো চিৰদিনৰ বাবে বাধিত হৈ ৰ'লো। লগতে গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত সু-পৰামৰ্শ আগবঢ়োৱাৰ বাবে শ্ৰীযুত নীহাৰেন্দ্ৰ চৌধুৰীদেৱ আৰু লেখনি, ফটো আদি সংগ্ৰহৰ ক্ষেত্ৰত বিভিন্নজনে আগবঢ়োৱা সহযোগিতাৰ বাবে আমি তেখেতসকলৰ ওচৰতো চিৰকৃতজ্ঞ হৈ ৰ'লো। আনহাতে গ্ৰন্থখনিক সম্পূৰ্ণৰূপ দি পাঠক তথা অসমৰ ৰাইজৰ মাজলৈ আগবঢ়াই দিয়াত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰা মিলেনিয়াম গ্ৰাফিক্স প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীযুত প্ৰদীপ চক্ৰৱৰ্তীসহ তেখেতৰ প্ৰেছৰ সমূহ কৰ্ম-কৰ্তালৈ 'শতদল'ৰ তৰফৰ পৰা অশেষ ধন্যবাদ জনালো।

গ্ৰন্থখনিত অসমৰ প্ৰতিটো জনগোষ্ঠীৰে বিবাহ পদ্ধতি সন্নিবিষ্ট কৰাৰ ইচ্ছা আছিল যদিও সেয়া সম্ভৱ হৈ নুঠিল। তথাপি বাৰেৰহণীয়া সংস্কৃতিপূৰ্ণ অসমৰ ধৰ্ম-বৰ্ণ-গোষ্ঠী নিৰ্বিশেষে বিবাহৰ তাত্বিক দিশ সামৰি মুঠ ৩৩টা লেখনিৰে গ্ৰন্থখনি প্ৰস্তুত কৰা হৈছে। লেখনিসমূহ প্ৰতিটো জনগোষ্ঠীৰে নিজা নিজা লেখক-সাহিত্যিকসকলৰ পৰা সংগ্ৰহ কৰা হৈছে যদিও স্থান-কাল- পাত্ৰভেদে বিবাহ পদ্ধতিৰ নীতি-নিয়মসমূহৰ ক্ষেত্ৰত পাৰ্থক্যও থাকিব পাৰে । সেয়েহে তেনেধৰণৰ খুটি-নাটি আৰু গ্ৰন্থখনিত বৈ যোৱা অনিচ্ছাকৃত ভুল-ভ্ৰান্তিৰ বাবে ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা মাগিছো।

'শতদল'ৰ পৰা প্ৰকাশিত **"অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিবাহ পদ্ধতি"** শীৰ্ষক এই গ্ৰন্থখনিয়ে অসমৰ পৰম্পৰাগত লোক-সংস্কৃতিৰ অংশ বিবাহ পদ্ধতিৰ ছবিখনি ধৰি ৰাখি অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতখনলৈ কিঞ্চিতমানো অৰিহণা যোগোৱাত সফল হৈছে বুলি জানিব পাৰিলে 'শতদল'ৰ কৰ্মীসকলৰ শ্ৰম সাৰ্থক হৈছে বুলি অনুধাৱন কৰিম। তাৰ বিচাৰ সম্পূৰ্ণৰূপে পাঠক তথা অসমবাসীৰ হাতত।

**'শতদল'ৰ হৈ**

**পুতলী কায়স্থ : ৯৪৩৫০-৪৩৮২৪**

**উৎপলা বৰুৱা : ৯৮৫৪৫-৩৬২৫৯**



# সূচীপত্ৰ

# বিবাহ

ড° বিজয় কুমাৰ শৰ্মা

জীৱন বৃত্তৰ লগত জড়িত হিন্দুৰ সংস্কাৰমূলক উৎসৱ-অনুষ্ঠানৰ ভিতৰত বিবাহেই গুৰুত্বপূৰ্ণ স্থান লাভ কৰিছে। চতুঃ প্ৰকাৰৰ পুৰুষাৰ্থৰ(ধৰ্ম, অৰ্থ, কাম, মোক্ষ) পৰিক্ৰমাত কামৰ স্থান নিশ্চিতভাৱে তাৎপৰ্যপূৰ্ণ। বিবাহৰ জৰিয়তে কাম পুৰুষাৰ্থৰ উদ্দেশ্য সিদ্ধি হয়, পুত্ৰ বা সন্তান লাভৰ জৰিয়তে পুৰুষে দ্বিতীয়বাৰ জন্ম লাভ কৰে আৰু সংসাৰৰ গতিও অপ্ৰতিহতভাৱে প্ৰবহমান হৈ থাকে।

গৃহ্যসূত্ৰৰ মতে গৃহ-যজ্ঞৰ মূল হৈছে বিবাহ। গৃহ্যসূত্ৰই আৰু কৈছে যে প্ৰত্যেকজন পুৰুষেই সাধাৰণ অৱস্থাত বিয়া-বাৰু কৰাই ঘৰ গৃহস্থী সুন্দৰভাৱে চলাব লাগে। বৈদিক যুগতো আন আন সংস্কাৰতকৈ বিয়াৰ ওপৰত সৰ্বাধিক গুৰুত্ব প্ৰদান কৰা হৈছিল। ঋক্‌বেদ, অথৰ্ববেদ আদিত ইয়াৰ উল্লেখ পোৱা যায়।[১] বৈদিক যুগৰ আৰ্যসকলৰ বাবে এখন মধুৰ ঘৰ, মনোৰমা অথচ গুণৱতী ভাৰ্য্যা এগৰাকী আৰু ঘৰচীয়া জন্তু এই তিনিটাই আছিল আকৰ্ষণৰ উৎস। ধৰ্মীয় চেতনাৰ বিকাশ হোৱাৰ লগে লগে বিবাহৰ পৰিসীমা শাৰীৰিক অথবা সামাজিক প্ৰয়োজনতেই সীমিত নাথাকি ধৰ্মীয় কৰ্তব্য ৰূপে বিবেচিত হ'বলৈ ধৰিলে। ইয়াৰ ফলশ্ৰুতিত বিবাহে যজ্ঞৰ স্থান লাভ কৰিলে। সেইবাবে কোৱা হৈছিল — যি সকল পুৰুষ বিবাহত আবদ্ধ হোৱা নাই তেওঁলোক যজ্ঞবিহীন অযজ্ঞো বা এষ যোহপত্নীক।[২] দ্বিতীয়তে বিবাহ অবিহনে পুৰুষ সম্পূৰ্ণ নহয়, কাৰণ পুৰুষ আৰু স্ত্ৰী উভয়ে পূৰ্ণ মানৱৰ অৰ্দ্ধ অঙ্গহে। দুই অৰ্দ্ধ অঙ্গ মিলি হয় এক পূৰ্ণ মানৱ ঃ অথো অৰ্দ্ধো বা এব আত্মনঃ যত্ পত্নী।[৩] তৈত্তিৰীয় আৰণ্যকত কোৱা হৈছে যে, পুৰুষে বিয়া কৰাই পুত্ৰ সন্তান জন্ম দিহে পিতৃ ঋণ পৰিশোধ কৰিব পাৰে।[৪]

অবিবাহিত জীৱনৰ প্ৰতি স্মৃতি যুগৰে পৰা ৰুক্ষভাব পোষণ কৰি অহা হৈছে। আনকি অবিবাহিত পুৰুষে ধৰ্মীয় কৃত্য সম্পাদন কৰিব নোৱাৰে বুলিও কোৱা হৈছে ঃ

---

১. ঋকবেদ, ১০/৮৫, অথৰ্ববেদ, ১৪/১/২

২. তৈত্তিৰীয় ব্ৰাহ্মণঃ ২।২।২।৬

৩. উঃ গ্ৰঃ ২।৯।৪।৭

৪. উঃ গ্ৰঃ

পত্নীধৰ্মাৰ্থিকামানাং কাৰণং প্ৰবৰং স্মৃতম্।
অপত্নীকো নৰো ভূপ কৰ্মযোগ্যা ন জায়তে।
ব্ৰাহ্মণঃ ক্ষত্ৰিয়ো বাহপি বৈশ্যঃ শূদ্ৰোহপি বা নৃপঃ।[৫]

আদিম সমাজতো সামাজিক, অৰ্থনৈতিক আদি নানা কাৰণবশতঃ বিয়াৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিয়া হৈছিল। যৌথ পৰিয়াল প্ৰীতি আদিম সমাজৰ অন্যতম বিশেষত্ব। এই সমাজত বিবাহ অনুষ্ঠিত হৈছিল পৰিয়ালৰ প্ৰয়োজনত, ব্যক্তি বিশেষৰ প্ৰয়োজনত বিবাহ অনুষ্ঠিত হোৱা নাছিল। অসম তথা ভাৰতৰ বিভিন্ন অঞ্চলৰ লোক জীৱনত অধুনাও যৌথ পৰিয়াল-প্ৰীতি আৰু পৰিয়ালৰ প্ৰয়োজন আগত ৰাখি বিবাহযোগ্য ডেকাই বিয়া কৰোৱা আদি ৰীতি পৰম্পৰাগতভাৱে চলিয়েই আছে। কৃষি কৰ্মত সহায় কৰা, ৰন্ধা-বঢ়া, বোৱা-কটা, ঘৰ-দুৱাৰ চলোৱা, বংশ ৰক্ষা আৰু সুস্থ-সবল সন্তান জন্ম দিয়া আদি উদ্দেশ্য আগত ৰাখি ভাতৃ-পুত্ৰাদিক বিয়া কৰোৱা হয়। পূৰ্ব-পুৰুষৰ পূজা, দেৱ-দেৱীৰ উপাসনা আদি সম্ভৱ হয় উত্তৰাধিকাৰীৰ জৰিয়তে। সন্তান হ'ল বিবাহৰ প্ৰত্যক্ষ ফল।

হিন্দু সকলে বিবাহ সম্পৰ্কে পোষণ কৰা উচ্চ মনোভাৱৰ লগত ইজ্ৰাইলৰ লোকে বিবাহ সম্পৰ্কে পোষণ কৰা মতৰ মিল লক্ষ্য কৰিব পাৰি। গ্ৰীচ দেশতো ধৰ্মীয় কৃত্য ৰূপেই বিবাহ পৰিগণিত হৈ আহিছে।[৬]

কোনো কোনো পণ্ডিতৰ মতে আদিম সমাজত প্ৰচলিত যৌন স্বৈৰাচাৰিতাৰ পটভূমিত বিবাহ-পৰম্পৰাৰ জন্ম। অন্যহাতে নৃতত্ত্ববিদসকলৰ মতে আদিম সংস্কৃতিত পুৰুষ আৰু স্ত্ৰীৰ মাজত নিৰ্বিচাৰে যৌন সম্পৰ্ক স্থাপিত হোৱা নাছিল।[৭]

হাবাৰ্ডৰ মতে উন্নত সমাজত এক বিবাহেই আছিল স্বাভাৱিক আৰু প্ৰচলিত বিবাহ। অন্য প্ৰকাৰৰ বিবাহবোৰ আদিম অৱস্থাৰ অৱনতি আৰু পশ্চাৎ গমনৰ ফলশ্ৰুতি মাথোন। স্বৈৰচাৰ মূলক সমাজে সুখৰ ঘৰ এখন নিৰ্মাণ কৰিব নোৱাৰে অথবা মানৱ জাতিৰ উৎকৰ্ষ সাধন কৰিব পৰা মহান গুণ আত্মত্যাগ, আত্মদান আদিৰ বিকাশ সাধন

---

৫. যাজ্ঞবল্ক্যঃ ১।৫১

৬. W. Goodsell : A History of the Family as a Social and Educational Institution, p. 88 ff.

৭. It is not of course impossible that among some peoples intercourse between the sexes may have been almost promiscuous. But there is not a shred of genuine evidence for the notion that Promiseuity even formed a general stage in the history of mankind.------ Although polygamy course among most existing peoples, and polyndry among some, monogamy is by for the most common form of human marriage. It was so among the ancient peoples of whom we have any direct knowledge. Monogamy is the form which is generally recognized and permitted. The great majority of peoples are, as a rule, monogamus, and other forms of marriages are usually modified in a monogamus, direction".
E. Westermarek : History of Human Marriage. Vol. I pp. 133-149.

কৰিব নোৱাৰে।[৮] বৈদিক মন্ত্ৰ আৰু গৃহ্যসূত্ৰত বিবাহৰ উদ্দেশ্য সমগ্ৰ জীৱনৰ বাবে সংগী লাভ। হিন্দুৰ দৃষ্টিভংগীমতে পুৰুষ আৰু স্ত্ৰী উভয়ৰে পশুত্ব আৰু উশৃংখলতা পৰিশোধন কৰি সুন্দৰ, আদৰ্শ স্থানীয় আৰু পূৰ্ণ জীৱনৰ প্ৰস্তুতিৰ অৰ্থে বিবাহৰ প্ৰয়োজন।

যৌন সম্পৰ্কই জীৱনৰ মুখ্য উদ্দেশ্য হ'ব নোৱাৰে, সুন্দৰ আৰু নিখুঁত গৃহাশ্ৰম, সন্তান লাভ আদিও যৌন জীৱনৰ লগত জড়িত। গতিকে বিবাহক কোনো প্ৰকাৰেই 'বৈধ বেশ্যাখানা' আখ্যা দিব নোৱাৰি।

স্মৃতিয়ে অষ্ট প্ৰকাৰৰ বিবাহৰ অনুমোদন কৰিছে, যেনে- ব্ৰাহ্ম, দৈব, আৰ্য, প্ৰাজাপত্য, আসুৰ, গান্ধৰ্ব, ৰাক্ষস আৰু পৈশাচ।[৯] এই অষ্ট প্ৰকাৰৰ বিবাহৰ অন্তৰ্গত কেইবাবিধো বৈদিক। গৃহ্যসূত্ৰৰ ভিতৰত কেৱল আশ্বলায়ন-গৃহ্যসূত্ৰতহে অষ্ট প্ৰকাৰৰ বিবাহৰ কথা উল্লেখ আছে। ইয়াৰ বিপৰীতে অধিক সংখ্যক গৃহ্যসূত্ৰত কেৱল ব্ৰাহ্ম আৰু শুল্ক(আসুৰ) এই দুই প্ৰকাৰৰ বিবাহৰ উল্লেখ হে পোৱা যায়।

মনুস্মৃতিত অষ্ট প্ৰকাৰৰ বিবাহক প্ৰশস্ত আৰু অপ্ৰশস্ত এই দুই ভাগত ভগাইছে।[১০] প্ৰথম চাৰিবিধ অৰ্থাৎ — ব্ৰাহ্ম, দৈৱ, আৰ্য আৰু প্ৰাজাপত্য প্ৰশস্ত বিবাহ আৰু দ্বিতীয় চাৰিবিধ অৰ্থাৎ — আসুৰ, গান্ধৰ্ব, ৰাক্ষস আৰু পৈশাচ অপ্ৰশস্ত বিবাহ।

বৰ্তমান হিন্দু সমাজত ওপৰোল্লিখিত অষ্ট প্ৰকাৰৰ বিবাহৰ ভিতৰত মাত্ৰ ব্ৰাহ্ম আৰু আসুৰ বিবাহৰ প্ৰচলন বিশেষভাৱে দেখা যায়। প্ৰথমবিধ বিবাহত কন্যাৰ পিতৃয়ে চৰিত্ৰবান, অধ্যয়নশীল, কৰ্মক্ষম যুৱকক বিষ্ণু ৰূপে আদৰি আনি নিজ কন্যাক বস্ত্ৰ অলঙ্কাৰেৰে সু-সজ্জিত কৰি কোনো ধৰণৰ চৰ্ত আৰোপ নকৰাকৈ বিয়া দিয়ে। ব্ৰাহ্ম বিবাহ পদ্ধতিত কইনা নাইবা দৰাৰ পিতৃ-মাতৃয়ে কোনো দাবী উত্থাপন কৰিব নোৱাৰে। আদিতে বৰ্তমানৰ ব্ৰাহ্ম বিবাহত গা-ধন দাবী কৰা হোৱা নাছিল। আসুৰ বিবাহ পদ্ধতিত কইনাৰ পিতাকে দৰাৰ পৰা গা-ধন বিচাৰে।

অসম তথা দৰঙৰ সামাজিক জীৱনত মুখ্যতঃ ব্ৰাহ্ম-বিবাহৰ প্ৰচলন দেখা যায়। অৱশ্যে ব্ৰাহ্ম বিবাহ পদ্ধতিৰ জমিনত(texture) যে আসুৰ বিবাহৰ বৈশিষ্ট্য সোমাই পৰা নাই তেনে নহয়। সাধাৰণতে কন্যা পুষ্পিতা নোহোৱাৰ পূৰ্বেই উপযুক্ত দৰা নিৰ্বাচন আৰু নিমন্ত্ৰণ কৰি আনি কন্যাৰ বাপেকে অন্ন-অলঙ্কাৰ, বেশ-ভূষা আদিৰে

---

৮. "In a prograssive society monogamy is the natural and usual form of marriage. Other forms of marriage are degradation or retrogression to the primitive conditions. Promiscuity never creates the home, nor engenders those noble sentiments of self-sacrifice and self-denial that have help to uplift human race".

Howard : A History of Matrimonial Institution, Vol.I, pp. 90-91.

৯. ব্ৰাহ্মো দৈৱস্তথৈবাৰ্ষঃ প্ৰাজাপত্যস্তথাসুৰঃ।
গান্ধৰ্বো ৰাক্ষসশ্চৈৱ পৈশাচশ্চাষ্টমোঽধমঃ।।,
মনুস্মৃতি, ৩।২১

১০. মনুস্মৃতি, ৩।২৪-২৫

নিজ কন্যাক সজ্জিত কৰি বিয়া দিয়ে। এই বিবাহ লোক সমাজত 'ধৰম বিয়া' ৰূপে পৰিচিত। ধৰম বিয়া যে ব্ৰাহ্ম বিবাহৰ স্থানীয় নাম তাক নুই কৰিব নোৱাৰি।

অন্যহাতে ব্ৰাহ্ম বিবাহৰ ক্ষেত্ৰতো দেখা যায় যে, কন্যাৰ বাপেকে নিজ খেলৰ ল'ৰা-ছোৱালী, পুৰুষ-স্ত্ৰী আদিক এসাঁজ খুৱাবৰ বাবে প্ৰয়োজনীয় যোগাৰ-পাতি, আয়তীৰ বাবে তেল-সেন্দূৰ, গুৰুজন, পুৰোহিত, নামঘৰ, গোসাঁইঘৰ আদিৰ বাবে এককালীন দান, কইনাৰ বাবে অয়-অলঙ্কাৰ, পোছাক-পৰিচ্ছদ আদি দৰা-পক্ষৰ ফালৰ পৰা লয়। দ্বিতীয়তে, কোনো কোনো প্ৰসংগত বিশেষকৈ অনুন্নত সমাজত কইনাৰ পিতাকে দৰাৰ পৰা ছোৱালীৰ মূল্য হিচাপে টকা-পইচা দাবী কৰে, আনকি কইনাৰ বাবে প্ৰয়োজনীয় অয়-অলঙ্কাৰ, পোছাক-পৰিচ্ছদ, বাচন-বৰ্তন, বাকচ আদিও দাবী কৰে। বিয়াৰ পূৰ্বেই এইবোৰ বস্তু আৰু ধন দৰা-পক্ষই আদায় দিব লাগিব। কইনাৰ বাপেক-মাক আৰু অণ্ডহী-বণ্ডহীসকল সন্তুষ্ট হৈ হে এই বিয়াত অনুমোদন জনায়। মনুস্মৃতিত আসুৰ বিবাহৰ বৈশিষ্ট্যৰ বিষয়ে এনেদৰে কোৱা হৈছে ঃ

জ্ঞাতিভ্যো দ্ৰবিণং দত্ত্বা কন্যায়ৈ চৈব শক্তিতঃ।
কন্যাপ্ৰদানং স্বাচ্ছন্দ্যাদাসুৰো ধৰ্ম উচ্যতে।।[১১]

অৰ্থাৎ যি বিবাহত দৰাই, কইনা আৰু কইনাৰ কুটুম্বাদিক ধন দি স্বাচ্ছন্দ্যভাৱে কইনাজনীক বিয়া কৰাই সেই বিবাহক আসুৰ বিবাহ বোলে।

আসুৰ বিবাহত দৰাই কইনাক এক প্ৰকাৰে কিনি অনাৰ দৰে হয়। গতিকে দৰঙৰ অঞ্চল, বিশেষকৈ অনুন্নত সমাজত যে আসুৰ বিবাহৰ বৈশিষ্ট্য প্ৰচলিত আছে তাত সন্দেহ নাই।

পিতৃ প্ৰধান সমাজত কোনো এটি পৰিয়ালৰ ল'ৰা-ছোৱালীক সেই পৰিয়ালৰ সম্পত্তি ৰূপে গণ্য কৰি ধনৰ বাবেই ছোৱালীক বিয়া দিব পাৰি বুলি ভবা হৈছিল। বৈদিক যুগতেই যথেষ্ট পৰিমাণৰ ধন লৈ ছোৱালী বিয়া দিয়াৰ পৰম্পৰাৰ সূত্ৰপাত নোহোৱাকৈ থকা নাছিল।[১২] আনকি ধনৰ লোভত কন্যাই নিজেই ধনী অথচ অনুপযুক্ত যুৱকক পতি নিৰ্বাচন কৰিছিল।[১৩]

লাহে লাহে এই প্ৰথাৰ প্ৰতি সমাজ জীৱন বিতুষ্ট হৈ উঠিল। বিবাহ পদ্ধতিত ধৰ্মীয় আদৰ্শ প্ৰৱেশ লাভ কৰাৰ লগে লগে গা-ধন লৈ ছোৱালী বিয়া দিয়া প্ৰথা কিছু পৰিমাণে পৰিহৃত হ'ল। ইয়াৰ পৰিণতি স্বৰূপে স্মৃতি প্ৰণেতা পণ্ডিতসকলেও আসুৰ বিবাহ পদ্ধতিক সামাজিক কু-প্ৰথা ৰূপেহে গণ্য কৰিবলৈ ধৰিলে। দ্বিতীয়তে, পৰম্পৰাগত প্ৰথা হিচাপেহে তেওঁলোকে আসুৰ বিবাহ পদ্ধতিক তাচ্ছিল্য কৰি কৈছে যে, এই পদ্ধতিত বিয়াৰ নামত ছোৱালী বিক্ৰী কৰাহে হয়।

---

১১. মনুস্মৃতি — ৩।৩১
১২. ঋক্‌বেদ ঃ ১।১০৭।২
১৩. কিয়তো যোষা মৰ্যতো বধূয়ে পৰিপ্ৰীতা পন্য সা বাৰ্যেণ, উঃ গ্ৰঃ ।১০।২৭।। ১২

মনুৰ ভাষাত ঃ

ন কন্যায়াঃ পিতা বিদ্বান্‌গৃহ্নীয়াচ্ছুল্কমৰপি।
গৃহ্ণং শুল্কং হি লোভেন স্যান্নৰোহপত্যবিক্রয়ী।।[১৪]

অৰ্থাৎ বুদ্ধিমান পিতৃয়ে কন্যাৰ বাবে নাম মাত্ৰও শুল্ক গ্ৰহণ নকৰে। লোভৰ দ্বাৰা আকৃষ্ট হৈ কন্যাৰ বাবে শুল্ক ললে সন্তান বিক্ৰী কৰাহে হয়। আপস্তম্বৰ মতে আনকি শূদ্ৰয়ো ছোৱালীৰ বিবাহৰ নামত দৰা পক্ষৰ পৰা শুল্ক গ্ৰহণ কৰা উচিত নহয়। ধন লৈ ছোৱালী বিয়া দিয়াৰ অৰ্থ ছোৱালী বিক্ৰী।[১৫] স্মৃতি প্ৰণেতা পণ্ডিতসকল আৰু এখোজ আগবাঢ়ি গৈ কৈছে যে, কিনি অনা পত্নীয়ে প্ৰকৃত পত্নীৰ স্থান লাভ কৰিব নোৱাৰে, আনকি তেওঁলোকে দেৱতা আৰু পিতৃৰ পূজা-উপাসনা, শ্ৰাদ্ধ আদিত অংশ গ্ৰহণ কৰিব নোৱাৰে। এই শ্ৰেণীৰ পত্নী দাসী হোৱাৰ হে উপযুক্ত।[১৬] আনকি দৰাৰ পৰা টকা লৈ ছোৱালী বিয়া দিয়া কাৰ্য্যক আত্মবিক্ৰয় ৰূপে আখ্যা দিয়া দেখা যায়। এনে পিতৃৰ সাতপুৰুষ পৰ্যন্ত নৰকত পৰে ঃ

শুল্কেন যে প্ৰয়চ্ছন্তি স্বসুতাং লোভমোহিতাঃ
আত্মবিক্ৰয়িণঃ পাপা মহাকিদ্বিষকাৰকাঃ।।
পতন্তি নিৰয়ে ঘোৰে ঘ্নন্তি চাসপ্তমীকুলম্।[১৭]

ধন লৈ ছোৱালী বিয়া দিয়া প্ৰথা গোপনে ভাৰতীয় সমাজত বিশেষকৈ অনুন্নত, অনগ্ৰসৰ আৰু জনজাতীয় সমাজত দেখা যায়। অসমতো এই প্ৰথাৰ প্ৰচলন লুকাই-চুৰকৈ হ'লেও আছে। প্ৰায় এশ বছৰৰ পূৰ্বে দৰঙৰ ব্ৰাহ্মণসকলৰ মাজতো কম বেছি পৰিমাণে ছোৱালী গা-ধন লৈ বিয়া দিয়াৰ উদাহৰণ পোৱা যায়। অৱশ্যে দৰাৰ দ্বিতীয় বিবাহৰ অৰ্থাৎ বৰলা দৰাৰ অথবা সতিনী থকা দৰাৰ ক্ষেত্ৰতহে গা-ধন লোৱা হৈছিল। বলদেৱপাৰাৰ বৰলা দৰা এজনে ভুক্তবাৰীৰ এঘৰৰ পৰা ছোৱালী বিয়া কৰাইছিল নগদ এহেজাৰ গুটি ধন আদায় দি। এহেজাৰ গুটি ধন দি বিয়া কৰাই অনা বাবে কইনা গৰাকীয়ে হাজাৰী কইনা আৰু শেষলৈ হাজাৰী বুঢ়ী ৰূপে পৰিচয় লাভ কৰিছিল। কোনো কোনো ক্ষেত্ৰত আকৌ বৰলা দৰাইবা প্ৰথম পক্ষৰ ল'ৰা-ছোৱালী নোহোৱা হেতু দ্বিতীয়বাৰ বিয়া কৰাবলৈ মন মেলা দৰাই ছোৱালী-ঘৰত গা-খাটি অৰ্থাৎ ঘৰ-দুৱাৰ বান্ধি দি অথবা বাৰী-ঘৰ পাতি দিহে ছোৱালী বিয়া কৰাবলৈ সক্ষম হৈছিল। বলদেৱপাৰাৰ এগৰাকী

---

১৪. মনুস্মৃতি ঃ ৩।৫১

১৫. আদদীত ন শূদ্ৰোহপি শুল্কং দুহিতৰং দদত্
শুল্কং হি গৃহ্ণন্কুৰুতে ছন্নং দুহিতৃবিক্ৰয়ম্।। আপস্তম্ব স্মৃতি ঃ ৯।৯৮

১৬. ক্ৰীতা দ্ৰব্যেণ যা নাৰী ন সা পত্নী বিধিয়তে।
ন সা দেৱে ন সা পিত্ৰ্যে দাসীং তাং কৱয়ো বিদুঃ।
বৌধায়ন ধৰ্মসূত্ৰ ঃ ১।২।২০

১৭. বৌধায়ন ধৰ্মসূত্ৰ ঃ ১।২।২০

লোকে প্ৰথম পক্ষৰ পৰা 'সাই-সন্তান' লাভ কৰিবলৈ অক্ষম হৈ দেৱানন্দ গাঁৱৰ এগৰাকী ছোৱালী বিয়া কৰাইছিল গা-ধন আৰু ঘৰ-বাৰী পাতি দি।[১৮]

পশ্চিম অসমত অন্ততঃ পঞ্চাশ বছৰ আগলৈকে কইনাৰ বাবে প্ৰয়োজনীয় অয়-অলঙ্কাৰ, গোছাক-পৰিচ্ছদ, খেলক ভোজ-ভাত খুওৱাৰ বাবে প্ৰয়োজনীয় সামগ্ৰী আদি আদায় দিহে ছোৱালী বিয়া কৰাবলৈ সক্ষম হৈছিল। অৱশ্যে দৰা-ঘৰৰ পৰা টকা লোৱাৰ পৰম্পৰা নাছিল, বয়বস্তু লোৱাৰ হে পৰম্পৰা প্ৰচলিত আছিল। আনকি দৰা-ঘৰৰ ফালৰ পৰা দিব লগীয়া বস্তুত 'খতি-খুন'(ক্ষতি-ক্ষুণ) থাকিলে কইনা-ঘৰীয়া বাইজে দৰাৰ পৰা জৰিমনাও আদায় কৰিছিল।[১৯]

দৰা-পক্ষই বিবেচনা কৰিছিল যে ছোৱালীক সুন্দৰকৈ সাজি-কাচি আনিব পৰাটো আৰু দাৰ(পত্নী)গ্ৰহণ উপলক্ষে ছোৱালীৰ খেলৰ আবাল-বৃদ্ধ-বণিতা, গুৰু-জ্ঞাতি, ইষ্ট-কুটুম্বক এসাঁজ ভালদৰে খুৱাব পৰাটো পূণ্যৰ কাম।

নাৰী সমাজৰ ফালৰ পৰাও কন্যাৰ সন্মান ৰক্ষা কৰি এনেদৰে বিয়া কৰাই আনিব পৰা কাৰ্য্যই নাৰীৰ সন্মান আৰু মৰ্যদাহে অক্ষুণ্ণ ৰাখিছিল। তাহানিৰ এই প্ৰথা উঠি যোৱাৰ ফলত নাৰী সমাজৰ সন্মানত আঘাত কৰা হৈছে।

সামাজিক উত্তৰণৰ লগত জড়িত উৎসৱ-অনুষ্ঠানৰ ভিতৰত বিবাহ অন্যতম। বিবাহ উৎসৱত বিচ্ছেদন, উত্তৰণ আৰু সমাজভূক্তন এই তিনিওটা বৈশিষ্ট্য স্পষ্ট। বিবাহ এনে এক মাধ্যম যাৰ সংযোগত দুটা বিভিন্ন পৰিয়াল, দুজন ব্যক্তি(দৰা আৰু কইনা)ৰ মাজত সামাজিক মিলন সংঘটিত হয় আৰু এই মিলনৰ দ্বাৰা পৰিয়াল দুটাও কিছু পৰিমাণে প্ৰভাবান্বিত হোৱা স্বাভাবিক। সামাজিক মিলনৰ পূৰ্বস্তৰক সামজিক উত্তৰণৰ প্ৰাৰম্ভিক অৱস্থা বুলিব পাৰি। এই স্তৰ বা অৱস্থাক বিবাহাৰ্থ বাগ্‌দান(betrothal) বোলা হয়। বাগ্‌দান বিবাহৰ অতি প্ৰয়োজনীয় অংগ। ইয়াৰ পৰৱৰ্তী অৱস্থাৰ নাম বিবাহ। বিবাহ স্বৰূপাৰ্থত স্থায়ী সমাজভুক্তন কৃত্যৰ সমষ্টি মাথোন। বিবাহ মুখ্যতঃ সামাজিক ক্ৰিয়া। দ্বিতীয়তে, বিবাহ অনুষ্ঠানে নিৰপত্তামূলক আৰু প্ৰজনন কৃত্য আদিও সামৰি লয়। এই কৃত্য সহানুভূতিপূৰ্ণ অথবা সংক্ৰামক, জীববাদমূলক অথবা গতিশীলতা বিশিষ্ট্য প্ৰত্যক্ষ বা পৰোক্ষমূলক। ইতিবাচক অথবা নেতি বাচক টেবু (taboo)ৰ সমন্বিত ৰূপো হ'ব পাৰে।[২০] তৃতীয়তে, ৰোগ প্ৰতিৰোধী, বিশোধক আৰু প্ৰজনন কৃত্যৰ লগতো বিবাহ উৎসৱৰ সম্পৰ্ক অস্বীকাৰ কৰিব নোৱাৰি[২১]।



---

১৮-১৯. সংবাদ দাতা : শ্ৰীনবীন চন্দ্ৰ শৰ্মা (৫০), হাজৰিকাপাৰা, ২৪।২।৮৭

২০. '.............marriage ceremonies also include protective and fertility rites which may be sympathetic or contagious, animistic or dynamistic, direct or indirect, and positive or negative(taboos).' Arnold van Gennep : Op-cit, p.117.

২১. Ibid,

# অন্তৰ্দৃষ্টিৰে বিবাহ

ডাঃ নোমল চন্দ্ৰ দাস

বিবাহ, শুভবিবাহ, শুভপৰিণয়, শুভমিলন আদি শব্দৰ যোগে যুগ্ম জীৱনৰ প্ৰস্তুতিৰ কথাকেই প্ৰকাশ কৰা হয়। বিবাহ বুলিলে মাৰ্জিত ভাষাত দৰা-কইনাৰ মিলন। মিলন বুলি কওঁতে অকল শাৰীৰিক মিলনেই নহয়, অন্তৰ্দৃষ্টিৰে বিবাহ শব্দই আৰু গভীৰ অৰ্থ বহন কৰে। আমাৰ দৃষ্টিত বিবাহ শব্দই শাৰীৰিক, মানসিক, সামাজিক আৰু আত্মিক— এই আটাইকেইটা মানৱীয় দিশৰ তাৎপৰ্য বহন কৰে। বৈদিক যুগৰ পৰাই বিবাহৰ ইতিহাস আছে। আনন্দ উৎসৱ কৰি অনুষ্ঠান পাতি ল'ৰা-ছোৱালীৰ যোৰ পতাই দিয়া কাৰ্যকে বিবাহ বুলি মানিলেও অন্তৰ্স্পৰ্শ নোহোৱা মিলন প্ৰকৃত মিলন নহয়। আমাৰ ভাৱনাত বিবাহ হৈছে সামাজিক দায়িত্ব পালন কৰি প্ৰজন্ম ৰক্ষা কৰাৰ এক সংস্কাৰমুখী প্ৰক্ৰিয়া। এনে অন্তৰ্দৃষ্টি ৰাখি যিকোনো প্ৰথাৰ, সংস্কাৰমুখী প্ৰক্ৰিয়াৰে, আনন্দ উৎসৱ কৰি দুটি শৰীৰ, দুটি মন, দুখন সমাজ, দুটি সংস্কৃতি আৰু দুটি আত্মাৰ মিলনকে প্ৰকৃতাৰ্থত বিবাহ বোলা উচিত। বিবাহ— দেৱী-দেৱতা অথবা সমাজক সাক্ষী কৰি লোৱা এক শপত। কিন্তু দেৱবো দেৱতা ঈশ্বৰক সাক্ষী কৰি বিবাহ পাশত আবদ্ধ হোৱাটো আধ্যাত্মিক দৃষ্টিৰে উত্তম, কিয়নো ঈশ্বৰক লুকুৱাই কোনো কাম কৰিব নোৱাৰি।

পৃথিৱীত, বিভিন্ন অঞ্চলত, বিভিন্ন প্ৰথাৰে বিবাহ কাৰ্য সম্পন্ন কৰা দেখা যায়। কিছুমান প্ৰথা নিয়মৰ বাবেহে নিয়ম। কিছুমান প্ৰথাত শিশুসুলভ আচৰণ দেখা যায়— য'ত ধন-ধান, গৰু-মহিষ, সোণ-ৰূপ আটাইবোৰ পাবলৈ আশীৰ্বাদ কৰা হয়। এইবোৰ সম্পদৰ প্ৰতি লালসা বৈদিক যুগৰ শিশুসুলভ আচাৰ। কৰ্ম নকৰিলে পাৰ্থিৱ সম্পদ ক'ৰ পৰা আহিব? যাৰ কৰ্মত বিশ্বাস আছে, তেওঁৰ হিয়াত হৰিয়ে থিত লয়। হৰিক সাক্ষাতে পালে পাৰ্থিৱ সম্পদৰ কি আৱশ্যক? কৰ্ম কৰিলে সম্পদ আপোনা-আপুনি নদীৰ সোঁতৰ দৰে বৈ আহিব। লালসাত আবদ্ধ মানৱে পৰিয়াল তথা সামাজিক বান্ধোন সততে উলংঘা কৰে। আন্তৰিক বান্ধোন ঢিলা হৈ পৰে। বান্ধোন স্থায়ী কৰিবলৈ অথবা প্ৰৱঞ্চনা বোধ কৰিবলৈ আইনৰ প্ৰয়োজন হ'ল। ১৯৫৫ চনৰ হিন্দু বিবাহ আইনমতে— দৰা আৰু কইনাৰ যিকোনো এক পক্ষৰ প্ৰচলিত প্ৰথা অনুযায়ী ধৰ্মীয়

আচাৰ আৰু উৎসৱ পদ্ধতিৰে(Inaccordance with customary rites and ceremonies) বিয়া হ'ব পাৰে। কিবা কাৰণত বিবাহ প্ৰথাৰ স্বীকৃতিৰ প্ৰশ্ন উঠিলে আইনৰ গণ্ডীত বিচাৰ হয়। আইনৰ বিচাৰত বিবাহ প্ৰথা স্বীকৃত বুলি ধৰিবলৈ সেই প্ৰথা কমেও ৩০ বছৰ কোনো পৰিবৰ্তন নোহোৱাকৈ একে লেখাৰিয়ে চলিব লাগিব [Ref. case law AIR 1959.Kerala, LT 979(1982)]

প্ৰাচীন পদ্ধতিত প্ৰচলিত আসুৰ, গান্ধৰ্ব, ৰাক্ষস আৰু পৈশাচ বিবাহ প্ৰথা নিকৃষ্ট বুলি বাতিল কৰা হয়। এই পদ্ধতিৰ অনুমোদিত প্ৰথা কেইটা হৈছে ব্ৰাহ্ম, দৈৱ, আৰ্য আৰু প্ৰাজাপত্য। আৰ্য পদ্ধতিৰ বহুবোৰ বিবাহ প্ৰথাৰ ভিতৰত বৰ্তমান আইনে সপ্তপদী গমন(য'ত দৰা- কইনাই একেলগে সাতপাক বা সাতখোজ দিয়াৰ লগে লগে বিবাহ বান্ধোন সম্পূৰ্ণ বুলি ধৰা হয়)ব্যৱস্থাকহে স্বীকৃতি দিয়ে। শ্ৰীমন্ত শংকৰদেৱ সংঘৰ বিবাহ পদ্ধতিও আইনৰ দ্বাৰা স্বীকৃত বিবাহ। কিয়নো সংঘৰ বিবাহ পদ্ধতি ত্ৰিশ বছৰৰো অধিক কাল একেলেথাৰিয়ে অন্তৰ্স্পৰ্শী মাতৃভাষাত(অসমীয়া) প্ৰচলিত হৈ আছে। সংঘৰ বিবাহ পদ্ধতি প্ৰাচীন হিন্দুশাস্ত্ৰত উল্লেখিত বিবাহৰে এক পৰিশোধিত ৰূপ। বিবাহ যেতিয়া হ'বই লাগে, প্ৰথাত লাগি আঁকোৰগোজ হৈ থাকিলে বিবাহ কেনেকৈ সম্ভৱ হ'ব। কোনো এক পক্ষ নমনীয় হৈ ইপ্সিত প্ৰথা অনুসৰি বিবাহ পাতিলে সকলোৰে বাবে মঙ্গলদায়ক হয়।

গুণৱান ল'ৰাক আমন্ত্ৰণ কৰি আনি কন্যা দান কৰাক ব্ৰাহ্ম বিবাহ বুলি প্ৰাচীন শাস্ত্ৰত উল্লেখ আছে। আজিকালিৰ ল'ৰাই জানো তেনেদৰে কন্যাক গ্ৰহণ কৰিব? ইয়াত ল'ৰা-ছোৱালীৰ পচন্দ-অপচন্দ, ধৰ্মীয় ৰীতি-নীতি, সংস্কৃতি, পৰিয়ালৰ অৰ্থনৈতিক অৱস্থা(ভৰণ-পোষণৰ ক্ষমতা), শিক্ষা-দীক্ষা আদি বিবেচনা কৰা হয়। ভাল চৰিত্ৰৰ বা নৈতিকতা থকা ল'ৰাই কু-চৰিত্ৰৰ ছোৱালীক পচন্দ নকৰে। সেইদৰে সু-চৰিত্ৰৰ ছোৱালীয়ে কু-চৰিত্ৰৰ ল'ৰাক মনে-প্ৰাণে গ্ৰহণ কৰিব নোৱাৰে। কু-চৰিত্ৰৰ ফলত বলপূৰ্বক বিবাহ বা বাধ্যত পৰি কৰা বিবাহ শান্তিপূৰ্ণ নহয়, বৰঞ্চ যুগ্মজীৱন বিষময় হৈ পৰে। এইবোৰ হ'ল দাম্পত্য জীৱনত চৰিত্ৰৰ প্ৰভাৱ।

দাম্পত্য জীৱনৰ লগৰীক নিৰ্বাচন কৰাৰ ক্ষেত্ৰত বিজ্ঞান সোমাই আছে। ডাক্তৰীজ্ঞানৰ আধাৰত বংশানুক্ৰমে চলিত কিছুমান বেমাৰ ধৰা পৰিছে। এই বেমাৰবোৰ জিন(Gene)যোগে প্ৰজন্মবোৰলৈ বিয়পি পৰে। কেইটামান নিশ্চিতভাৱে বিয়পা বেমাৰ হ'ল ডায়েবেটিছ্ বা বহুমূত্ৰ(Diabetes), উচ্চ ৰক্তচাপ(Hypertension), লিউক'ডাৰ্মা(Leukoderma),মানসিক ৰোগ(Psychiatric problems)আদি। কিবা কাৰণত কোনো প্ৰজন্মই এনেবোৰ 'জিন বিসংগতি' বেমাৰৰ পৰা সাৰি যোৱাও দেখা যায়। প্ৰজন্মবোৰে পিতৃ-মাতৃৰ জিনৰ চৰিত্ৰ পোৱাৰ মোক্ষম প্ৰমাণ হ'ল তেজৰ

গ্ৰুপ(Blood Group)। তেওঁলোকে হয় পিতৃৰ, নহয় মাতৃৰ তেজৰ গ্ৰুপ পাবই। মাতৃৰ আৰ এইচ (Rh Group) ঋনাত্মক(-Ve) আৰু পিতৃৰ ধনাত্মক(+Ve) হ'লে সন্তানৰ প্ৰতি ভাবুকি আহি পৰে। সেয়ে এনে(Rh-Ve)ছোৱালী আৰু(Rh +Ve) ল'ৰাৰ বিবাহত অনুমোদন জনাব নোৱাৰি। এইবোৰ সমস্যাৰ সমাধান দিবলৈ আজিকালি বহুবোৰ ঠাইত "বিয়া পৰামৰ্শদাতা"(Marriage counsell)সংস্থা গঢ়ি উঠিছে। বৰ্ত্তমান যুগত বিয়া পৰামৰ্শদাতা সংস্থাৰ প্ৰয়োজনো বাঢ়ি আহিছে। সভ্য মানুহৰ অসভ্য স্বভাৱৰ দোষত যৌন ক্ৰিয়াৰ দ্বাৰা সংক্ৰমিত হোৱা কেবাটাও মাৰাত্মক বেমাৰ ক্ৰমাৎ বাঢ়ি আহি মানৱ সমাজৰ বাবে ভাবুকিৰ সৃষ্টি কৰিছে। এইবোৰৰ ভিতৰত এইডছ্(AIDS), চিফিলিচ(Syphilis), গণৰীয়া(Gonorrhea), ক্লেমাইদিয়া(Clamydia) আদিয়েই প্ৰধান। এইবোৰৰ বীজাণুৱে অসুৰক্ষিত(Unprotected)যৌন ক্ৰিয়াৰ দ্বাৰা সম্ভোগকাৰীলৈ দুৰ্ভোগ কঢ়িয়াই আনে। পৃথিৱীত যৌন কৰ্মী উদ্বেগজনকভাৱে বাঢ়ি আহিছে। এই ক্ষেত্ৰত চৰকাৰ আৰু আইন নিষ্ক্ৰিয়। ইয়াৰ প্ৰধান দায়িত্ব ব্যক্তি সচেতন তথা সমাজ সচেতন জনসেৱী ব্যক্তিৰ ওপৰত ন্যস্ত হৈছে। এনেবোৰ কু-চৰিত্ৰৰ লোকক শ'লঠেকত পেলোৱাৰ উপযুক্ত সুযোগ—বিয়া। বিয়াৰ ক্ষেত্ৰত ব্যক্তিৰ দায়িত্ব, সমাজৰ দায়িত্ব তথা বিজ্ঞানৰ দায়িত্ব আছে। ব্ৰাহ্ম বিবাহত উপযুক্ত গুণবান পুত্ৰ বুলি কওঁতে এই আটাইবোৰ দিশ চাব লাগিব। বৈদিক যুগৰ পৰা চলি অহা হিন্দু-সামাজিক প্ৰথা অনুসৰি স্বামী আৰু পত্নীৰ এক আন্তৰিক যোগসূত্ৰ আছে। স্বামীক, পত্নীয়ে ভৰণ-পোষণৰ দায়িত্ব বহন কৰা গৰাকী বুলি উচ্চ আসন দি স্বামীগুৰু বুলি মান্য কৰে। আজিকালি শিক্ষা-দীক্ষাত আগবাঢ়ি স্বাৱলম্বী হোৱা বাবে পত্নীয়ে হিন্দু পৰিয়ালৰ স্বামী কেন্দ্ৰিক পৰম্পৰাৰ পৰিবৰ্তন বিচাৰে।

জীৱন সংগী নিৰ্বাচন এক বিজ্ঞান। শাৰীৰিক গঠন, মনৰ পবিত্ৰতা, সামাজিক দায়বদ্ধতাৰ প্ৰতি সচেতনতা, সু-স্বভাৱ-চৰিত্ৰ, সুপ্ত অথবা জাগ্ৰত বেমাৰৰ প্ৰাবল্যতা, যুগ সাপেক্ষে চলিব পৰাকৈ কাৰিকৰিক বা ব্যৱহাৰিক শিক্ষা আৰু আধ্যাত্মবাদীতা—এই সকলো গুণৰ সমাহাৰ হ'লেহে শান্তিপূৰ্ণ যুগ্মজীৱন আশা কৰিব পাৰি। বংশগুণ বহন কৰা "জিন"বোৰ বেলেগ বেলেগ ভৌগোলিক পৰিৱেশত বেলেগ বেলেগ। একে ধৰণৰ "জিন"ৰ লগত(মানে ওচৰৰ পৰিৱেশ বা সম্বন্ধ) মিলন হ'লে "জিন"ৰ অৱক্ষয় হয় আৰু সন্তান শাৰীৰিকভাৱে উন্নত মানৰ নহয়। সেয়ে দূৰ-দূৰণিৰ উন্নত "জিন"ৰ মিলন ঘটিলে উন্নত মানৰ মানৱ প্ৰজন্ম সৃষ্টি কৰিব পাৰি। শক্তিশালী বলধ গৰুৰ দ্বাৰা সংযোগ ঘটাই আমাৰ পাতি গাইৰ উন্নত মানৰ পোৱালী জন্ম দিয়া আমি দেখি আহিছো। বিয়াৰ ক্ষেত্ৰত এনেবোৰ বিবেচনাৰ বিজ্ঞানসম্মত তত্ত্ব আছে। নিজ বংশৰ ভিতৰত সেইবাবেই বিবাহ নিষিদ্ধ।

ভগবানৰ সৃষ্টিত প্ৰজননৰ বয়স নিৰ্দিষ্ট কৰি দিয়া আছে। যুগ্ম জীৱনৰ উদ্দেশ্য প্ৰজনন বুলিয়েই ক'ব পাৰি। সেইবাবে যোৰ পতা অথবা বিবাহৰ বয়স প্ৰজনন ক্ষমতা থকা বয়সেই উপযুক্ত। এই দিশত স্ত্ৰীৰ ক্ষেত্ৰত পুষ্পিতা হোৱাৰ পৰা মাহেকীয়া স্ৰাৱ বন্ধ হোৱাৰ বয়সলৈকে। সাধাৰণতে এই বয়স ১২ বছৰমানৰ পৰা ৪৫ বছৰ মানলৈ। শীত প্ৰধান আৰু গ্ৰীষ্ম প্ৰধান দেশত এই বয়সৰ কিছু তাৰতম্য ঘটে। শীত প্ৰধান দেশত পুষ্পিতা হোৱাৰ বয়স ১৬/১৭ বছৰমানলৈ পলম ঘটে। এনে বহু কথালৈ লক্ষ্য কৰি স্ত্ৰীৰ ক্ষেত্ৰত ১৮ বছৰ বয়সৰ পৰাহে বিবাহৰ উপযুক্ত বয়স বুলি বৰ্তমান ভাৰতৰ আইনে গ্ৰহণ কৰিছে। ল'ৰাৰ কাৰণে এই বয়স ২১ বছৰ ধাৰ্য কৰা হৈছে। পুৰুষ-মহিলা উভয়ৰে ক্ষেত্ৰত বিবাহ পলম হ'লে সতি-সন্ততিৰ গুণগত মান ক্ষতিগ্ৰস্ত হয় আৰু স্ত্ৰীৰ সন্তান জন্মৰ সময়ত জটিলতাৰ সৃষ্টি হ'ব পাৰে। যিসকলে দুৰ্দান্ত মনক সাধনা(ব্ৰহ্মচৰ্য পালন)ৰ দ্বাৰা শান্ত কৰি শুক্ৰকীট ৰক্ষা কৰে, তেওঁলোকৰ ক্ষেত্ৰত উন্নত মানৰ সন্তান হোৱাৰ সম্ভাৱনা বেছি। বৃদ্ধবয়সৰ সন্তান শাৰীৰিকভাৱে দুৰ্বল হয়। মন কৰিলে দেখা যায়— গছ এজোপা বুঢ়া হ'লে গুটিবোৰ নিকৃষ্টমানৰ হয়, শেষত ধেনা হৈ জাত-এৰাৰ দৰে হয়।

বিবাহৰ পাছত স্বামী-স্ত্ৰীয়ে ভগৱানক সাক্ষী কৰি যুগ্মজীৱন আৰম্ভ কৰিলে সু-সন্তান জন্ম দিবলৈ সক্ষম হয়। ভগৱানত আস্থা নৰখাকৈ(লুকুৱাই)যুগ্মজীৱন আৰম্ভ কৰিলে তেনে লোকৰ সন্তান চোৰ হোৱাৰে সম্ভাৱনা বেছি। সেইবাবেই হয়তো বৰ্তমান সমাজৰ সকলো ক্ষেত্ৰতে চোৰৰ সংখ্যা বৃদ্ধি পাইছে ।



# সামাজিক উৎসৱ বিয়া

বন্দনা চহৰীয়া নাথ

সামাজিক উৎসৱ বিয়া, অসমীয়া সংস্কৃতিৰ বাবে অমূল্য সম্পদ। মানুহৰ প্ৰয়োজন থকা সমাজত নাৰী-পুৰুষৰ যৌন আৰু যুগ্মজীৱনৰ আৰম্ভ আৰু বংশ বৃদ্ধিৰ বাবে বিয়া উৎসৱ সমাজৰ বাবে বৰ অপৰিহাৰ্য অংগ। তাৰ লগে লগে আনুষঙ্গিক অনুষ্ঠানবোৰৰো বৰ প্ৰয়োজন। সামাজিক প্ৰথামতে পতা বিয়াত বৈদিক পদ্ধতিৰ ক্ষেত্ৰত পুৰোহিত, হোম-যজ্ঞ থাকে। তাত পুৰোহিতৰ নিৰ্দেশ মতে মন্ত্ৰ গাই কন্যা সম্প্ৰদান আৰু মন্ত্ৰ পঢ়ি কন্যাক পাণি- গ্ৰহণ কৰা হয়। শঙ্কৰী ধৰ্মৰ সামাজিক বিয়াতো বৈদিক ক্ৰিয়াকৰ্ম নাথাকিলেও এজন পুৰোহিত( সেই সমাজত থকা মুখিয়াল লোক)ৰ জৰিয়তে দৰাই কইনাক পাণি- গ্ৰহণ কৰে। এই সামাজিক বিয়াৰ লগত জড়িত জোৰোণ পিন্ধোৱা, গাঁঠিয়ন খুন্দা, পানী তোলা, সুৰাগুৰি তোলা, মূৰত চাউল দিয়া, খোবা-খুবী আদি অনুষ্ঠান লোক-বিশ্বাস মতে অসমৰ জন-জীৱনৰ ওপৰত গঢ় লৈ উঠিছে । তাৰে ভিতৰত জোৰোণত মাছ দিয়া, বেইৰ তলত কণী পোতা, দৰা-কইনাক কণী খাবলৈ দিয়া, মূৰত চাউল দিয়া আদিয়ে প্ৰজননৰ প্ৰতীক আৰু উৰ্বৰা শক্তিক বুজায়। সামাজিক বিয়াখনত আবাল-বৃদ্ধ-বনিতাই সমানে ভাগ লয় যদিও মাইকী মানুহখিনিয়ে বিশেষকৈ আমপাত আঁৰি দিয়া, গাঁঠিয়ন খুন্দা, পানী-তোলা, নোৱাবৰ কাৰণে বেই সজোৱা, মড়ল সজোৱা, দুণৰিত চাউল-বন্তি ভৰোৱা আদি কামবোৰত ভাগ লয় । তদুপৰি বিয়াখনৰ লগত জড়িত বিয়ানামবোৰতো মাইকী মানুহৰে একক প্ৰাধান্য। এই বিয়া নামবোৰত শ্ৰীকৃষ্ণ-ৰুক্মিণী, হৰ-গৌৰী, ৰাম-সীতা আৰু প্ৰকৃতিৰ অপূৰ্ব দৃশ্য ৰাজিৰ বৰ্ণনা দাঙি ধৰা হয়। বিয়া নামবোৰৰ লগতে জড়িত আন এবিধ নাম হৈছে জোৰা নাম। এই জোৰা নামবোৰে কেতিয়াবা এচামক কন্দুৱায়, কেতিয়াবা এচামক হঁহুৱায়, আকৌ কেতিয়াবা সমাজত কাজিয়াৰো সৃষ্টি কৰে। বিয়ানামবোৰ অসমীয়া মাইকী মানুহৰ সৃষ্টি বুলিয়েই ক'ব পাৰি আৰু এইবোৰ মাইকী মানুহৰে মুখে মুখে চলি অহা বাবে বহুত লুপ্ত হৈ পৰিছে যদিও কিছুমান বিয়া নাম ছপা হৈ কিতাপ আকাৰে সংৰক্ষিত হোৱাও দেখা গৈছে।

*জোৰোণ দিয়া ঃ*

জোৰোণ সংস্কৃতিয়ে আজিকালি গাঁও-নগৰ সকলোকে একাকাৰ কৰি পেলাইছে। বিয়াৰ এদিন বা দুদিন আগতে জোৰোণ দিয়া হয়। আগতে নামনি অসমত বিয়াৰ আগদিনা ৰাতি "তেলৰ-ভাৰ" দিয়াৰ প্ৰথা আছিল। "তেলৰ-ভাৰ"ত চাউল, মাছ, খাহী(ছাগলী), তামোল-পাণ, নাৰিকল, অলঙ্কাৰ, কাপোৰ, তেল-সেন্দূৰ আদি কইনা আৰু কইনা-ঘৰৰ মানুহক দিয়া হৈছিল। তেলৰ ভাৰৰ কথা বিহগী কবি স্বৰ্গীয় ৰঘুনাথ চৌধাৰীদেৱৰ পচতীয়া নামৰ গদ্য পুথিত "মই আৰু ভাল মানুহ নহওঁ" পাঠটোতো পোৱা যায়। আজিকালি নামনি অসমৰ গাঁওবোৰত তেলৰ ভাৰ উঠি যোৱাৰ নিচিনাই হ'ল। জোৰোণত জোৰোণ দিবলৈ অহা দৰা-ঘৰৰ মানুহক আম-ডালি আঁৰা, কল পুলিৰ তলেদি আদৰি আনি কইনাৰ মাক আৰু নামতীবোৰে ৰভা-তলিত বহুৱায়। দুটা নিখুঁত মাটিৰ ঘটৰ ডিঙিত এঁৰা সূতা, ভিতৰত আৰৈ চাউল, মুখত আম পাত আৰু তামোল-পাণ দি দৰাৰ মাকে মড়লৰ ভিতৰত থয়। ভিতৰৰ পৰা কইনাক ওৰণি-বাৰণি দি আনি পাটীত বহুৱাই দিয়া হয়। নামতীসকলেও গায়—

"মাৰাৰ অলঙ্কাৰ থোৱা কাটি কাৰি,
দেউতাৰাৰ অলঙ্কাৰ থোৱা হে,
ৰামে দি পঠাইছে সুৱৰ্ণৰ অলঙ্কাৰ
ঐ ৰাম, আজি মাথা দোৱাই লোৱা হে।"

দৰাৰ মাকে দৰা-ঘৰৰ পৰা সাধ্যানুযায়ী তিনিযোৰ, পাঁচযোৰ, সাতযোৰ তেল-কাপোৰসহ কইনাৰ আগত শৰাইত সজাই দিয়ে। আৰ্চি, ফণি, ৰুমাল, তেল-সেন্দূৰো দিয়ে, আৰৈ চাউল আৰু তামোল-পাণেৰে সজাই দিয়া দুণৰিৰ পৰা তামোল এটা কইনাৰ মুৰত দি তাৰ ওপৰত কইনাক পিন্ধাবৰ বাবে নিয়া আঙঠিটো দি তাত তিনিবাৰ তেল দি সেই আঙঠিৰে সেন্দূৰ লগাই কইনাৰ শিৰত পিন্ধাই দিয়া হয়। তাৰ পিছত দৰা-ঘৰৰ অলংকাৰ পিন্ধাই, কাপোৰবোৰ গাত দিয়ে, মাছ এটা কোলাত দি কইনাক ভিতৰলৈ পঠিয়াই দিয়া হয়।

*গাঁঠিয়ন খুন্দা ঃ*

বিয়াৰ আগদিনা অধিবাস। সেইদিনা দিনটো কইনাৰ মাক, কইনা আৰু কইনা-দাতা তিনিও উপবাসে থকাৰ পিছত সন্ধিয়া কইনাই "হবিষান্ন" কৰাৰ আগে আগে অধিবাস, পূজা আৰু গাঁঠিয়ন খুন্দাৰ নিয়ম। কইনাৰ নোওৱা-ধোওৱা আৰু অধিবাস শেষ হ'লেই সাতজনী আয়তীয়ে এখন শিলৰ পটাত গাঁঠিয়ন, মুঠা, গন্ধ বিৰিণা থৈ, তেওঁলোকে উৰুলি দি গাঁঠিয়ন খুন্দা নামেৰে ঠাইখন মুখৰিত কৰি পটাগুটিটোৰে

পটাত গাঁঠিয়ন খুন্দে আৰু সেইবোৰ তেলত ডুবাই দুবৰিৰ আগেৰে কইনাৰ মূৰত দিয়া হয়।

*দৈয়ন দিয়া :*

দৈ, তিল আৰু আগ-গুৰি নকটা পাণেৰে বিয়াৰ দিনা পুৱা কইনাক দৰা-ঘৰৰ দুৱাৰ মুখতে পীৰা এখনত বহুৱাই দৈয়ন দিয়ে। তিল আৰু দৈ, কাঁহী এখনত লৈ সেইবোৰ পাণত লগাই কইনাৰ মুখৰ পৰা ভৰিলৈকে তিনিবাৰ সানি দিয়া হয়। উপস্থিত থকা লোকসকলেও ইজনে সিজনৰ মুখত সানি ৰং ধেমালি কৰে।

*ন-পুৰুষৰ শ্ৰাদ্ধ :*

বৈদিক যুগত মন্ত্ৰধ্বনিৰে পুৰোহিতে ন-পুৰুষৰ শ্ৰাদ্ধ পাতে, বিয়াৰ দিনা পুৱা। শ্ৰাদ্ধৰ পিছত দৰা বৈৰাগী হৈ যোৱাৰ নিয়ম। কিন্তু মাকে ৰভাৰ বাজ নৌ-হওঁতেই ঘৰলৈ মাতি আনিব লাগে। নহলে দৰা নিজে ঘূৰি আহিব নোৱাৰে।

*পানী তোলা :*

দৰা বা কইনা ধোওৱা মানুহজনীৰ স'তে আৰু তিনি গৰাকী বংশৰ ছোৱালী বা মাইকী মানুহে— সেন্দূৰৰ ফোঁট দিয়া ঘট লৈ আয়তীৰ উৰুলি জোকাৰণিত পানী তোলা নাম গাই গাই বৰ পুখুৰী বা নদীত পানী তোলে। পানী তোলোতে কইনাৰ মাক আৰু ঘট লোৱা কেইগৰাকীয়ে পানীত অলপ নামি গৈ চাৰিওফালে চাৰিখন তামোল ওচৰতে দলিয়াই দি লগতে এটা পইছা দি কটাৰিৰে পানী কাটি( পূৰণ চিন দি) তিনিবাৰ হৰিধ্বনিৰে মূল ঘটটো(কইনাৰ মাকে লোৱা ঘটটো) পানীৰে ভৰাই বাকী কেইগৰাকীৰো ঘটবোৰ পানীৰে ভৰাই ৰুমালেৰে ঘটৰ মুখ বোৰ ঢাকি পিছলৈ নাচাই ঘৰলৈ আহে।

*মূৰত চাউল দিয়া :*

ছোৱালী নোওৱাৰ পিছত বেইৰ তলতে মূৰত চাউল দিয়া হয়। দুগৰাকী আয়তীয়ে এখন চাদৰ পূবা-পশ্চিমাকৈ ধৰে— ছোৱালীৰ মূৰৰ ওপৰত। দুগৰাকী আয়তী উত্তৰ আৰু দক্ষিণ ফালে থিয় হৈ এটা খাৰৰ টোপোলা সোঁ আৰু বাওঁ ফালে তিনিবাৰ টোৱাই কাপোৰখনেৰে মাটিলৈ দলিমাৰি দিয়ে। তাৰ পিছত চাৰিখন থুৰিয়া তামোল আধা ছোবোৱাকৈ খাই কল পুলি চাৰিটাৰ গুৰিত পেলাই মুখ ধুই দাঁতত খৰিকা ল'বলৈ দি ছোৱালীক আগলৈও দাঁতত খৰিকা লোৱা নিয়মৰ অধীন কৰে।

*সুৱাগুৰি তোলা :*

সুৱাগুৰি তোলাত এমুঠি আখৈ, এমুঠি পিঠাগুড়ি, চাৰিখন থুৰিয়া তামোল, ৰঙা, ক'লা আৰু বগা সূতা কেইডালমান, চাৰিডাল খৰিকা, এগছি চাকি আৰু চাৰিটা

লাডুৰ প্ৰয়োজন। এইবোৰ এখন কুলাত লৈ কইনাৰ মাকে দৰাৰ কাষেদি আলিৰ কাষলৈ যায়(লগত আয়তীসকলো যায়), তাত ধূলিৰে সৰু এটা দ'ল সাজি তাৰ চাৰিওকাষে খৰিকা পুতি কাষত লাডু, থুৰিয়া তামোল আৰু আখৈ দিয়ে। তাৰ পিছত সেইবোৰ ভৰিৰ তলেৰে পশ্চিমফালে পেলাই দিয়ে। মুখত অলপ পানী লৈ ঘৰলৈ আহি ঘৰৰ খুঁটাৰ গুৰিত পানী পেলাই কইনাৰ কাণত "সা" কৈ দিয়ে।

দৰা আদৰি ৰভা তলিলৈ নিয়াৰ পিছত পুৰোহিতৰ মাঙ্গলিক মন্ত্ৰোচ্চাৰণৰ লগে লগে মাল্য প্ৰদান, আখৈৰ আহুতি, লগুণ-গাঁঠিৰ বন্ধন আৰু সপ্তপদী গমন এইবোৰ শুভকাৰ্য শেষ হোৱাৰ লগে লগে দৰা আৰু কইনাৰ যুগ্ম জীৱনবো আৰম্ভ হয়।

চাউলত আঙঠি লুকুৱা আৰু বিয়াৰ পিছদিনা খোবা-খুবি অনুষ্ঠানে উপস্থিত ৰাইজক আমোদ দিয়াৰ লগতে দুয়োজনকে খোবা-খুবি অনুষ্ঠানে পিছলৈ ভূত-প্ৰেতৰ পৰা কোনো অপায়-অমঙ্গল নোহোৱাকৈ ৰাখে বুলি বিশ্বাস কৰা হয়।



বি ঃ দ্ৰ ঃ লেখাটিত বৈদিক ক্ৰিয়াকৰ্মৰ সামাজিক বিয়াৰ আনুষঙ্গিক অনুষ্ঠানৰ বিষয়ে চমুকৈ লিখ হৈছে।

প্ৰাসংগিক গ্ৰন্থ ঃ বৰদলৈ, ড° নিৰ্মল প্ৰভা, অসমৰ লোক-সংস্কৃতি।

# বৰ' সমাজত বিবাহ পদ্ধতি

ড° ভূপেন নাৰ্জাৰী

মানুহ সমাজপ্ৰিয় জীব। সমাজত বসবাস কৰি বংশ বিস্তাৰ কৰিবৰ বাবেই প্ৰয়োজনীয় হৈপৰে বিয়াৰ। সমাজ ভেদে বিবাহ পদ্ধতিবোৰ বেলেগ বেলেগ দেখিবলৈ পোৱা যায়। বৰ' সমাজত কিছুমান পদ্ধতিৰ প্ৰচলন আছে আৰু সেই পদ্ধতিৰ মাজেদিয়ে বিবাহ সম্পন্ন কৰা হয়।

বৰ' ভাষাত বিয়াক 'হাবা' বোলা হয়। 'হাবা' শব্দৰ অন্তৰ্নিহিত অৰ্থ বৰ বহল আৰু তত্বপূৰ্ণ। উপৰুৱাকৈ চালে 'হা' আৰু 'বা' এই দুটা শব্দৰ সমাহাৰেই হ'ল 'হাবা'. 'হা' মানে হ'ল মাটি বা পৃথিৱী আৰু 'বা' মানে হ'ল বোকোচা লোৱা। অৰ্থাৎ 'হাবা' শব্দৰ অৰ্থ হ'ল মাটি বা পৃথিৱী বোকোচাত লোৱা। কিন্তু ইয়াৰ অন্তৰ্নিহিত অৰ্থ হ'ল 'সমুদ্ৰ সদৃশ' সংসাৰ সাগৰৰ ভাৰ বহন কৰা। " নাৰী আৰু পুৰুষৰ মিলনৰ পথ সূচল কৰি ন-পুৰুষৰ সৃষ্টিৰ কামনাৰে সংসাৰ চলাই নিয়াই হ'ল বিয়া। 'হা' পৃথিৱী অথবা সংসাৰ বা' বহন কৰা। সংসাৰৰ ভাৰ বহন কৰা। সেয়াই হ'ল 'হাবা'।"

বৰ' সমাজত ছয় প্ৰকাৰৰ বিবাহ পদ্ধতিৰ প্ৰচলন আছে। যেনে ঃ

(ক) হাবা গীলাউ(চাই মেলি কৰা বিয়া)

(খ) খাৰচন হৈনায়(ঘৰ সোমোৱা)

(গ) গীৰজিয়া লাখিনায়(ঘৰ জোঁৱাই ৰখা)

(ঘ) দংখা হাবনায়(ঢকা ৰখা)

(ঙ) বীনানৈ হাবা খালামনায়(বলপূৰ্বক ভাৱে টানি আনি বিয়া কৰা)

(চ) দীনখাৰ লাংনায়(পলুৱাই নি বিয়া কৰা)

*(ক) হাবা গীলাউ ঃ*

হাবা গীলাউক' সহজ ভাষাত চাই-চিতি কৰা বিয়া বুলিয়েই ক'ব পাৰি। দুয়োটা পৰিয়ালৰ সম্মতিক্ৰমে এই বিয়া হয়। এই পদ্ধতিত প্ৰথমতে দৰা-পক্ষৰ মানুহ ছোৱালীৰ ঘৰলৈ গৈ বিবাহ সম্পৰ্কে আলাপ আলোচনা কৰে। প্ৰথম পদক্ষেপত দৰা-পক্ষৰ মানুহ যাওঁতে মদ দুবটল, তামোল-পাণ এযোৰ আৰু ছোৱালীৰ হাতত হোৱাকৈ এযোৰ সোণৰ খাৰু(আসান ছাংখা) লৈ যাব লাগে। ছোৱালীৰ ঘৰত উপস্থিত হৈয়ে

প্ৰাথমিক আলাপ আলোচনাবোৰ কৰি দৰা-পক্ষৰ মানুহে মদৰ বটল আৰু পাণ-তামোল আগবঢ়াই দিয়ে। ছোৱালীৰ মাক-বাপেকে সাধাৰণতে সেই বস্তুবোৰ গ্ৰহণ কৰিবলৈ নিবিচাৰে। কিন্তু দৰা-ঘৰৰ মানুহৰ হেঁচাত পৰি সেইবোৰ গ্ৰহণ কৰিবলৈ বাধ্য হয়। তাৰপিছত খোৱা-বোৱা কৰি ওলাই আহিবৰ সময়ত সোণৰ খাৰুযোৰ 'নৌমান'ৰ(বৰঘৰৰ) পূব-দক্ষিণ কোণত ঘৰৰ ছালত ওলোমাই থৈ আহে। যদি সঁচাকৈ ছোৱালীজনীক মাক-বাপেকে বিয়া দিয়াৰ ইচ্ছা নাই তেনেহ'লে সোণৰ খাৰুযোৰ সাত দিনৰ ভিতৰত দৰা-ঘৰলৈ পঠিয়াই দিয়ে। ইয়াকেই 'আসান ফিননায়'(সোণৰ খাৰু ঘূৰাই দিয়া) বুলি কোৱা হয়। যদি সাত দিনৰ ভিতৰত সোণৰ খাৰুযোৰ ঘূৰাই নিদিয়ে, তেনেহ'লে দৰা-পক্ষই সন্মতি আছে বুলি ধৰি লয় আৰু পিছৰ কাৰ্যসূচীৰ বাবে যো-জা কৰে । সাধাৰণতে বিয়া হ'বনে নহয় সেই কথা সোণৰ খাৰুযোৰে সাত দিনৰ মূৰতে কৈ দিয়ে। তাৰ পিছত দুই/তিনিবাৰ যোগাযোগ কৰাৰ পিছত বিয়াৰ দিন-বাৰ ঠিক কৰা হয়। বৰ' সমাজত সাধাৰণতে তিথি লগ্ন চাই বিবাহ কাৰ্য সম্পাদন নকৰিছিল। কিন্তু বৰ্তমান ব্ৰহ্ম প্ৰথাৰে যিবোৰ বিয়া হয়, তাত তিথি লগ্ন সকলোবোৰ চাইহে কৰা হয়। হাবা গৌন্‌লাউ পদ্ধতিৰে পতা বিয়াকেই বৰ' সমাজত উচ্চ স্থান দিয়া হয়। এই পদ্ধতিৰে পতা বিয়াৰ লগত আনুষঙ্গিক বহু কথাৰ প্ৰতি লক্ষ্য কৰিবলগীয়া হয়। প্ৰথমে 'বৈৰাথী' কথাকেই আলোচনা কৰা যাওক।

'হাবা গৌলাউ'ৰ লগত 'বৈৰাথী'ৰ সম্বন্ধ — এৰাব নোৱাৰা সম্বন্ধ। 'বৈৰাথী' অবিহনে বৰ' সমাজত এই বিয়াৰ কথা কল্পনাই কৰিব নোৱাৰি। বৈৰাথী সাধাৰণতে চাৰিগৰাকী লাগে। তাৰে দুগৰাকীক 'গড় বৈৰাথী' আৰু আন দুগৰাকীক 'আইথা' বুলি কোৱা হয়। 'গড় বৈৰাথী' হ'বলৈ বিয়া হোৱা দুগৰাকী তিৰোতা লাগে। এই দুগৰাকীয়েই বিয়াৰ মুখ্য কামবোৰ কৰে। 'আইথা বৈৰাথী' হ'বলৈ বিয়া নকৰোৱা যিকোনো দুজনী ছোৱালী লাগে। ছোৱালী দুজনী দৰাৰ সম্বন্ধীয় হ'ব নালাগে। তেওঁলোকৰ আচৰণ ভদ্ৰ আৰু হাঁহি মাতি থকা বিধৰ হ'লে বেছি ভাল হয়। কিয়নো বহু ঠাইত কইনা-পক্ষৰ মানুহে তামোল- পাণ বিলোৱাৰ সময়ত জোকাই ফূৰ্ত্তি কৰা দেখিবলৈ পোৱা যায়। সেই জোকোৱাবোৰ মাৰ্জিত হ'ব লাগিব। 'বৈৰাথী' দুজনীয়েও কইনা-পক্ষৰ মানুহে জোকোৱাৰ প্ৰত্যুত্তৰ স্বৰূপে সিহঁতক জোকাই ৰং ৰহইচ কৰিব পাৰে।

'বৈৰাথী' দুজনীয়ে ৰঙা ৰঙৰ 'দখনা'(মেখেলা) পিন্ধিব লাগে। 'দখনা'ৰ ফুলবোৰ হ'ব লাগে 'আগৰ বীৰায়'(পুৰণিকলীয়া ফুল), সোণৰ আ-অলঙ্কাৰো সাধ্যানুযায়ী পিন্ধিব লাগে। তেওঁলোকে খোপাত 'বাঁহৰ ফণি' সজায় ৰাখিব লাগে। আজিকালি পিছে কোনো 'বৈৰাথী'য়ে বাঁহৰ ফণিয়েই হওক বা অইন ফণিয়েই হওক খোপাত নলয়।

'আইথা বৈৰাথী' দুজনীৰ কামৰ কোনো অন্ত নাই । তথাপি মুখ্য কাম হিচাপে তামোল-পাণ বিলোৱা আৰু ন-কইনাক দৰাৰ ঘৰৰ পৰা নিয়া সাজ-পাৰ, আ-অলঙ্কাৰ পিন্ধাই কইনাৰূপে সজাই তোলা। তাৰপিছতে ন-কইনাক আদৰি অনা হয়।

এই পদ্ধতিৰ বিয়াত 'বাৰলাংফা'ৰ ভূমিকাও উল্লেখ কৰিবলগীয়া। 'বাৰলাংফা'ৰ কোনো নির্দিষ্ট সাজ-পোছাক নাই যদিও তেওঁলোকে মূৰত ফুলাম গামোচাৰ পাগুৰি মাৰিব লাগে। 'বাৰলাংফা' দুজন থাকে। বহু ঠাইত এজন 'বাৰলাংফা'ই কাম সমাধা কৰা দেখা যায়। বিয়াৰ সময়ত 'বাৰলাংফা' সকলে দৰাৰ ঘৰৰ পৰা নিবলগীয়া ভাৰবোৰ কঢ়িয়াই নিব লাগে। সাধাৰণতে এজন 'বাৰলাংফা' ঠিক কৰিলে সেইজনে 'লাওখাৰ বিবান'(গৰখীয়া ভাৰ)ভাৰ বহন কৰিব লাগে আৰু যদি দুজন 'বাৰ লাংফা' ঠিক কৰা হয়, তেন্তে অন্যজনে 'গাহায় বিবান' (মূখ্য ভাৰ)ভাৰ বহন কৰিব লাগে। সাধাৰণতে তিনিটা অথবা পাঁচটা ভাৰ থাকে। বাকী ভাৰবোৰ গাঁৱৰ যিকোনো লোকেই বহন কৰিব পাৰে।

পূর্বতে এইপদ্ধতিৰ বিয়াৰ লগত এটা প্ৰথা অংগাংগীভাৱে জড়িত আছিল। সেয়া হ'ল 'অমাখথাং'। যিদিনা ছোৱালী আনিব লাগে সেইদিনাই আগতীয়াকৈ ভাৰবোৰ লৈ যাব লাগে। এই ভাৰবোৰত থাকে মদ, মাংস, তামোল-পাণ, কল, চাউল আদি। মাংসৰ ভিতৰত সাধাৰণতে গাহৰিৰ মাংসই নিয়া হয়। এটা গাহৰিৰ মূৰটো কাটি মাংসখিনি সমানে দুফাল কৰি এফাল দৰাৰ ঘৰত ৰাখি আন ফাল ছোৱালীৰ ঘৰলৈ ভাৰৰ লগতে নিব লাগে। দুফালৰ এফাল ছোৱালীৰ ঘৰলৈ নিয়া প্ৰথাটোকেই 'অমাখথাং' বুলি কয়। 'বাৰলাংফাই' এই গাহৰিৰ মূৰটোকে বোকোচাত বান্ধি লৈ নাচে। আজিকালি পিছে ভাৰ নিওঁতে মদ আৰু মাংসৰ প্ৰচলন একেবাৰে নাইকিয়া হ'ল। তাৰ ঠাইত চাহ, চেনি, গাখীৰ, পাণ-তামোল আদিয়ে ঠাই ল'লে। ভাৰ বান্ধোতেও বহু নীতি-নিয়ম মানি চলিব লাগে। বাঁহৰ কাঠিৰে 'খো'(টোম্) কেইবাটাও সজাই 'মৌসামেগন'(এবিধ গছ) গছৰ পাতেৰে য'ত যি দিব লাগে সকলোবোৰ বস্তু দি টোপোলা কৰি 'খো'ত ভৰাই দি ভাৰ বান্ধিবৰ বাবে কাটি থোৱা বাঁহ টুকুৰাৰ লগত এনেদৰে বান্ধিব লাগে যাতে 'খো'ৰ সকলোবোৰ ওলাই থকা কাঠি একেটা বান্ধোনতে বান্ধ খায়। এই ভাৰৰ বান্ধবোৰ ছোৱালীৰ গাঁৱৰ ৰাইজৰ সমুখতহে খোলা হয়। যদি বান্ধবোৰ বান্ধিব নেজানে তেনেহলে তাৰবাবে দৰা-পক্ষই দণ্ড ভৰিব লাগে। এই সকলোবোৰ হৈ যোৱাৰ পিছতহে খোৱা-বোৱাৰ ব্যৱস্থা কৰা হয়। ইতিমধ্যে দৰা-পক্ষৰ অইন মানুহবোৰো উপস্থিত হয়।

'বাৰলাংফা'ৰ কাম হ'ল বৈৰাথীসকলৰ লগত তামোল-পাণ বিলোৱাৰ সময়ত সহায় কৰা আৰু ন-কইনা উলিয়াই আনোতে নচা। বিশুবাভাই তেখেতৰ 'বৈৰাথী'

নামৰ বৰ' ভাষাত লিখা এটি প্ৰবন্ধত উল্লেখ কৰিছে যে, 'বাৰলাংফা'ই হেনো গাহৰিৰ মূৰ বোকোচাত বান্ধি লৈ নাচিছিল। "আজিকালি অৱশ্যে 'অমাখথাং' প্ৰথা নাই কাৰণে গাহৰিৰ মূৰ ল'বলৈয়ো সুবিধা নাপায়। তথাপি মাটিকেই বোকোচাত বান্ধি লৈ আজিও নাচে। ইয়াৰ অৰ্থ হ'ল, মাটি বা গাহৰিৰ মূৰটো হল সংসাৰৰ প্ৰতীক। 'বাৰলাংফা'ই যেনেকৈ সংসাৰৰ ভাৰ বহন কৰি নাচি- বাগি ফুৰিছে, ঠিক তেনেকৈয়ে ন-কৈ বিবাহ পাশত আবদ্ধ হোৱা নৱ-দম্পতীয়েও যেন সংসাৰৰ ভাৰ বহন কৰি নাচি-বাগি ফুৰে। ইয়াত নাচি-বাগি ফুৰাতো সুখে-সন্তোষে সংসাৰ চলাই নিয়া অৰ্থতহে ব্যৱহাৰ হৈছে।

ন-কইনাক দৰা-ঘৰলৈ আদৰি অনাটোও মন কৰিবলগীয়া। খাম্(মাদল), চিফুং(বাঁহী), জথা(খুটি তাল) আৰু ছেৰজা(ছেৰেঙ্গা)ৰ সুমধুৰ সুৰৰ লগত সংগতি ৰাখি 'বৈৰাথী' 'বাৰলাংফা' আৰু লগত যোৱা মানুহবোৰে নাচি-নাচি ন-কইনাক দৰা-ঘৰলৈ আদৰি আনিব লাগে। এনে কৰাৰ ঘাই উদ্দেশ্য হ'ল ন-কইনাক পিতৃ-মাতৃৰ বিচ্ছেদৰ শোক পাতলাই দিয়া আৰু খোজকাঢ়ি ভাগৰি পৰা দেহত ন-কৈসজীৱতা অনা।

বিবাহ কাৰ্য সম্পন্ন হোৱাৰ পিছতেই 'সাব্রি' অথবা 'গাওজৌন থাখা জানায়'(গা-ধন লোৱা), 'নিৰিখ বীছনায়'(সম্বন্ধ ছেদ কৰা), 'বাৰি বাৰসিনায়নি ৰাং লানায়'(বেৰ ভাঙি বাৰীত সোমোৱাৰ টকা লোৱা), 'মামাই মাৰা জানায়'(মোমায়েকে গা-ধন লোৱা) আদি কামবোৰ সমাধা কৰা হয়।

### *'সাব্রি' অথবা গাওজৌন থাখা জানায় :*

ছোৱালীক মাক-বাপেকে বিয়া হোৱালৈকে লালন-পালন কৰাৰ বাবদ দৰা-পক্ষৰ পৰা ধন লোৱা প্ৰথাকেই 'সাব্রি জানায়' অথবা 'গাওজৌন থাখা জানায়' বুলি কোৱা হয়। এই ধনৰ পৰিমাণ ছোৱালীৰ মাক-বাপেকৰ ইচ্ছানুসৰি হ'ব পাৰে। কিছুমান গাঁৱত অৱশ্যে ৰাইজে স্থিৰ কৰি দিয়া থাকে। সাধাৰণতে ছোৱালীৰ বাপেকে দুটি টকা অথবা এৰা গছৰ দুটি ফল নাইবা কেৰেন্দা(এন্দা)গছৰ দুটি ফলকেই টকাৰ প্ৰতীক হিচাপে লৈ গ্ৰহণ কৰে। এই ধনৰ লগতে মাক-বাপেকে মন কৰিলে গাহৰি একোটাও বিচাৰিব পাৰে। টকাৰ পৰিমাণো হাজাৰ টকালৈকে উঠিব পাৰে। কিন্তু বৰ্তমানে প্ৰায় সকলোৱে দুই টকাৰ পৰা পাঁচ টকাৰ ভিতৰতে গা-ধন লোৱাতো নিয়মৰ দৰে হৈ পৰিছে। টকাৰ প্ৰতীক হিচাপে এৰাগছৰ ফল আৰু কেৰেন্দা গছৰ ফল লোৱাটোও তাৎপৰ্যপূৰ্ণ। এই দুবিধ গছ বৰ' সমাজৰ লগত ওতপ্ৰোত ভাবে জড়িত। সেয়ে এই দুবিধ গছৰ ফল বিবাহ কাৰ্যত ব্যৱহাৰ কৰা হয়।

### *নিৰিখ বীছনায়(সম্বন্ধ ছেদ) :*

বিয়াৰ আগলৈকে মাক-বাপেকেই আছিল ছোৱালীৰ বাবে আপোনজন। কিন্তু বিয়াৰ পিছতেই গিৰিয়েকজনহে হৈ পৰে একমাত্ৰ আপোনজন। মাক-বাপেকৰ লগত

বিয়াৰ আগত আত্মীয়তাৰ যিটো সম্বন্ধ আছিল, সেই সম্বন্ধ ছেদ কৰাৰ বাবেও বৰ' সমাজত এটা প্ৰথা আছে, তাকেই 'নিৰিখ বাঁছনায়' বুলি কোৱা হয়। সাধাৰণতে গা-ধন লোৱাৰ আগত নহ'লে পিছত ছোৱালীৰ বাপেকে দুয়ো পক্ষৰ ৰাইজৰ আগত সম্বন্ধ ছেদ কৰাৰ কথাটো কৈ দিব লাগে। তেতিয়া দৰাৰ মূৰব্বীজনে সম্বন্ধ ছেদ কৰি দিয়াৰ বাবে ছোৱালীৰ বাপেকক গামোচা এখন আৰু কিছু টকা মাননি দিব লাগে। এই মাননিকেই 'মালচা' বুলি কোৱা হয়। যেতিয়ালৈকে 'নিৰিখ বাঁছনায়'(সম্বন্ধ ছেদ) কাৰ্য সমাপন নকৰে তেতিয়ালৈকে ছোৱালীজনীৰ ওপৰত মাক-বাপেকে নিজৰ প্ৰভাব খটুৱাব পাৰে বুলি বৰ' সমাজত নিয়ম চলি আহিছে। সেয়ে দৰা-পক্ষৰ মানুহে 'নিৰিখ বাঁছনায়'ৰ ওপৰত বৰ গুৰুত্ব দিয়ে।

*বাৰি বাৰসিনায়নি ৰাং লানায়(বেৰ ভাঙি ৰাৰীত সোমোৱাৰ টকা লোৱা) :*

ছোৱালীজনীয়ে সৰুৰ পৰা বিয়া হোৱালৈকে কাৰ ঘৰৰ বেৰ ভাঙি কি অন্যায় বা অপকাৰ কৰিলে তাৰ কোনো হিচাপ নাথাকে। সেয়ে সেইবোৰ দোষৰ পৰা মুক্ত হ'বৰ বাবে ৰাইজে স্থিৰ কৰা নিয়মানুযায়ী কিছু টকা মাননি হিচাপে দৰা-পক্ষই দিব লাগে। সাধাৰণতে দহ টকাৰ পৰা পঁচিশ টকাৰ ভিতৰতে এই ধনৰ পৰিমাণ সীমাবদ্ধ থাকে। বহু ঠাইত এই প্ৰথাটোক 'বাৰী হাগানি' বুলিও কয়। ইয়াৰ অৰ্থ হ'ল ছোৱালীজনীয়ে কেতিয়া কাৰ বাৰীত পায়খানা কৰিছিল কোনো ঠিক নাই। তাৰ বাবেই ৰাইজক টকা দি দোষমুক্ত হ'ব লাগিব। যিহেতু বিয়াৰ পিছৰে পৰা দৰাজনহে ছোৱালীজনীৰ গৰাকী হৈ পৰে, সেয়ে এই টকা দৰাজনেহে ভৰিব লাগে।

*মামাই মাৰা জানায় (মোমায়েকে গা- ধন লোৱা) :*

'মামাই মাৰা জানায়' প্ৰথাক একেষাৰতে কৰবলৈ হ'লে মোমায়েকে গা-ধন লোৱা বুলি ক'ব পাৰি। দেউতাকে গা-ধন লোৱাৰ দৰে মোমায়েকেও গা-ধন ল'ব পাৰে। তাৰ বিনিময়ত মোমায়েকে ভাগিনীয়েকক স্থাবৰ অথবা অস্থাবৰ যিকোনো সম্পত্তি দিয়ে। সাধাৰণতে বিয়াৰ সময়ত মোমায়েকে নাম-মাত্ৰ অনুষ্ঠানৰ জৰিয়তে এই কাৰ্য সম্পাদন কৰে। পিছত সুবিধা বুজি ভাগিনীয়েক আৰু ভাগিন-জোঁৱায়েকে গাহৰি এটা নি খুৱাই আহে। তেতিয়াই মোমায়েকেও ভাগিনীয়েকক দিব খোজা সম্পত্তি ৰাইজৰ উপস্থিতিত গোটাই দিয়ে। এইবোৰেই হ'ল 'হাবাগীলাউ'ৰ আনুষঙ্গিক কাৰ্য।

*(খ) খাবচনহৈনায় হাবা(ঘৰ সোমোৱা) :*

এহাল ডেকা-গাভৰুৰ মনৰ মিল হ'লে, দুয়ো পক্ষৰ মাক-বাপেকক জানিবলৈ নিদিয়াকৈ ডেকাৰ সম্মতি ক্ৰমে ছোৱালীজনী ডেকাজনৰ ঘৰত আহি থাকে আৰু

ডেকাজনে সকলোবোৰ কথা মাক-বাপেকক বিবৰি কয়। মাক-বাপেকেও ডেকাজনৰ কথাত সম্মতি দি গাঁৱৰ কেইজনমান মানুহ লগত লৈ যথা-বিহিতভাৱে ছোৱালী চাবলৈ যাওঁতে নিয়াৰ দৰে মদ, তামোল-পাণ লৈ ছোৱালীৰ মাক-বাপেকৰ ঘৰলৈ গৈ সকলোবোৰ বিবৰি কৈ বিয়া কৰিবৰ বাবে অনুমতি বিচাৰি অনুৰোধ কৰে।

যদি ছোৱালীৰ মাক-বাপেকৰ বিয়া দিয়াৰ ইচ্ছা নেথাকে তেনেহলে ল'ৰাৰ বাপেকে নিয়া বস্তুবোৰ গ্ৰহণ নকৰে আৰু অন্য উপায় উলিয়াই ছোৱালীজনীক ওভোতাই নিয়াৰ ব্যৱস্থা কৰে। ছোৱালীজনীক মাক-বাপেকে ওভতাই নিয়াৰ পিছতো ছোৱালীজনী যদি আকৌ ল'ৰাৰ ঘৰলৈ গুছি আহে, তেতিয়া একপক্ষীয়ভাৱে ল'ৰাৰ গাঁৱৰ সমাজক লৈ বিবাহ কাৰ্য সম্পন্ন কৰে। এই পদ্ধতিৰ বিয়াতো 'গাওজৗন থাখা জানায়' 'নিৰিখ বৌছনায়', 'বাৰি বাৰসিনায়নি ৰাং লানায়' আদি প্ৰথা আছে।

এই পদ্ধতিৰ বিয়াৰ উল্লেখনীয় দিশ এটা হ'ল — বিয়াৰ কেইদিনমানৰ পিছত নৱ-দম্পতীয়ে গাঁৱৰ কেইজনমান মানুহক লগত লৈ কইনাৰ মাক-বাপেকৰ ঘৰলৈ গৈ ৰাইজক মদ, ভাত, চাহ, চিৰা খুৱাই আহে। এই প্ৰথাটো কিন্তু সকলোবোৰ গাঁৱতে দেখিবলৈ পোৱা নাযায়। কিছুমান গাঁৱত আকৌ এই কাম আঠমঙলাৰ লগতে একেলগে কৰাও দেখা যায়। এই দুয়োটা বিবাহ পদ্ধতিতে 'আঠি মংগল সিফায়নায়'(আঠ মঙলা) প্ৰথাৰ প্ৰচলন আছে। বিবাহ কাৰ্য সম্পন্ন হোৱাৰ আঠ দিনৰ ভিতৰতে দৰা-কইনা মাক-বাপেকৰ ঘৰলৈ যায়। আঠমঙলা নোহোৱালৈকে ন-কইনা মাক-বাপেকৰ ঘৰলৈ যাব নোৱাৰে। ইয়াত দৰা-ঘৰৰ পৰা মদ, মাংস যথেষ্ট পৰিমাণে নিব লাগে। নৱ-দম্পতীয়ে মাক-বাপেকৰ পৰা বিদায়লৈ অহাৰ পিছত কিবা অসুবিধাত পৰি যদিহে উভতি যাবলগীয়া হয়, তেতিয়াও কিন্তু মাক-বাপেকৰ ঘৰলৈ যাব নোৱাৰে। মাক-বাপেকে যদি কিবা সম্পত্তি দিবলগীয়া থাকে, আঠমঙলাৰ দিনাই দিব পাৰে। অথবা কেতিয়া দিব, ৰাইজৰ আগত প্ৰতিশ্ৰুতি দিব লাগে।

***(গ) গীৱজিয়া লাখিনায়(ঘৰ - জোঁৱাই ৰখা) :***

ঘৰ-জোঁৱাই ৰখা পদ্ধতিটো হ'ল বৰ' সমাজত পূৰ্বৰে পৰা চলি অহা স্বীকৃতিপ্ৰাপ্ত বিবাহ পদ্ধতি। কোনোবা এজনী ছোৱালীক যদি মাক-বাপেকে বৰকৈ মৰম কৰে অথবা কোনোবা মাক-বাপেকৰ যদি ছোৱালী সন্তানৰ বাদে অইন কোনো সন্তান নেথাকে, তেনে ক্ষেত্ৰত ছোৱালীৰ মাক-বাপেকে কোনোবা এজন ল'ৰাৰ লগত ছোৱালীজনীক বিয়া দি নিজৰ ঘৰতে ৰাখে। যদি ল'ৰাৰ মাক-বাপেক থাকে, তেনেহ'লে ছোৱালীৰ বাপেকে তেওঁলোকৰ ওচৰতো গৈ সম্মতি লৈ আহিব লাগে। এনে বিয়াত ছোৱালীৰ মাক-বাপেকে ছোৱালীৰ নামতেই হওক বা ল'ৰাৰ নামতেই হওক কিছু স্থাবৰ সম্পত্তি দিব লাগে। যদিহে ছোৱালীজনীয়েই একমাত্ৰ সন্তান হয়, তেন্তে উত্তৰাধিকাৰী সূত্ৰে সকলো সম্পত্তিৰ গৰাকী হয়।

*(ঘ) দংখা হাবনায় (চকা বখা) ঃ*

কোনোবা এজনী তিবোতা যদি অসময়ত বিধবা হয় আৰু সেই তিবোতাৰ যদি মৃত স্বামী-ঘৰৰ বাহিৰে অন্য আশ্ৰয়স্থল নেথাকে তেন্তে তিবোতাজনীয়ে যিকোনো এজনক বিয়া কৰাই নিজৰ লগত ৰাখিব পাৰে। এই পদ্ধতিৰ বিয়াত ল'ৰাজনে নিজৰ মাক-বাপেকৰ সম্পত্তি দাবী কৰিব নোৱাৰে।

*(ঙ) বীনানৈ হাবা খালামনায়(টানি আনি বিয়া কৰা) ঃ*

কোনোবা এজন ল'ৰাই এজনী ছোৱালীক একপক্ষীয়ভাৱে ভালপাই বলপূৰ্বকভাৱে টানি আনি বিয়া কৰাও বৰ' সমাজত দেখিবলৈ পোৱা যায়। বিবাহ কাৰ্য সম্পন্ন কৰাৰ পিছত ল'ৰাৰ মুৰব্বীজনে গাঁৱৰ দুই এজন মানুহ লৈ ছোৱালীৰ মাক-বাপেকৰ ওচৰত ভুল-ত্ৰুটিৰ বাবে ক্ষমা খুজি 'গাওজৗন থাখা জানায়' 'নিৰিখ বাঁ নায়' আদি কামবোৰ সমাধা কৰিবলৈ অনুৰোধ জনায়। যদি সঁচাকৈ ল'ৰাজনলৈ জীয়েকক দিয়াৰ ইচ্ছা নেথাকে তেনেহলে আঠমঙলাৰ আগলৈকে এইবোৰ কাম শেষ নকৰে আৰু আঠমঙলালৈ যোৱাৰ সময়তে আকৌ মাক-বাপেকে ছোৱালীজনীক জোৰকৈ ধৰি ৰাখে।

*(চ) দীনখাৰ লাংনায়(পলুৱাই নিয়া) ঃ*

কোনো যুৱক-যুৱতী যদি তেওঁলোকৰ ইচ্ছা থকা স্বত্বেও দুয়োপক্ষৰ ঘৰৰ পৰা বাধা পায়, তেতিয়া তেওঁলোকে অইন ঠাইলৈ গৈ ল'ৰা বা ছোৱালীৰ আত্মীয়-কুটুমক সকলো কথা বিবৰি কৈ দিয়ে। তেতিয়া তেওঁলোকে ল'ৰা- ছোৱালীৰ প্ৰতি সহানুভূতিশীল হৈ গাঁৱৰ ৰাইজক মাতি বিয়া কৰাই দিয়ে। তেনে কৰিবলৈয়ো যদি সুবিধা নেথাকে তেন্তে 'গাৰ্জা শালীত' গৈ 'বাথৌ বীৰায়'ৰ ওচৰত প্ৰাৰ্থনা কৰি বিবাহ পাশত আবদ্ধ হয়। এয়াই হ'ল গান্ধৰ্ব(গন্ধৰ্ব) প্ৰথাৰ বিয়া। যেতিয়ালৈকে দুয়ো পক্ষৰ মাক-বাপেকে সন্মতি নজনায় তেতিয়ালৈকে নব-দম্পতীয়ে সেই ঘৰত যাব নোৱাৰে।

বৰ' সমাজত সাধাৰণতে বিবাহ কাৰ্য সম্পন্ন কৰা হয় 'হাথাচুনি' প্ৰথাৰে। কিন্তু বৰ' সমাজত ব্ৰহ্ম ধৰ্ম প্ৰচাৰৰ লগে লগে ব্ৰহ্ম প্ৰথাৰেও বিবাহ কাৰ্য সম্পন্ন কৰা হয়। আকৌ 'সদৌ বাথৌ ধৰ্মীয় সন্থা'ত 'হাথাচুনি' প্ৰথাৰ লগতে কিছু সংযোজন কৰি এটা নতুন নিয়ম উলিয়াইছে। এইটো প্ৰথা নিচেই চালুকীয়া অৱস্থাতে আছে। তলত তিনিওটা প্ৰথাৰেই চমুকৈ আলোচনা ক'ৰা হ'ল।

*হাথাচুনি ঃ*

'হাথাচুনি' প্ৰথাই হ'ল বৰ' সমাজৰ বিবাহ কাৰ্য সম্পন্ন কৰাৰ পুৰণিকলীয়া আৰু আমোদজনক প্ৰথা। 'হাথা' হ'ল ছাম গছ বা কঠাল গছৰ পৰা কাটি উলিওৱা

এবিধ গামৃলা সদৃশ পাত্ৰ। 'হাথাচুনি'ৰ দিনা ন-কইনাক 'দখনা-থাওসি'(ন-কইনাৰ সাজ) পিন্ধাই ভাত-তৰকাৰি ৰান্ধিবলৈ দিয়া হয়। সকলো ৰাইজক খুওৱাৰ জোখেৰে ৰান্ধিব নোৱাৰিলেও এক 'হাথা' ভাত আৰু এক 'হাথা' তৰকাৰি ৰান্ধিব লাগে। তৰকাৰি নিৰ্দিষ্টভাৱে পিঠাগুড়িৰ হ'ব লাগে। অৱশ্যে এইবোৰ কৰোতে আনেও যথেষ্ট সহায় কৰি দিয়ে। ন-কইনাই কেৱল চৌকা জ্বলোৱাৰ পৰা আৰম্ভ কৰি সকলোবোৰ কামৰ আৰম্ভণিটোহে কৰিব লাগে। সকলোবোৰ ৰন্ধা-বঢ়া হোৱাৰ পিছত 'বাথৌশালীত' বন্তি জ্বলাই এক 'হাথা' ভাত আৰু এক 'হাথা' তৰকাৰি ন-কইনাই উলিয়াই আনি 'বাথৌশালী'ৰ সমুখত থৈ দিব লাগে। ইয়াৰ লগে লগে দৰা-কইনাক 'বাথৌশালী'ৰ সমুখত আঁঠুকঢ়াই লৈ গাঁৱৰ কবিৰাজে মন্ত্ৰ মাতি বিবাহ কাৰ্য সম্পন্ন কৰে। বিবাহ কাৰ্য সম্পন্ন কৰাৰ পিছতেই খোৱা-বোৱা চলে। 'বাথৌশালী'ৰ পূব-দক্ষিণ কোণত 'কলপাতৰ আগ' পাৰি লৈ দুখন সুকীয়া সুকীয়া আসন দৰা আৰু দৰাৰ সঙ্গীৰ বাবে ৰাখি বাকীবোৰত যিকোনো ৰাইজেই বহিব পাৰে। ন-কইনাই প্ৰথমতে দৰা আৰু সঙ্গীক ভাত আৰু তৰকাৰি দিয়ে। তাৰপিছত তৰকাৰি দিবৰ বাবে বিবাহিতা তিৰোতা এগৰাকীৰ সহায় লোৱা হয়। বিবাহিতা তিৰোতা লোৱাৰ উদ্দেশ্য হ'ল 'হাথাচুনি'ৰ অভিজ্ঞতা তেওঁ আগতে পাইছে। সেয়ে তৰকাৰি দিয়াৰ চলতেই নীতি-নিয়ম বিলাক শিকায় থাকিব পাৰে। ন-কইনাই ভাত দিওঁতে কিছু নীতি-নিয়ম মানি চলিব লাগে। সেইবোৰ হ'ল — এখন হাতত 'হাথা' তুলি লৈ আনখন হাতেৰে ভাত বিলাব লাগে। 'হাথা' কেতিয়াও চোঁচৰাই নিব নোৱাৰে। উলিয়াই অনা প্ৰথম 'হাথা' ভাত সকলো ৰাইজকে বিলাই আকৌ পাকঘৰলৈ ওভোতাই নিব লাগে। যদিহে ওভোতাই নিব নোৱাৰে তেনেহলে ন-কইনাজনীয়ে ধন সঞ্চয় কৰিব নোৱাৰে বুলি বৰ' সমাজত বিশ্বাস কৰে। সেয়ে অভিজ্ঞতাপুষ্ট তিৰোতাগৰাকীয়ে সেইবোৰ সোঁৱৰাই থাকে।

দৰাজনে ন-কইনাই দিয়া ভাত শেষ কৰি নাখাই পাতত অলপমান হ'লেও এৰি যাব লাগে। প্ৰথম ভাত দিয়াৰ পিছত দুনাই ভাত ল'বও নোৱাৰে। খোৱা পাতৰ পৰা প্ৰথমেই দৰাজন উঠিব লাগে, তাৰপিছতহে বাকীবোৰ উঠিব পাৰে। এইটোও মনকৰিবলগীয়া যে, ন-কইনাই প্ৰথমবাৰ ৰাইজক ভাত বিলোৱা শেষ হোৱাৰ আগতে কিন্তু দৰাজনে খোৱাপাতৰ পৰা উঠিব নোৱাৰিব।

এফালে খোৱা-বোৱা চলি থাকে, আনফালে 'খাম-চিফুং-জথা-ছেৰজা'ৰ তালে তালে নাচ-গান চলি থাকে। 'ঘৰ-জোঁৱাই' ৰখা আৰু 'ঢকা ৰখা' পদ্ধতি দুটাৰ বাহিৰে দৰাৰ ঘৰতেই এই প্ৰথাৰে বিবাহ কাৰ্য্য সম্পাদন কৰা হয়।

***ব্ৰহ্ম প্ৰথা :***

বৰ' সমাজত ব্ৰহ্ম ধৰ্ম প্ৰসাৰৰ লগে লগে ব্ৰহ্ম ধৰ্মাৱলম্বী লোকৰ মাজত বৈদিক প্ৰথাৰ লগত সংগতি ৰাখি বিবাহ কাৰ্য সম্পন্ন কৰা হয়। ইয়াকেই ব্ৰহ্ম প্ৰথাৰ

বিয়া বুলি কোৱা হয়। এই বিয়া সাধাৰণতে ছোৱালীৰ ঘৰত হয় যদিও দুয়ো পক্ষৰ সম্মতিক্রমে দৰাৰ ঘৰতো হ'ব পাৰে। এই প্রথাক এক প্রকাৰ বৈদিক প্রথা বুলিয়েই ক'ব পাৰি। কাৰণ বেদৰ মন্ত্রকেই বৰ' ভাষালৈ অনুবাদ কৰি পুৰোহিতৰ দ্বাৰা মন্ত্র পাঠ কৰাই যজ্ঞাহুতি দি বিবাহ কার্য সম্পন্ন কৰে। বর্তমান বৰ' সমাজত এই প্রথাৰ বিয়াই বহুলভাৱে প্রচলিত হৈছে। তথাপি বহু অঞ্চল বা গাঁৱত এই প্রথাৰে ছোৱালীৰ ঘৰত বিবাহ কার্য সম্পন্ন কৰাৰ পিছতো দৰাৰ ঘৰত 'হাথাচুনি' প্রথাৰে আকৌ বিবাহ কার্য সম্পন্ন কৰিবলগীয়া হয়।

### *সদৌ বাথৌ ধর্মীয় সন্থাৰ বিবাহ প্রথা ঃ*

এই প্রথাৰ প্রচলন তেনেই চালুকীয়া। 'হাথাচুনি' প্রথা আৰু 'ব্রহ্ম প্রথা'ৰ বহু মিল থকা দেখিবলৈ পোৱা যায়। ব্রহ্ম প্রথাত বিবাহ মণ্ডপ সজাই লয় আৰু ইয়াত লোৱা হয় বাথৌ মণ্ডপ। ব্রহ্ম প্রথাত পুৰোহিতে সংস্কৃতৰ পৰা বৰ' ভাষাত অনুবাদ কৰা মন্ত্র পাঠ কৰি বিবাহ কার্য সম্পন্ন কৰে আৰু ইয়াত পুৰোহিতৰ সলনি থাকে 'গীথাৰি'(পুৰোহিতৰ লেখীয়া) আৰু বিয়াৰ মন্ত্রবোৰ সম্পূর্ণ বৰ', ঠিক 'হাথাচুনি' প্রথাত কবিৰাজে মন্ত্রপাত কৰাৰ নিচিনাই। এই প্রথাত বিবাহ কার্য ছোৱালীৰ ঘৰতেই সম্পন্ন কৰা হয়।

এনেদৰেই বাৰেৰহণীয়া সাংস্কৃতিক পৰম্পৰাৰে অসমৰ অন্যতম উল্লেখযোগ্য জনগোষ্ঠী বৰ'সকলৰ মাজত বিবাহ কার্য সম্পন্ন কৰি দাম্পত্য জীৱনৰ পাতনি মেলা হয়।



# মিচিংসকলৰ বিবাহ-পদ্ধতি ঃ অতীত আৰু বৰ্তমান

ড° বসন্ত কুমাৰ দলে

জন্ম, বিবাহ আৰু মৃত্যু মানৱ জীৱনৰ আটাইতকৈ উল্লেখযোগ্য পৰিঘটনা। সেয়েহে এই তিনিটা পৰিঘটনা উপলক্ষে বিভিন্ন সমাজে বিভিন্ন ধৰণৰ মাঙ্গলিক অনুষ্ঠান সম্পাদন কৰে। অসমৰ নটা সমতলীয় জনজাতিৰ ভিতৰত দ্বিতীয় বৃহৎ জনজাতি মিচিং সকলৰো উক্ত তিনিওটা পৰিঘটনা উপলক্ষে উদ্‌যাপন কৰা স্বকীয় লোকপৰম্পৰা আছে। এই প্ৰবন্ধত মিচিং সমাজত প্ৰচলিত তিনিওটা অনুষ্ঠানৰ বিষয়ে আলোচনা নকৰি কেবল মাত্ৰ বিবাহ-পদ্ধতি সম্পৰ্কে আলোচনা কৰা হ'ব।

বিবাহ সামজিক জীৱনৰ এনে এক অনুষ্ঠান যাৰ দ্বাৰা সমাজে এজন পুৰুষ আৰু এগৰাকী নাৰীক পাৰস্পৰিক দায়বদ্ধতাৰ বন্ধনৰ আৰু কেতবোৰ অধিকাৰ উপভোগৰ স্বীকৃতি প্ৰদান কৰে। সেই বন্ধন আৰু অধিকাৰ পাৰিবাৰিক বিধি-বিধানৰ দ্বাৰা নিয়ন্ত্ৰিত হয়। বিবাহে এনে এক সামাজিক সম্বন্ধ স্থাপন কৰে যিয়ে এজন পুৰুষ আৰু এগৰাকী নাৰীক স্বামী-স্ত্ৰীৰূপে স্বীকৃতি প্ৰদান কৰি সন্তান প্ৰজননৰ অধিকাৰ দান কৰে। এইদৰে বিবাহ অনুষ্ঠানৰ যোগেদি সমাজে এহাল নৱ-দম্পতীক নতুন স্থিতি প্ৰদান কৰে। মিচিং সমাজতো তাৰ ব্যতিক্ৰম নহয়। কিন্তু মিচিংসকলৰ বিবাহ অনুষ্ঠান অনুষ্ঠিত কৰাৰ যি পদ্ধতি সি সম্পূৰ্ণ সুকীয়া আৰু নিজা। অৱশ্যে প্ৰায় আঠশ বছৰ ধৰি ভৈয়ামত অসমীয়া সমাজৰ লগত সহাৱস্থান কৰি অহাৰ ফলত প্ৰাচীন বিবাহ-পদ্ধতিত পৰিৱৰ্তনৰ আঁচোৰ লাগিছে। আৰু নতুন উপাদানো সংযোজিতহৈছে। সেইবোৰ যথাস্থানত আলোচনা কৰা হ'ব।

মিচিং পৰিয়ালৰ সংৰূপ পিতৃতান্ত্ৰিক। পিতৃয়েই হ'ল পৰিয়ালৰ মূৰব্বী আৰু তেওঁৰ হাততেই থাকে তেওঁৰ পুত্ৰ-কন্যাৰ বিবাহ সম্পৰ্কীয় সিদ্ধান্তৰ কৰ্তৃত্ব। এটা সময় আছিল যি সময়ত পুত্ৰ-কন্যাই নিজৰ বিবাহ সম্পৰ্কে নিজে কোনো সিদ্ধান্তই ল'ব নোৱাৰিছিল, বৰং যিমানেই কঠোৰ নহওক কিয় পিতৃৰ আদেশ পালন কৰিবলগীয়া হৈছিল। সাম্প্ৰতিক কালত এই ব্যৱস্থাৰ প্ৰভূত পৰিৱৰ্তন হৈছে।

মিচিং সমাজত প্ৰাচীন কালৰ পৰা প্ৰচলিত বিবাহ-পদ্ধতিটো হ'ল বৰ্হিগোত্ৰীয়(Clan exogamous)আৰু আন্তঃগোষ্ঠীয় (Tribe endogamous)।

এজন যুৱকে নিজৰ গোত্ৰৰ বা একে উপাধিধাৰী এজনী যুৱতীৰ লগত বিবাহ পাশত আবদ্ধ হোৱাটো দূৰৰে কথা অশালীন অৰ্থত ধেমালিও কৰিব নাপায়। উদাহৰণ স্বৰূপে এজন দলে উপাধিধাৰী যুৱকে এজনী দলে উপাধিধাৰী যুৱতীক কোনো পৰিস্থিতিতেই বিয়া পাতিব নোৱাৰে বা এজন পেগু উপাধিধাৰী যুৱকে কোনো পৰিস্থিতিতেই এজনী পেগু উপাধিধাৰী যুৱতীক বিয়া কৰাব নোৱাৰে। এজন দলে উপাধিধাৰী যুৱকে এজনী পেগু উপাধিধাৰী যুৱতীৰ লগত, সেইদৰে এজন পেগু উপাধিধাৰী যুৱকে এজনী দলে উপাধিধাৰী যুৱতীৰ লগত বিবাহ পাশত আবদ্ধ হ'ব পাৰে। এই পদ্ধতিৰ বাবেই অচিন লোকৰ লগত পৰিচিত হওঁতে অভ্যাগতৰ উপাধি সুধি লোৱাটো মিচিং সমাজৰ আতিথ্য দানৰ পৰম্পৰাগত ৰীতি যাতে নিজ গোত্ৰৰ ডেকা-গাভৰুৰ মাজত অজ্ঞাতবশতঃ ধেমালি নহয়। আনহাতে মিচিং সমাজে নিজ জনগোষ্ঠীৰ ভিতৰতে হোৱা বিবাহক অগ্ৰাধিকাৰ দিয়ে।

একপত্নী বিবাহ মিচিং সমাজৰ স্বীকৃত বিবাহ পদ্ধতি। কিন্তু দ্বিপত্নী বা বহুপত্নী বিবাহৰ উদাহৰণো বিৰল নহয়। অৰ্থাৎ একাধিক পত্নী গ্ৰহণ কৰা কাৰ্যক মিচিং সমাজত ভাল চকুৰে চোৱা নহয় যদিও এই প্ৰথা সামাজিকভাৱে নিষিদ্ধ নহয়। তেনে ক্ষেত্ৰত কেৱল মাত্ৰ প্ৰথম গৰাকী পত্নীৰ বিবাহকহে সমাজে আনুষ্ঠানিক স্বীকৃতি প্ৰদান কৰে। আদিম কালত এটা সামাজিক স্তৰত, বিশেষকৈ যেতিয়া বন্যজন্তু আক্ৰমণৰ পৰা ৰক্ষা পাবৰ কাৰণে অধিক জনসংখ্যাৰ প্ৰয়োজন হৈছিল, পুৰুষে জংঘল পৰিষ্কাৰ কৰা, বন্য জীৱ-জন্তুক পোহ মনোৱা, হিংস্ৰ জন্তুৰ আক্ৰমণৰ বিৰুদ্ধে যুঁজ দিয়া আদি কামত ব্যস্ত হৈ থাকোঁতে নাৰীয়ে শস্যৰ বীজ ৰোপণ আৰু শস্য চপোৱা কাম কৰিছিল তেতিয়া মানুহে বহুপত্নী বিবাহকেই স্বীকৃতি দিছিল আৰু একাধিক পত্নীৰ পতি হ'ব পৰাটো সেই সময়ত প্ৰতিপত্তিৰ প্ৰতীক হিচাপে বিবেচিত হৈছিল। কিন্তু যিহেতু মিচিং সমাজে সেই স্তৰ বহু শতাব্দীৰ পূৰ্বেই অতিক্ৰম কৰি ভৈয়ামৰ একপত্নী বিবাহ প্ৰচলিত অ-মিচিং সমাজৰ লগত সহাৱস্থান কৰি আহিছে, সেয়েহে মিচিং সমাজত বহুপত্নী বিবাহ সমাদৃত নহয়। আনহাতে সাম্প্ৰতিক কালতো অৰুণাচল প্ৰদেশৰ গালং সমাজত প্ৰচলিত বহুপতি বিবাহ অথবা হিল মিৰি সমাজত প্ৰচলিত মাহীমাক আৰু সতিনী- পুত্ৰৰ মাজত হ'ব পৰা বিবাহ-পদ্ধতি মিচিং সমাজত পূৰ্বৰ পৰাই নিষিদ্ধ। কিন্তু মোমায়েকৰ কন্যাৰ পাণি গ্ৰহণ কৰাটো মিচিং সমাজত নিষিদ্ধ নহয়। সেইদৰে বিধৱা বিবাহ সমাজৰ স্বীকৃত প্ৰথা, কিন্তু বাধ্যতামূলক নহয়। পত্নীৰ মৃত্যুত বা দ্বিতীয় পত্নী হিচাপে পত্নীৰ ভগ্নীক বিয়া পতাটো প্ৰথা নহয় যদিও নিষিদ্ধও নহয়। পূৰ্বে কেচুৱা অৱস্থাতে "পাগ্‌গদ"(হাতত সূতাৰ ৰছী বান্ধি চিহ্নিত কৰা কাৰ্য)ৰ যোগেদি বিয়া পতা প্ৰথাও মিচিং সমাজত প্ৰচলিত আছিল।

পৰম্পৰাগত মিচিং সমাজত এগৰাকী নাৰী বিবাহিতা নে অবিবাহিতা তাক নাৰীগৰাকীয়ে পৰিধান কৰা পোছাক- পৰিচ্ছদৰ পৰাই ধৰিব পৰা গৈছিল। বিবাহিতা তিৰোতাই সাধাৰণতে বুকুত মেঠনি মাৰি মেখেলা পিন্ধিছিল আৰু তাৰ ওপৰত কঁকালত আঁঠুলৈকে পোৰাকৈ পথালিকৈ এখন কাপোৰ পিন্ধিছিল। সেই কাপোৰখনক কোৱা হয় "কেগ্ৰীগ্" বা "চেগ্ৰীগ্"। শিৰত সেন্দুৰ নলৈছিল। সন্তান প্ৰসৱৰ সময়ত "কেগ্ৰীগ্' বা "চেগ্ৰীগ্"ৰ পৰিবৰ্তে কঁকালত "গেৰ" নামৰ এবিধ কাপোৰ পিন্ধিছিল। আনহাতে অবিবাহিতা ছোৱালীয়ে ককাঁলত মেখেলা বা "গাপা" পিন্ধিছিল আৰু ওপৰ অংশত "গালুগ্" নামেৰে ব্লাউজ পৰিধান কৰিছিল। বিবাহিতা তিৰোতাই কাণত "কেন্তু", "তুৰিঃ" আদি অলংকাৰ পিন্ধিছিল, কিন্তু অবিবাহিতা নাৰীয়ে সাধাৰণতে "তাক্পৰ্" পিন্ধিছিল। সম্প্ৰতি মিচিং নাৰীৰ পোছাক-পৰিচ্ছদ অয়-অলঙ্কাৰ আদি সকলো দিশতে পৰিবৰ্তনৰ লক্ষণ সুস্পষ্ট। বিবাহিতা তিৰোতাই হিন্দু নাৰীৰ অনুকৰণত শিৰত সেন্দুৰ লয়, চাদৰ, শাড়ী, ব্লাউজ, আধুনিক অয়-অলংকাৰ আদি পৰিধান কৰে। সেইদৰে অবিবাহিতা মিচিং নাৰীয়েও অত্যাধুনিক সাজ-পাৰ পিন্ধে। শেহতীয়াভাৱে সাজ-পাৰৰ দ্বাৰা মিচিং নাৰীক অসমৰ অ-মিচিং নাৰীৰ পৰা পৃথক কৰাটো কঠিন হৈ পৰিল।

অতীজৰ মিচিং সমাজত চাৰি প্ৰকাৰৰ বিবাহ প্ৰচলিত আছিল। সেইবোৰ আছিল— (ক) "মিদাং দাঃনাম" বা "মিদাং মনাম্" বা "দাঃ ৰ মিদাং", (খ) "দুগ্লা লাঃনাম", (গ) "কুমচু-দঃচুলা লাঃনাম" আৰু (ঘ) "চলা লাঃনাম"। প্ৰতিবিধ বিবাহ সম্পৰ্কে তলত চমুকৈ আলোচনা কৰা হল ঃ

*(ক) দাঃ ৰ মিদাং ঃ*

মিচিং ভাষাত 'মিদাং' মানে বিবাহ। অন্য সমাজত বিবাহক পাৰিবাৰিক অনুষ্ঠানৰূপে গণ্য কৰা হয় যদিও মিচিং সমাজত ইয়াক সামাজিক অনুষ্ঠানৰ মৰ্যদা দিয়া হয়। কেইবাটাও পৰ্যায়ত সম্পন্ন কৰিবলগীয়া সমগ্ৰ প্ৰক্ৰিয়াটোতে গাওঁখনৰ সকলো লোকৰ সক্ৰিয় অংশ গ্ৰহণ অপৰিহাৰ্য। ইয়াৰ প্ৰথম পৰ্যায়ত ল'ৰাৰ বাপেকে ছোৱালীৰ মাক-বাপেকলৈ এজন কটকীৰ যোগেদি বিয়াৰ প্ৰস্তাব প্ৰেৰণ কৰে। কটকী হিচাপে সাধাৰণতে ল'ৰাটোৰ মোমায়েকক বা পেহাকক নিয়োগ কৰা হয়। অতীজত কটকীজনে এটোম শুকান কুঢ়িমাছ, এটোপোলা আপং, এটোপোলা আদা, আৰু এটোপোলা তামোল-পাণ লগত লৈ ছোৱালীজনীৰ পিতৃ-মাতৃৰ ঘৰত উঠাতো নিয়ম আছিল। সম্প্ৰতি তামোল-পাণৰ টোপোলাৰ বাহিৰে বাকীবোৰ অপৰিহাৰ্য নহয়। পূৰ্বে কটকীজনে সামগ্ৰীখিনি লৈ ছোৱালীৰ ঘৰ পোৱাৰ পাছত ছোৱালী-ঘৰৰ কোনো বয়সস্থ লোকক তেওঁৰ উদ্দেশ্যৰ কথা গোপনে জনায় যদিও বাজহুৱা ভাৱে বেকত নকৰে।

বৰঞ্চ তেওঁৰ আগমনৰ উদ্দেশ্যৰ প্ৰতীক হিচাপে তামোল-পাণৰ টোপোলাটো ঘৰৰ ভিতৰভাগৰ "বঃচুং"(উজনি)ৰ খুঁটাত ওলোমাই ৰখা "চুগ্‌ৰীং"(হৰিণাৰ শিং)ত কোনেও নজনাকৈ ওলোমাই থৈ প্ৰস্থান কৰে। কটকীজনৰ প্ৰস্থানৰ পিছত যেতিয়া টোপোলাটো গৃহস্থৰ চকুত পৰে তেতিয়া পৰিয়ালৰ বা ঘৰৰ মুৰব্বীজনৰ তত্ত্বাবধানত পৰিয়ালৰ সকলো সদস্য তথা আত্মীয়-স্বজনক মাতি সকলোৰে উপস্থিতিত টোপোলাটো খোলা হয়। টোপোলাটো সাধাৰণতে ছোৱালীজনীৰ মোমায়েক বা পেহাকক খুলিবলৈ দিয়া হয়। টোপোলাটোৰ ভিতৰত পৰুৱা বা পৰুৱাৰ কণী নাথাকিলে সেই বিয়া সম্পন্ন হ'লে প্ৰস্তাৱিত দম্পতীৰ জীৱন সুখকৰ হ'ব। টোপোলাৰ ভিতৰত পৰুৱাৰ জাক বা থাকে-থাকে পৰুৱাৰ কণী থকাটো অমঙ্গলৰ পূৰ্বলক্ষণ। আনহাতে বিয়াখন পাতিলে দম্পতী হালৰ মঙ্গল হ'বনে অমঙ্গল হ'ব এই কথা অন্য এক প্ৰক্ৰিয়াৰেও নিৰ্ধাৰণ কৰা হৈছিল। টোপোলাটোৰ পৰা এটা পূৰঠ তামোল উলিয়াই ছোৱালীজনীৰ মোমায়েক বা পেহাকে সমানে দুফাল কৰি চায়। যদি দুয়োফাল তামোলেই নিৰ্ঘুণ হয় তেন্তে প্ৰস্তাৱিত বিবাহত দম্পতীহাল সুখী হ'ব আৰু যদি নিঘুণ নহয় তেন্তে সেই বিঁয়া সম্পাদন কৰিলে দম্পতীহালৰ দুৰ্গতি হ'ব।

সি যিকি নহওক, এসময়ত ছোৱালী-ঘৰৰ পৰা ইতিবাচক বা নেতিবাচক এটা উত্তৰ ল'ৰা-ঘৰলৈ প্ৰেৰণ কৰা হয়। যদি ইতিবাচক হয় তেন্তে দুয়োটা পৰিয়ালে মিলি এটা দিন স্থিৰ কৰে যিদিনা ল'ৰা-ঘৰে আনুষ্ঠানিকভাৱে ছোৱালীঘৰত ছোৱালী খোজা কাৰ্য সম্পন্ন কৰে। এই কাৰ্যক "য়াম্‌নী তাদ্‌নাম" বুলি কোৱা হয়। উল্লেখযোগ্য যে সেই সময়ত বিয়াৰ প্ৰস্তাৱৰ কাৰণে ল'ৰা বা ছোৱালীৰ মতামত লোৱাটো পৰম্পৰাৰ বাহিৰত আছিল। পৰম্পৰাৰ এই দৃঢ়তাৰ কাৰণে বহু সময়ত ছোৱালীয়ে নিজৰ প্ৰেমিকৰ লগত পলাই গৈছিল আৰু তাৰ ফলত সঘনে দলীয় সংঘৰ্ষও সংঘটিত হৈছিল। কিন্তু বৰ্তমান এই প্ৰথাৰ আমূল পৰিবৰ্তন হৈছে। এতিয়া আৰু পূৰ্বৰ দৰে শুকান মাছ, আদা, আদি টোমত ভৰাই কঢ়িয়াব নেলাগে, মঙ্গল-অমঙ্গল নিৰ্ণয় কৰাৰ প্ৰথাও লোপ পালে। এতিয়া ল'ৰা-ছোৱালীৰ সন্মতি সাপেক্ষে ঠাইতে বিয়াৰ বন্দবস্তি কৰিব পৰা হ'ল এটোপোলা তামোল-পাণৰ দ্বাৰাই। সেই কাৰণে পূৰ্বৰ দুটা স্তৰ এতিয়া এটা হৈ পৰিল।

"য়াম্‌নী তাদ্‌নাম" স্তৰতো ল'ৰাৰ মোমায়েক বা পেহাকে উল্লেখযোগ্য ভূমিকা পালন কৰে। এই দুজনৰ যিকোনো এজনে গাঁৱৰ ল'ৰাৰ পৰিয়ালৰ এহাল দম্পতীক লৈ ছোৱালী খুজিবৰ বাবে ছোৱালী-ঘৰলৈ যায় আৰু তেৰেঁই তাত গাঁৱৰ জ্যেষ্ঠ লোকসকলৰ আগত আনুষ্ঠানিকভাৱে প্ৰস্তাৱ আগবঢ়াই সকলো মাঙ্গলিক কাৰ্য সম্পাদন কৰে। তেতিয়া দুয়ো পক্ষৰ মাজত মুকলি ভাব বিনিময় হয়।

"য়াম্‌নী তাদ্‌নাম" কাৰ্য সফলভাৱে সম্পাদন কৰাৰ পিছত ল'ৰাটোৱে ছোৱালীৰ ঘৰত "মাগ্‌ৰ দুগ্‌নাম্"(জোঁৱাই খটা) কাৰ্য সম্পাদন কৰিবলগীয়া হৈছিল। এই প্ৰথা

অনুসৰি ল'ৰাটোৱে প্ৰায় পাঁচ বছৰ ধৰি মাজে মাজে ছোৱালী-ঘৰত যিমান দিন থাকিব পাৰে সিমান দিন থাকি কাম কৰি দিবলগীয়া হৈছিল। এই প্ৰথাৰ দ্বাৰা দুটা উদ্দেশ্য পূৰণ হৈছিল। প্ৰথমটো হ'ল— যিহেতু সেই সময়ত বিয়াৰ বন্দবস্তি ল'ৰা বা ছোৱালীৰ মতামত অবিহনে পিতৃ-মাতৃয়েই কৰিছিল। সেয়েহে বিয়াখন সফলভাৱে সম্পন্ন কৰিবলৈ হ'লে ল'ৰা-ছোৱালীহালৰ মাজত পাৰস্পৰিক আকৰ্ষণ, আবেগিক বন্ধন আৰু আন্তৰিকতা গঢ়ি তোলাটো অপৰিহাৰ্য হৈ পৰিছিল। তাকে কৰিবলৈ হ'লে তেওঁলোকে পাৰস্পৰিক সান্নিধ্য লাভ কৰিবলৈ সক্ষম হ'ব লাগিব। এতেকে এই প্ৰথাৰ যোগেদি দুয়োকে দুয়োৰে সান্নিধ্য লাভৰ সুবিধা প্ৰদান কৰা হৈছিল। দ্বিতীয়তে, ছোৱালী-ঘৰৰ সদস্যসকলে তেওঁলোকৰ জীয়াৰীক বিয়া কৰাবলগীয়া ল'ৰাটোৰ স্বভাৱ-চৰিত্ৰ ওচৰৰ পৰা অধ্যয়ন কৰাৰ সুবিধা এই প্ৰথাৰ যোগেদি লাভ কৰিব পাৰিছিল। কিন্তু সমাজত শিক্ষা বিস্তাৰৰ লগে লগে আধুনিক সমাজত জীৱন জীবিকাৰ সংগ্ৰামৰ জটিলতাই শিক্ষিত লোকসকলৰ লগতে সকলো শ্ৰেণীৰ লোকক ব্যস্ত কৰি তুলিলে। প্ৰথা-পৰম্পৰা ৰক্ষা কৰিব পৰাকৈ আধুনিক মানুহৰ আহৰি বা ব্যৱস্থা নোহোৱা হ'ল। ফলত এই প্ৰথা লোপ পাই এতিয়া সমূলি নোহোৱা হ'ল।

"মাগ্‌ব দুগ্‌নাম্"ৰ পৰবৰ্তী স্তৰটো হ'ল "য়াম্‌নী তাত্‌পূৰ"। এই স্তৰটোৱেই হৈছে ছোৱালী খোজা প্ৰক্ৰিয়াৰ অন্তিম স্তৰ। এই স্তৰত বিয়াৰ দিন-বাৰ, তাৰিখ চূড়ান্তভাৱে স্থিৰ কৰা হয়। ছোৱালী-পক্ষই এই স্তৰত কিমান টোপোলা আপং, কেইটা গাহৰি, কিমান পোণ তামোল, কিমান গুচি পাণ লাগিব তাৰ দাবী উত্থাপন কৰে। দুয়োপক্ষৰ আলোচনামৰ্মে এটা সিদ্ধান্তত উপনীত হয়।

"য়াম্‌নী তাত্‌পূৰ" কাৰ্য সুকলমে সমাপন কৰাৰ পাছত দৰা আৰু কইনা উভয়েই নিজৰ নিজৰ গাঁৱত "য়াঃমেঃ-মৃম্‌বৃব্"(ডেকা- গাভৰু) সংগঠনৰ পৰা আশীৰ্বাদ মাগে। প্ৰতিখন মিচিং গাঁৱতে এই সংগঠনটো থাকে। ল'ৰা বা ছোৱালীৰ পিতৃ-মাতৃয়ে এটোপোলা তামোল-পাণ দি এই সংগঠনৰ মুৰব্বীজনক নিমন্ত্ৰণ কৰে। তেওঁৰ নিৰ্দেশক্ৰমে ডেকা-গাভৰুসকলে এৰাতি সংশ্লিষ্ট ঘৰৰ চোতালত সমবেত হৈ বিহু মাৰি নাচ-বাগ কৰাৰ লগতে ল'ৰাটোক বা ছোৱালীজনীক আশীৰ্বাদ দিয়াৰ ব্যৱস্থা কৰে। পূৰ্বতে যদি ল'ৰাটোৱে বা ছোৱালীজনীয়ে গাঁৱৰ কোনোবা ডেকা বা গাভৰুৰ প্ৰতি বেয়া ব্যৱহাৰ কৰিছিল তেন্তে সেই ৰাতি তেওঁ বা তাই দোষ স্বীকাৰ কৰি ক্ষমা ভিক্ষা কৰিব লাগিব। তেনে কৰাৰ পাছত ল'ৰা বা ছোৱালীৰ মাক-বাপেকে আনুষ্ঠানিকভাৱে বিয়াখনৰ সকলো কাৰ্যতে শাৰীৰিক আৰু মানসিকভাৱে সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিবলৈ ৰাইজক প্ৰাৰ্থনা জনায়। ৰাইজেও অংশ গ্ৰহণৰ প্ৰতিশ্ৰুতিৰে সেৱক-সেৱকীক আশীৰ্বাদ দিয়ে। এই প্ৰথাক "য়াঃমেঃ-মৃম্‌বৃব্ কুম্‌নাম্" বোলা হয়।

বিয়াৰ দিনা ঘৰখনৰ বাহিৰৰ চাঙত সংযুক্ত কৰি এখন সৰু আকাৰৰ চাং নতুনকৈ সজা হয় আৰু তাত উঠা-নমা কৰিবৰ বাবে এডাল জখলাও নতুনকৈ কটা হয়। অতীতত জখলা কাটিবলৈ জংঘলৈ যোৱা লোকসকলক শুকান মাছৰ টোপোলা আৰু চকা "পঃৰ আপং"(ছাঁই আপং) দি পঠিওৱাটো নিয়ম আছিল। জখলাডালেদি উঠা-নমা কৰোঁতে ধৰিবৰ বাবে এডাল বাঁহৰ দাণ্ডো নতুনকৈ লগোৱা হয়। জখলা আৰু বাঁহৰ দাংডাল কৌপাত আৰু "তাবীং" নামৰ এবিধ বিশেষ ধৰণৰ লতাজাতীয় উদ্ভিদেৰে সজাই তোলা হয়। জখলাডালৰ দুয়োকাষে দুটা পানীৰে ভৰা কলহত আমপাত কেইখিলামান ডুবাই ৰখা হয়। সেইদৰে মাটিত জখলাডালৰ কেইফুটমান দূৰত প্ৰায় আঠ ফুটমান আঁতৰা-আঁতৰিকৈ এযোৰ কলপুলিৰে তোৰণ সাজি প্ৰতিজোপা কলৰ কাষত আৰু ঘৰৰ দুৱাৰখনৰ দুইফালে একোটিকৈ ভৰা কলহ পূৰ্বৰ দৰে ৰখা হয়।

পূৰ্বে মিচিং বিবাহ কমেও দুদিনীয়াকৈ পতা হৈছিল। কাৰণ সেই সময়ত হাতীৰ পিঠিত উঠি দৰা গৈ কন্যাৰ ঘৰ পাওঁতেই এদিন লাগিছিল। দৰাক সেইদিনা নোৱাই-ধুৱাই "গন্‌ৰ উগন্"(ধুতি বিশেষ) আৰু "য়াম্‌ব গালুগ্"(দৰাই বিয়াত পিন্ধা চোলা বিশেষ), "দগ্‌নী"(ডিঙিত পিন্ধা মণি বিশেষ), গামখাৰু আদি পিন্ধোৱা হয়। প্ৰথা অনুসৰি দৰাক নোৱাবৰ বাবে মাঙ্গলিক কাৰ্য সমাপন কৰি এক বিশেষ পদ্ধতিৰে নৈ বা নাদৰ পৰা পানী সংগ্ৰহ কৰিব লাগে। পানী সংগ্ৰহৰ বাবে দুজনী পিতৃ-মাতৃ জীৱিত অ-পুষ্পিতা ছোৱালীক নিৰ্বাচন কৰি দুয়োজনীৰ হাতত কেইখিলামান আমপাত ভৰোৱা একোটিকৈ কলচী আৰু একোখনকৈ কাচি তুলি দিয়া হয়। ঢোলে-দগৰে বিয়ানাম গোৱা নামতী, ডেকা-গাভৰু, জ্যেষ্ঠলোক সমন্বিতে সাধু-ভকতৰ পৰা আশীৰ্বাদ লৈ এদল লোকে পানী তুলিবলৈ যায়। সকলোতকৈ আগত ছোৱালী দুজনী, তাৰ পাছত নামতীৰে সৈতে বোৱাৰী সকল এক বিশেষ পদ্ধতিৰে ঢাকি লোৱা এখন কাপোৰৰ তলত আৰু সৰ্বশেষত বিহুৱা দল। পূৰ্বে নদী বা পুখুৰীৰ যিডোখৰ ঠাইৰ পৰা পানী তোলা হ'ব সেই ঠাইডোখৰ চাৰিটা খুঁটিৰে চিন দি ৰখা হৈছিল। সম্প্ৰতি এই প্ৰথা লোপ পালে। নৈৰ ঘাটত কিছুপৰ বিয়ানাম গোৱাৰ পাছত ছোৱালী দুজনীয়ে কলচীলৈ আঁঠুৰনীয়া পানীত নামি কাচিখনেৰে পূবফালে পাঁচবাৰ আৰু পশ্চিমফালে পাঁচবাৰ নৈৰ পানীত দাগ দি কাটি কলচীত পানী ভৰায় আৰু লগে লগে বন্দুকৰ গুলী ফুটোৱা হয়। তাৰ লগে লগে ঢোল-তালো বাজি উঠে। এইদৰে সংগ্ৰহ কৰা পানীৰ লগত কেঁচা মাহ, হালধি, মিঠাতেল আদি মিহলাই এখন ওখ পীৰাত বহুৱাই দৰাক বয়সস্থা তিৰোতাসকলে নোৱাই সাজ-পাৰ পিন্ধায়। আনহাতে দৰাৰ লগত পিতৃ-মাতৃ হানি নোহোৱা আৰু বিবাহযোগ্য গোত্ৰৰ এহাল যুৱক-যুৱতীক "য়ামগুৰ্"(সখী) হিচাপে

সাজু কৰা হয়। মাঙ্গলিক ক্ৰিয়া সমাপন কৰাৰ পাচত সাধু-ভকতসকলৰ আশীৰ্বাদ লৈ বৰযাত্ৰীসকলে "য়ামগুৰ"দ্বয়েৰে সৈতে দৰাক লগত লৈ ঢোলে-দগৰে ঘৰৰ বাহিৰলৈ ওলায়। দুৱাৰ মুখ পোৱাৰ লগে লগে দৰাই দুকাষৰ ভৰা কলহত দুয়োখন হাতৰ আঙুলি জুবুৰিয়াব লাগে। বাহিৰত এবাৰ গাঁৱৰ ৰাইজে দৰাক আশীৰ্বাদ দিয়ে। ঘৰৰ চাঙৰ পৰা নতুনকৈ সজা সৰু চাং আৰু জখলাইদিহে দৰাক নমাব লাগে। এইদৰে নামোতে দৰাই দুফালৰ দুটা ভৰা কলহত পুনৰ হাতৰ আঙুলি ডুবাব লাগে। দৰাই মাটিত ভৰি থব নাপায়। সেয়েহে মাটিত নমাৰ লগে লগে দৰাৰ কাৰণে ঢাৰি-পাটিৰ ব্যৱস্থা কৰা হয়। তাতে বহুৱাই ৰাইজে দৰাক আকৌ আশীৰ্বাদ দান কৰে। তাৰ পাচত তোৰণেদি ওলাই যোৱাৰ সময়ত দৰাক কান্ধত লৈ তাৰো দুইকাষে থকা ভৰা কলহত আঙুলি ডুবাবলৈ দি হাতীৰ পিঠিত তুলি দিয়া হয়। উল্লেখযোগ্য যে বিয়াৰ উদ্দেশ্যে সেই দিনা হাতীৰ পিঠিত দৰাই বহিবলগীয়া অংশটো নাৱৰ চৈৰ নিচিনাকৈ সজা বিশেষ ঢাকনীৰে সজোৱা হয়। আজিকালি যাতায়ত ব্যৱস্থাৰ উন্নতিৰ লগে লগে বিয়াত হাতীৰ পৰিৱৰ্তে গাড়ীৰ ব্যৱহাৰ হ'বলৈ ধৰিছে।

দৰা গৈ কইনাঘৰৰ চোতাল পোৱাৰ অলপ আগতে পোৱাকৈ কলপুলিৰে এখন তোৰণ সজা হয় য'ত দৰাক আদৰা হয়। দৰা গৈ তোৰণখনৰ সন্মুখ পোৱাৰ লগে লগে কইনাৰ মাকে নাইবা খুৰীয়েকে প্ৰথমে দৰাক চুম্বনেৰে আশীৰ্বাদ দি আদৰাটো নিয়ম। সেই উদ্দেশ্যে অহা কইনাৰ মাক বা খুৰীয়েকৰ চৌপাশে এজাক জীয়ৰী-বোৱাৰীয়ে এখন কাঁহীত এগচি চাকিসহ বিয়ানাম গাই সহযোগ কৰে। উল্লেখযোগ্য যে পূৰ্বে বিয়ানামবোৰ মিচিং ভাষাত গোৱা হৈছিল যদিও আজিকালি সেইবোৰ অসমীয়া ভাষাত গোৱা হয়। বিয়া নামবোৰ মিচিং সমাজত "জঃয়ঃ' নিঃতম্" বুলিহে খ্যাত। আনুষ্ঠানিকভাৱে আদৰাৰ পাচত দৰাক সেই ৰাতিটোৰ বাবে এটা সাধাৰণ ৰভাৰ তলত থাকিবলৈ দিয়া হয়। সেইদিনা দৰাপক্ষৰ যুৱকসকলে গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰতিঘৰৰ লোকক তামোল-পাণ বিলোৱাটো বাধ্যতামূলক। তাৰোপৰি দৰা-পক্ষৰ যুৱতীসকলে দৰাৰ লগত থাকি তাত উপস্থিত হোৱা প্ৰতিজন লোককে এৰোখনকৈ তামোল আগবঢ়াব লাগে। ৰাতিলৈ কইনা-পক্ষ আৰু দৰা-পক্ষৰ মাজত "চঃমান্"(বিহু), চুপতি, ঠাট্টা-মস্কৰা আদি চলে। একালত এই প্ৰথা ইমানেই কু-প্ৰথাৰ ৰূপ লৈছিল যে বৰযাত্ৰীসকলক শাৰীৰিক নিৰ্যাতন পৰ্য্যন্ত বিহা হৈছিল। উল্লেখযোগ্য যে দৰা-পক্ষৰ লোকক আজিকালিৰ দৰে সম্ভ্ৰমেৰে শুশ্ৰূষা কৰাৰ প্ৰথা নাছিল। দৰা-পক্ষৰ লোক মাত্ৰেই লাজ-মান কাতি কৰি আপং, ভাত যি লাগে ঘৰে ঘৰে খুজি খাব পৰা হ'ব লাগিব। এয়াই আছিল নিয়ম।

পিছদিনা পুৱাই উঠি দৰা-পক্ষৰ যুৱক সকল দৰা-ঘৰত সজাৰ দৰে কইনা-ঘৰতো এৰোখন সৰু চাং নতুনকৈ সজা, তাত দাং লগোৱা, এডাল নতুন জখলা কটা,

গাহৰি পোৰা আদি কামত ব্যস্ত হ'ব লাগিব। সিফালে কইনা-পক্ষৰ লোকসকলে ঠিক দৰা-ঘৰত দৰাৰ নোৱনিৰ কাৰণে যি পদ্ধতিৰে পানী তোলা হৈছিল সেই একে পদ্ধতিৰে পানী সংগ্ৰহ কৰি কইনাক নোৱাই-ধুৱাই "য়াম্‌নী গালুগ্"(কইনাৰ চোলা), "দক্‌চিৰিঃ"(ডিঙিত পিন্ধা মণি বিশেষ), গামখাৰু আদি অয়-অলঙ্কাৰ পিন্ধাই সজাই তোলে। তেতিয়া দৰাক ৰভাৰ তলৰ পৰা কইনা-ঘৰৰ চাঙৰ ওপৰলৈ নতুনকৈ সজা চাং আৰু জখলাইদি ঢোলে-দগৰে শোভাযাত্ৰা কৰি আদৰি নিয়া হয় আৰু দৰা-কইনাক একেলগে বহি ভোজন কৰিবলৈ দিয়া হয়। ভোজনত সাধাৰণতে পাতত দিয়া বগা বাকলি থকা মাছ খাবলৈ দিয়া হয়।

ভোজনৰ পাছত দৰা-কইনাক সাধু-ভকত সমন্বিতে ৰাইজৰ সমুখত বহুৱাই আশীৰ্বাদ দিয়া হয় আৰু মাঙ্গলিক কাৰ্যৰ লগতে কন্যাদান কাৰ্যও তাতে সম্পাদন কৰা হয়। সেই সময়তে দৰা-পক্ষৰ কৰ্তৃত্বশীল লোকজনে ৰাজহুৱাভাৱে "আপোনালোকৰ ছোৱালীৰ হাড়লৈকে আপডাল কৰিম" বুলি প্ৰতিশ্ৰুতি দিয়াৰ লগতে নামমাত্ৰ হ'লেও গা-ধন দিয়ে। মাঙ্গলিক কাৰ্য সম্পন্ন কৰাৰ পাছত বিয়া নাম আৰম্ভ হয় আৰু লগে লগে ঢোলত চাপৰ পৰে। ঢোলৰ মাত শুনাৰ লগে লগে কইনাৰ কান্দোনৰ ৰোল উঠে। অৰ্থাৎ "য়াম্‌নী তয়নাম্"(কইনা প্ৰেৰণ)ৰ সময় সমুপস্থিত। লগে লগে ৰাইজে নৱ-দম্পতীক আশীৰ্বাদ দি ঢোলে-দগৰে নতুনকৈ সজা চাং আৰু জখলাইদি চোতাললৈ নমাই আনে আৰু তাত ডেকা-গাভৰু ৰাইজে আশীৰ্বাদ দি বিদায় দিয়ে। সেই সময়ত কইনাই পিতৃ-মাতৃৰ ঘৰলৈ উলটি নোচোৱাকৈ দুহাতে দুমুঠি চাউল লৈ পিছফালে ছটিয়ায়। দৰাৰ ঘৰ পোৱাৰ লগে লগে নৱ-দম্পতীক নতুনকৈ সজা সৰু চাং আৰু জখলাইদি ঘৰৰ চাঙলৈ উঠাই নিয়া হয়। সেইদৰে উঠাই লৈ যাওঁতে দৰাৰ মাক বা খুৰীয়েকে এখন ডাঙৰ কাঁহীত চাকি জ্বলাই বোৱাৰীক যথা ৰীতিৰে আদৰে আৰু বোৱাৰীক ভৰা কলহবোৰত আঙুলি ডুবাবলৈ দিয়ে। দৰা-ঘৰত প্ৰবেশ কৰাৰ লগে লগে 'আনু য়াম্‌নী'(ন-কইনা)ক আপং চাকিবলৈ দিয়া হয় আৰু সেই আপং খাইহে ৰাইজ ঘৰাঘৰি হয়।

মিচিং সমাজত যৌতুক প্ৰথা নাই। বিয়াৰ দিনা কইনাৰ নিকটাত্মীয় বন্ধু-বান্ধৱে উপহাৰ দিয়াৰ প্ৰথা আছে। এই কাৰ্যক মিচিং সকলে "জতক্ বিনাম্" বুলি কয়। কিন্তু বিয়াত "গাদু"(মিৰি জিম) দিয়াটো একালত বাধ্যতামূলক আছিল।

অতীতত মিচিং বিয়াত "য়াম্‌নী আপ্‌পুন পুন্‌নাম্"(কইনা ফুল চিঙা) প্ৰথাও প্ৰচলন আছিল। এই প্ৰথা অনুসৰি দৰা আৰু কইনাৰ নামত দুপাহ ফুল সম্পূৰ্ণ মাঙ্গলিক অনুষ্ঠানৰ মাজেদি চিঙি ৰখা হৈছিল। যিপাহ ফুল প্ৰথমে মৰহি যায় সেইপাহ ফুলৰ সংশ্লিষ্ট গৰাকীৰ প্ৰথমে মৃত্যু হ'ব বুলি বিশ্বাস কৰা হৈছিল।

### (খ) দুগ্‌লা লাঃ নাম্ ঃ

পলুৱাই নি পতা বিবাহকে "দগ্‌লা লাঃ নাম্" বুলি কোৱা হয়। এনে ধৰণৰ বিবাহ দুটা কাৰণত অনুষ্ঠিত হ'ব পাৰে। প্ৰথমতে, প্ৰাক্‌বৈবাহিক প্ৰেমজনিত কাৰণত তৰুণ যুগলৰ মিলনৰ পথত পিতৃ-মাতৃ হেঙাৰ ৰূপে থিয় দিলে এনে বিবাহ সংঘটিত হ'ব পাৰে। দ্বিতীয়তে, কেতিয়াবা ল'ৰা-ছোৱালীৰ মাজতো পাৰস্পৰিক আকৰ্ষণ আছে, পিতৃ-মাতৃৰো সম্মতি আছে, অথচ টকা-পইচাৰ অভাৱত "দাঃৰ মিদাং" পতাটো সম্ভৱ নহয়। তেনে ক্ষেত্ৰতো "দুগ্‌লা লাঃনাম্" বিবাহ অনুষ্ঠিত হ'ব পাৰে।

এই পদ্ধতিৰ বিবাহত ল'ৰাটোৱে ছোৱালীজনীক পলুৱাই নিয়াৰ লগে লগে ল'ৰাৰ মাক-বাপেকে সাধাৰণতে ল'ৰাটোৰ মামাক বা পেহাকক কটকী হিচাপে প্ৰেৰণ কৰি ছোৱালীৰ পৰিয়ালক বাতৰিটো দিয়ায়। কটকীজনে আৰু দুই এজন লোক লগত লৈ আপঙৰ কলহ আৰু তামোল-পাণৰ টোপোলাসহ ছোৱালীজনীৰ পিতৃ-মাতৃৰ গাঁৱত উপস্থিত হয় আৰু সেইখন গাঁৱৰে কেইজনমান বয়োজ্যেষ্ঠ লোকক লৈ নিৰ্দিষ্ট ঘৰলৈ যায়। তাত উপস্থিত হৈয়েই কটকী আৰু তেওঁৰ লগত যোৱা লোকসকলে ল'ৰাটোৱে কৰা অপৰাধৰ বাবে ছোৱালীজনীৰ পিতৃ-মাতৃৰ ওচৰত প্ৰথমে ক্ষমা ভিক্ষা কৰে। যদি ছোৱালীজনীৰ পিতৃ-মাতৃ তাত মান্তি হয় তেন্তে গাঁৱৰ আৰু দুই চাৰিজনলোকক আমন্ত্ৰণ কৰি দুয়ো পক্ষৰ মাজত সৌহাৰ্দ্যপূৰ্ণ আলোচনাৰ মাজেদি মাঙ্গলিক কাৰ্যবিধি সমাপন কৰাৰ বাবে এটা দিন স্থিৰ কৰা হয়। সেইমতে ল'ৰা-পক্ষই আপং, মাছ, তামোল-পাণ আদি লৈ গৈ কইনা-ঘৰত মাঙ্গলিক ক্ৰিয়া, গা-ধন, দিয়া আদি কাৰ্য সম্পাদন কৰে আৰু তেতিয়া নৱ-দম্পতী, বিবাহিত নৱ-দম্পতী হিচাপে সামাজিকভাৱে স্বীকৃত হয়। তেনে কৰোঁতেও ল'ৰা-পক্ষই সেইদিনা ছোৱালী-পক্ষৰ গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈকে প্ৰতিঘৰতে তামোল-পাণ বিলাব লাগে। এইদৰে দেখা যায় যে প্ৰকৃততে "দুগ্‌লা লাঃনাম্" বিবাহ আনুষ্ঠানিক বিবাহ নহয়, বৰঞ্চ পৰৱৰ্তী কালত আনুষ্ঠানিক স্বীকৃতি প্ৰদান কৰা বিবাহহে। সেইকাৰণে এইদৰে বিবাহিত কিছুমান দম্পতীয়ে সন্তান-সন্ততি হোৱাৰ পাছতো এক প্ৰকাৰৰ আনুষ্ঠানিক বিবাহ অনুষ্ঠিত কৰে যাক মিচিং ভাষাত— 'আব্‌বাকুন্'<("আবাঁ"=মূল+"আকুন্"=টোপোলা) বোলা হয়।

আনহাতে ছোৱালীজনীৰ পিতৃ-মাতৃ যদি সম্মত নহয় তেন্তে সাধাৰণতে কটকী আৰু তেওঁৰ লগত যোৱা লোকসকল অপদস্থ হ'বলগীয়া হয় আৰু তেনে ঘটনাই দুয়ো পক্ষৰ মাজৰ সম্বন্ধত তিক্তভাৰ সৃষ্টি কৰে। কেতিয়াবা এনে ঘটনাই দলীয় সংঘৰ্ষৰো সৃষ্টি কৰে।

### (গ) কুম্চু-দঃচুলা লাঃনাম্ ঃ

"কুম্চু-দঃ চুলা লাঃনাম্" মানে হ'ল আশীৰ্বদীয়া বিবাহ। ল'ৰা আৰু ছোৱালী উভয় পক্ষৰ ল'ৰা-ছোৱালীহালৰ বিবাহত সম্মতি থকা স্বত্বেও আৰ্থিক দুৰবস্থা নাইবা

আন বিশেষ অসুবিধাৰ কাৰণে বিয়াখন পতাত অপাৰগ হ'লে সাধাৰণতে "দুগ্‌লা লাঃ নাম্"তকৈ "কুম্‌চু-দঃচুলা লাঃ নাম্"কে অগ্ৰাধিকাৰ দিয়া হয়। এই পদ্ধতিত ল'ৰাটোৱে নিজৰ বন্ধুবৰ্গ আৰু নিকটাত্মীয় লোকক লৈ কইনা ঘৰলৈ গৈ কইনাৰ পিতৃ-মাতৃ, আত্মীয়-স্বজন আৰু গাঁৱৰ বয়োজ্যেষ্ঠ লোকৰ উপস্থিতিত সকলোৰে পৰা আশীৰ্বাদ লৈ কইনা গ্ৰহণ কৰে।

*(ঘ) চলা লাঃ নাম ঃ*

"চলা লাঃ নাম্"পদ্ধতিৰ বিবাহ হ'ল অপহৰণ কৰি পতা বিবাহ। অতীজত এই বিবাহ মিচিং সমাজত প্ৰচলিত আছিল যদিও সম্প্ৰতি এই প্ৰকাৰৰ বিয়া সমূলি নোহোৱা হ'ল। তাৰ কাৰণ হ'ল শিক্ষা-দীক্ষা লাভ কৰাৰ লগে লগে ইচ্ছাৰ বিৰুদ্ধে ছোৱালীক অপহৰণ কৰা কাৰ্যক সামাজিক অপৰাধ হিচাপে গণ্য কৰা হ'ল।

মিচিং বিবাহ-পদ্ধতিত "দাঃৰ মিদাং'ৰ বাহিৰে অন্য প্ৰকাৰৰ বিবাহত আনুষ্ঠানিকতাৰ ব্যপকতা নাই। অন্য প্ৰকাৰৰ বিয়াবোৰ অতি অনুষ্টুপীয়াকৈ পতা হয়।



বিঃ দ্ৰঃ প্ৰবন্ধটো যুগুত কৰিবলৈ ক্ষেত্ৰ অধ্যয়ন কৰাৰ সময়ত যিসকল লোকে সহায়ৰ হাত আগবঢ়াইছিল সেই সকলৰ ওচৰত লেখক চিৰকৃতজ্ঞ। ধেমাজি জিলাৰ চি চি ৰাজহ চক্ৰৰ অন্তৰ্গত টঙানি ন-পাম গাঁৱৰ গান্ধীৰাম দলে আৰু উম্বৰী দলেৰ ওচৰত লেখক বিশেষ ভাৱে কৃতজ্ঞ।

# ৰাভাসকলৰ বিবাহ উৎসৱ

ড° উপেন ৰাভা হাকাচাম

ৰাভাসকলৰ বিবাহ উৎসৱক প্ৰধান তিনিটা পৰ্বত ভগাই আলোচনা কৰিব পাৰি। প্ৰথম পৰ্ব ঃ কইনা সোধ-পোচ কৰা(জন পাওৱানি/কায় ছি'ঙা ৰেংকায়), দ্বিতীয় পৰ্ব ঃ ভোজ(জেক/ৰছ) আৰু তৃতীয় পৰ্ব ঃ আঠমঙলা(নোক বাৰকায়/ঘৰ ফিৰানি)। অঞ্চল আৰু ফৈদ সাপেক্ষে সামাজিক বা অসামাজিকভাৱে বিভিন্ন সময়ত বিভিন্ন বিবাহ অনুষ্ঠান ৰাভা সমাজত প্ৰাচীন কালৰে পৰা বৰ্তমানলৈকে প্ৰচলিত হৈ আহিছে।[১] সেই সকলোবোৰ বিবাহ অনুষ্ঠানৰ কথা আলোচনা কৰিবলৈ হ'লে এখন গবেষণা-গ্ৰন্থৰ সৃষ্টি হ'ব। ইয়াত ৰাভাসকলৰ উল্লেখযোগ্য বিবাহ পৰ্বৰ কেতবোৰ দিশ থোৰতে আলোচনা কৰা হৈছে।

ৰাভাসকলৰ মাজত বিশেষকৈ ৰংদানি আৰু মায়তাৰি ফৈদৰ মাজত অতি প্ৰাচীন কালত পাঁচপ্ৰকাৰৰ বিবাহ অনুষ্ঠানৰ প্ৰচলন আছিল বুলি গম পোৱা যায়।[২] সেই কেইটা হ'ল — (ক) ভৰি ছিংকায়/ থুছি ছেকায়, (খ) কায় ভৰি বি'কায়, (গ) নোক ধাংকায়/ কায় পায়কায়, (ঘ) জাওয় ধাংকায়/ছি'ংকায় আৰু (ঙ) ক্ৰাংছি ভৰি।

---

(১) দ্ৰষ্টব্য ঃ (ক) ৰাভা, ৰাজেনঃ 'বিবাহ প্ৰথা', *ৰাভা জনজাতি,* ২০০২, পৃ.৫৫-৬৯
(খ) ৰাভা, মনিঃ 'বিবাহ', *ৰাভাসকলৰ সমাজিক আইন আৰু দণ্ডবিধি,* ১৯৯৪, পৃ.৭৮-৯৬
(গ) বাঠৌ, যোগেনঃ ৰাভা জাতিৰ ইতিবৃত্ত, ১৯
(ঘ) ৰাভা, মহেনঃ 'ৰংদানী ৰাভা সমাজৰ বিবাহ পদ্ধতি, *অভিযান,* মাৰ্চ, ১৯৮৩ (সম্পা. বীৰেন্দ্ৰ চন্দ্ৰ দাস)
(ঙ) ৰাভা, হিমাঃ 'ৰাভা সকলৰ বৈবাহিক প্ৰথা, *ৰাভা অধ্যয়ন* (১ম খণ্ড) ১৯৯০, পৃ. ৫৫-৬৫
(চ) ৰাভা, শুক্লাপ্ৰসাদঃ 'ৰাভা বিবাহ এক স্মৃতি পট', *ৰৱভী ৰাভা সংস্কৃতিৰ পৰম্পৰা,* ২০০৩ পৃ. ১-২৩

(২) প্ৰাগুক্ত গ্ৰন্থ কেইখনত ৰাভা বিবাহৰ প্ৰকাৰ ভেদ সম্পৰ্কে মতানৈক্য আছে।

### (ক) ভৰি ছিঁকোয় বা থুছি ছেকোয় বিবাহ ঃ

সাধাৰণতে শিমলু আৰু মদাৰ ফুল নুফুলা বতৰত অৰ্থাৎ আহিন-কাতি মাহৰ ভিতৰত যিকোনো এটা দিনৰ কাহিলি পুৱা দৰাৰ ঘৰে দলে-বলে ভাৰ-ভেটি সহকাৰে অকস্মাৎ কইনাৰ ঘৰ ঘেৰাও কৰি ঘৰৰ ভিতৰত থকা কইনাক উলিয়াই আনি বা ঘৰৰ বাহিৰত থকা কইনাক জোৰ কৰি ধৰি আনি বাইজ বিদ্যমানে শিৰত সেন্দুৰৰ বোল আৰু মূৰত তেল সানি বাঁহৰ কাকৈৰে ফণিয়াই দিছিল। কইনাজনীৰ আপত্তি থাকিলে নানা ফুচুলনিতো ভোল নগৈ গা ধুই সেন্দুৰৰ বোল আৰু মূৰৰ তেল গুচাই দিছিল। এইদৰে দৰা-ঘৰে বিশেষ এজনী ছোৱালীৰ বাবে তিনিবাৰলৈ সেন্দুৰৰ বোল আৰু তেল দিয়া(থুছি ছেকায়)ব্যৱস্থা কাৰ্যকৰী কৰাৰ বাবে প্ৰচেষ্টা চলাব পাৰিছিল।

ছোৱালীজনীৰ লগতে অভিভাৱক-অভিভাৱিকাৰ সম্মতি পালে দৰা-ঘৰে লগত নিয়া মদৰ হাড়ী, ধপাত-মলখু, তামোল-পাণৰ জোলোঙা বাইজৰ উদ্দেশ্যে সভৰিৰ(ছাব্রি) সৈতে আগবঢ়াইছিল আৰু কইনাৰ উদ্দেশ্যে এখন হোৰা(খোক)ত এপুৰা চাউলৰ সান্দহ(আতাকুটা) -আখৈ, কচু-মাটিমাহৰ টোপোলা, বৰালি মাছৰ শুকাই থোৱা কলঠি(নাজেংনানি চেনা), কেইসাজমান আ-অলঙ্কাৰ, সামান্য পৰিমাণৰ চিকাৰূপ(কাচাটাকা) আৰু এটা ৰঙা মতা কুকুৰা আগবঢ়াই মান ধৰিব লাগিছিল। এই মান ধৰা সমলকে একেলগে 'চিথা বুন্দা' বা 'ছিতা বুন্দি' বোলা হৈছিল। চিথা বুন্দা ভাৰ যিয়ে-সিয়ে কঢ়িয়াব নোৱাৰিছিল। সাধাৰণতে দৰাৰ মোমায়েকৰ ছোৱালীজনীকহে এই কামটোৰ দায়িত্ব ভাৰ অৰ্পণ কৰা হৈছিল। সেইদৰে দৰা-ঘৰৰ পৰা এহাল সুস্থ-সবল দম্পতী 'জোৰকায়' হিচাপে লগত যোৱাটো বাধ্যতামূলক আছিল।

কইনাই বিবাহলৈ সম্মতি দিয়াৰ চিন স্বৰূপে পিছদিনাখনৰ পৰাই দৰা-ঘৰে দি অহা আগধনেৰে সূতা কিনি বা সূতা কাটি (পূৰ্বতে কপাহৰ জোলা দিয়া হৈছিল) নিজৰ বাবে প্ৰয়োজনীয় মূৰত ওৰণি লোৱা খৰে(বিবাহিতা নাৰীৰ শিৰোভূষণ) এজুটি বৈ লোৱাটো বিধান স্বৰূপ আছিল। এই বিয়াত কইনাৰ মতক অধিক প্ৰাধান্য দিয়া হৈছিল। কইনা বা কইনা-ঘৰৰ বিয়ালৈ অসম্মতি থাকিলে দৰা-ঘৰে থৈ অহা চিথা বুন্দা(মনে মনে ঘৰৰ চালত গুজি থৈ আহিলেও) একে ৰাতিৰ ভিতৰতে দৰা-ঘৰলৈ একে নিয়মেৰে সম্মান সহকাৰে ওভোটাই দিব লাগিছিল — অন্যথা কণাই হওক কুঁজাই হওক দৰাজনক বৰণ কৰাটো সমাজ স্বীকৃত বিধান আছিল। পূৰ্বতে এই নিয়ম অতি কঠোৰভাৱে বলবৎ কৰা হৈছিল আৰু প্ৰতিযোগিতামূলক মনোভাৱেৰে নিজৰ নিজৰ অভিলাষ পূৰ্ণ কৰিবলৈ দুয়োদলে নেৰানেপেৰা প্ৰচেষ্টা চলাইছিল।[৩]

---

(৩) বাভা, বাজেনঃ 'সংস্কাৰ কথা' ঃ (সুৰ্যোদয়ঃ এক বিবাহ চুক্তি), প্ৰকাশ।

কইনাৰ বা কইনা-ঘৰৰ পৰা সম্মতি পালে দ্বিতীয়বাৰ দৰা-ঘৰে পুনৰ এটা মদৰ হাড়ী আৰু কিছুমান সামগ্ৰীৰে 'ভাৰ খি'ছাকায়' অৰ্থাৎ জোৰোণ দিবলৈ গৈছিল। ইয়াত 'লাখৰ ভাৰ' অৰ্থাৎ গৰখীয়া ভাৰ নিয়াটো বাধ্যতামূলক আছিল। বিয়াৰ গা-পণ আৰু দিন বাৰ নিৰ্দ্ধাৰণ কৰা হয় বাবে এই ব্যৱস্থাটো 'জানা/জানাকা/জনাত' নামেৰেও জনাজাত হৈছিল। সিদিনাখনে দৰা-ঘৰৰ পৰা দি পঠোৱা এটা ৰঙা মতা কুকুৰা কাটি তাৰ মঙহেৰে কলাখাৰ আৰু পিঠাগুড়ি দি কইনাই নিজ হাতে প্ৰস্তুত কৰা মাটিমাহৰ আঞ্জা(তোবা খাজি)ৰে অতিথিক আপ্যায়ন কৰা হৈছিল।

এই প্ৰথাৰে সমাধা কৰা মূল বিবাহ অনুষ্ঠান তিনি দিন ধৰি চলিছিল। প্ৰথম দিনা নোক খি'থাৰকায় অৰ্থাৎ ঘৰ শুদ্ধিকৰণ, মাজৰ দিনা ভৰ বিয়া বা তোতি'কাম(অতিথি ভোজন) আৰু শেষৰ দিনা বাছি বিয়া বা চকো পায়কায় ৰু'ংকায়(প্ৰীতি-ভোজ)। ৰাভাৰ পৰম্পৰাগত বিবাহ অনুষ্ঠান মানেই আছিল ভোজৰ সমাহাৰ। দৰা-ঘৰত অনুষ্ঠিত বিবাহৰ ক্ষেত্ৰত অতি কমেও পাঁচটা আমিষ ভোজ-পানাহাৰাৰ লগতে নৃত্য-গীতৰো আয়োজন কৰিবলগীয়া হৈছিল। সেইবাবে আত্মীয়-কুটুম্বৰ উপৰিও সমূহ গাওঁবাসীৰে সক্ৰিয় অংশগ্ৰহণ একান্তই কাম্য আছিল। প্ৰথম দিনাখন গাৱঁৰ বুঢ়া-মেথাক মাতি মেল চপাই বিয়াৰ বিধি-ব্যৱস্থা আলোচনা কৰা, ৰভা-পৰলা দিয়া, কলপাত-চুঙা-দোনা আদিৰ যা-যোগাৰ কৰাৰ লগতে দৰা-ঘৰৰ বাহী চোতাল, মূলঘৰ গোবৰ-পানীৰে মচি পৰিশুদ্ধি(নোক খি'থাৰকায়) কৰা হৈছিল। সেইদিনাই ভোজনশালা আৰু অতিথি সৎকাৰৰ কামত গাৱঁৰ বিশেষ বিশেষ ব্যক্তিক আগে-ভাগে তামোল-পাণ দি দায়িত্ব দিয়া হৈছিল। ইয়াৰ আগয়েও ভোজ-ভাত আৰু মদৰ বাবে প্ৰয়োজনহোৱা চাউল খিনি, ৰাইজেই ধান ৰ'দাই উৰালত খুন্দি মোকলাই লৈছিল।

মূল বিয়া(ভৰ বিয়া)ৰ দিনাখন দৰা-ঘৰৰ পৰা যোৱা বিবাহ-যাত্ৰীয়ে কইনাৰ সাজৰ বাবে প্ৰয়োজনীয় সকলো সা-সামগ্ৰী লগত কঢ়িয়াই নিছিল আৰু ৰি'ফান ছাককায়-কাম্বুং মুছুক পাংকায়-খৰে বা দোতাৰি কাপোৰেৰে সু-সজ্জিত কৰি, কঁকালত ৰুবুক মালা, গলত চন্দন হাৰ, কাণত নামব্ৰি, নাকত নাকাপতি, খোপাত খুছুমাক্ৰং আৰু হাতত ছান গাগ্ৰা(ফোপোলা খাৰু)ৰে সালংকৃতা কৰি ঢোলে-দগৰে দিনৰ ভাগতে দৰা-ঘৰলৈ লৈ অনা হৈছিল। কইনাৰ লগত তেওঁৰ আত্মীয়-স্বজনো(নোকছামি) লগত আহিছিল আৰু তেওঁলোকক দৰা-ঘৰে বিশেষ সন্মানসহকাৰে আদৰ-আপ্যায়ন কৰিব লাগিছিল। দৰা-ঘৰ পোৱা মাত্ৰে পদূলি মুখত যতনাই থোৱা কলহৰ পানীৰে ভৰি ধুৱাই লৈ কইনাক বৰঘৰৰ ভিতৰলৈ সুমুৱাই গৃহদেৱী ৰোন্তাকৰ বেদীত আঁঠু কঢ়াই পূৰ্বে সজাই-পৰাই থোৱা দৰাৰ সোঁফালে বহুৱাই দিছিল। ইয়াৰ পিছত খামাল অৰ্থাৎ

পুৰোহিতে বৰ-ঘৰৰ মুধচৰ পূব খুঁটা এটাত বা বাহিৰৰ চোতালত পূব মুৱাকৈ বেদী সজাই বিছি দেবতাৰ নামত মন্ত্ৰ মাতি মতা-মাইকী কুকুৰা এহাল ডিঙি মুচৰি বলি দিছিল। ইয়াকে 'তো থাকায়' বোলা হৈছিল। উল্লেখযোগ্য যে বিছি দেবতাৰ নামত বলি দিয়া কুকুৰা হালৰ মৃত্যু হোৱা প্ৰকৃতিলৈ চাই নব-দম্পতীৰ দাম্পত্য জীৱনৰ শুভা-শুভ বিচাৰ কৰা হৈছিল। কুকুৰা হালৰ মতাটো আগতে মৰিলে বিধবা হোৱা, মাইকীজনী আগতে মৰিলে বৰলা হোৱা আৰু একেলগে মুখা-মুখিকৈ বা সাবটা-সাবটিকৈ মৰিলে একেলগে সুখে- দুখে আমৃত্যু জীৱন অতিবাহিত কৰিব পৰা সূচাইছিল। সেইদৰে পিঠিয়া-পিঠিকৈ মৰিলে বিবাহ-বিচ্ছেদ বা দাম্পত্য কলহ সূচাইছিল।

'তো থাকায়' পৰ্ব সমাপ্ত হোৱাৰ পিছতে দৰা-কইনাই ৰাইজৰ ওচৰত আঁঠু কাঢ়ি আশীৰ্বাদ মাগিছিল। তাৰপিছত পুনৰ গা-পা ধুই বিশেষকৈ কইনাজনীয়ে নব-বস্ত্ৰ পৰিধান কৰি ইতিপূৰ্বে প্ৰস্তুত হোৱা ভোজৰ ভাত এখন হেতা(দেংগা বা হাতা)ত পৰিপূৰ্ণ কৰি লৈ সকলো অভ্যাগতৰ ভাতৰ পাতত জোৰাকৈ অলপ অলপকৈ বিতৰণ কৰিবলগীয়া হৈছিল। এনেদৰে বিতৰণ কৰোঁতে হেতাত ৰাহি হোৱা ভাতৰ পৰিমাণলৈ চাই কইনাজনী গাৰ্হস্থ্য জীৱনত কিমান দক্ষ(লখিমী বা আলষণী) সেই বিষয়ে পূৰ্বানুমান কৰিছিল। বিবাহৰ ভোজত কইনাৰ হাতে বিতৰণ কৰা কাৰ্যকে হাতা ছুৱানি বা হাতা ছুনি বোলা হৈছিল। হাতা ছুৱানি কৰাৰ পিছতহে অন্যান্য বিতৰকে ভাত আদি ৰাইজক বিতৰণ কৰিব পাৰিছিল।

ভৰ বিয়াৰ দিনাখন কইনা-ঘৰীয়াৰ লগতে কইনাজনীয়েও দৰা-ঘৰতে ৰাতিটো কটাইছিল। পিছদিনাখন বাহী বিয়া। সিদিনাখন ভালদৰে খুৱাই-বুৱাই অতিথি(নোকছামি) বৃন্দক এটা প্ৰকাণ্ড দঁতাল গাহৰি মাৰি তাৰ পৰা নেগুৰৰ সৈতে পিছ-পিৰাডোখৰৰ এফাল কাটি হোৰাত ভৰাই পঠিয়াবলগীয়া হৈছিল। এনেদৰে বিদায় দিয়া পৰ্বক 'বাক ছিবং ছাকায' অৰ্থাৎ গাহৰিৰ পিৰা গ্ৰহণ পৰ্ব বোলা হৈছিল। সিদিনাখনে কইনা-ঘৰীয়াৰ লগতে কইনাজনীকো মাকৰ ঘৰলৈ কিছুদিনৰ বাবে পঠিয়াই দিয়া হৈছিল। ইফালে ৰাইজে ৰভা ঘৰ ভাঙি সামৰি- সুতৰি ঘৰে ঘৰে পঁচা তুলি অনা মদৰ হাড়ীৰে প্ৰীতি-ভোজ খাইছিল আৰু তাত নানা ধৰণৰ নৃত্য-গীতৰ সমাহাৰ ঘটিছিল। বিয়াত গোৱা গীতক 'তোতেকামি চায়' বোলা হৈছিল আৰু ইয়াত বন্দনা-চন্দনা আৰু নিৰমনি-নিছিমনিৰ মিলন; কাবানলৰ উৎপত্তি; আয়া নীলাশ্বৰীৰ অবৈধ বিবাহ আয়োজন বিষয়ক কাহিনী গীত পৰিৱেশন কৰা হৈছিল। এইদৰে অতি উলহ-মালহেৰে কেইবাদিনো দিনজোৰা প্ৰস্তুতিৰে ৰাভাৰ প্ৰাচীন 'ভৰি ছি'ংকায়' বিবাহ পৰ্ব উদ্‌যাপিত হৈছিল আৰু এটা শুভ দিনত দৰা-কইনাক নতুন বাসগৃহত সুমুৱাই ঘৰ দিয়া(নোক ছনকায়)পৰ্বৰে এই অনুষ্ঠানৰ সামৰণি পৰিছিল। সেইবাবে প্ৰাচীন বিবাহ ব্যৱস্থাত 'নোক বাৰকায়' বা আঠমঙলা জাতীয় কোনো সুকীয়া অনুষ্ঠানৰ প্ৰয়োজন নহৈছিল।

*(খ) কায় বি'কায় বা ভবি বি'কায় বিবাহ ঃ*

মোমায়েকৰ জীয়েক, খুলশালী ছোৱালী, বৌৱেক বা বাকদত্তা এজনীক কিবা কাৰণত পূৰ্বৰ প্ৰতিশ্ৰুতি ভংগ কৰি বিয়াত অসম্মতি প্ৰকাশ কৰিলেও য'তে দেখি পায় ত'ৰে পৰা(মাছলৈ যাওঁতে বা পূজা উছৱত ভাগ লওঁতে) ছল্ চাই দাং-কোলাকৈ হ'লেও তুলি নি কুকুৰা কাটি বিয়া কৰাই দিয়াৰ ব্যৱস্থা ৰাভা সমাজত একালত প্ৰচলন আছিল। অৱশ্যে এনে বিয়াত কইনাৰ মাক-বাপেকৰ লগতে সগোত্ৰীয়লোককো(বাৰায়-হুৰি) প্ৰচুৰ পৰিমাণে গা-ধন (ৰাংতি'কাম)আৰু তামোলৰ উপঢৌকন(বাৰায়নি কুই ছাকায়) দিবলগীয়া হৈছিল। বিয়াৰ ভোজ হিচাপে ব্যৱস্থা চাই বৰভোজ(পাকাৰছ) বা সাধাৰণ ভোজ(কাচাৰছ) একোটা দিবলগীয়া হৈছিল। একপক্ষীয়ভাৱে আগবাঢ়িলেও কইনা-ঘৰীয়া বা কইনাক ফুচুলাই, প্ৰলোভিত কৰিহে এই বিবাহ হাচিল কৰা হৈছিল।

*(গ) নোক ধাংকায় বা কায় পায়কায় বিবাহ ঃ*

মায়তাৰি ফৈদৰ ডেকা-গাভৰুৱে জেঠ মাহত উদ্‌যাপিত বায়খো থলীতে প্ৰণয়মূলক গীত গাই দৰা-কইনা নিৰ্বাচন কৰিছিল। আনহাতে ৰংদানি ফৈদৰ ডেকা ল'ৰাক কোনোবা গাভৰুৱে মনে মনে ভাল পাই থাকিলে অকস্মাৎ কানি-কাপোৰসহ দৰা-ঘৰত আহি ওলাই, কাম-কাজ কৰি দি আলহী খপিছিল। কেতিয়াবা আলহী খপা কোনোবা ডেকা ল'ৰাক মদ খাবলৈ দি ৰাইজৰ সমুখত সি গম নোপোৱাকৈ ফুলাম পাজাৰ এখন পিছফালে ৰাখি পূৰ্বৰ পৰা পীৰিতি(নুকবাৰ জি'নকায়)থকা বুলি প্ৰত্যয় নিয়াই দৰা নিৰ্বাচন কৰিছিল।[8] পৰস্পৰৰ সম্মতি সাপেক্ষে অভিভাৱক-অভিভাৱিকাৰ অজ্ঞাতে এইদৰে ইজনে আনজনৰ ঘৰত পতি-পত্নীৰ দৰে জীৱন-যাপন কৰাকে ৰাভাসকলে 'নোক ধাংকায' অৰ্থাৎ ঘৰ সোমোৱা বিয়া বুলিছিল। এই বিবাহ ঘৰজোঁৱাই ৰখাৰ ক্ষেত্ৰতো প্ৰশস্ত আছিল। মন খাই কাৰোবাক পলুৱাই অনা ব্যৱস্থাটোক 'কায় পায়কায়' বোলা হৈছিল। নোক ধাংকায় বা কায়পায়কায় উভয় ব্যৱস্থাতে ৰাইজক সাক্ষী কৰি এহাল কুকুৰা কাটি বিবাহ-কাৰ্য সম্পাদন কৰা হৈছিল। অভিভাৱক-অভিভাৱিকাক মানসহকাৰে গা-পণ, তামোল-পাণ আদি সকলো সময়তে নিয়মানুযায়ী পৰিশোধ কৰিবলগীয়া হৈছিল। অৱশ্যে লগে লগে দিব নোৱাৰিলেও তিনিৰ পৰা পাঁচ বছৰৰ ভিতৰতে ৰাইজৰ ভোজ(পাকাৰছ বা কাচাৰছ) বাধ্যতামূলকভাৱে দিব লাগিছিল। ভোজৰ হাতাছুৱানি ব্যৱস্থাত কইনাই নিজে অংশ গ্ৰহণ কৰিব নোৱাৰিলে (সগৰ্ভাৱস্থাত)নিজৰ ভনীয়েক বা ভগ্নীস্থানীয় লোকে সেই কাৰ্য প্ৰতীকী অৰ্থত সমাধা কৰিবলগীয়া হৈছিল।

---

(৪) এনে বিবাহ প্ৰথা হেনো দুধনৈৰ নাতিদূৰত অৱস্থিত হাবাংগিৰিৰ ৰংদানি গাঁৱত প্ৰচলিত আছিল। (উৎসঃ ৰাজেন ৰাভাৰ মৌখিক তথ্য)

*(ঘ) জাওয় ধাংকায় বা জাওয় ছিংকায় বিবাহ :*

ল'ৰা সন্তান নথকা কন্যাৰ বা মাতৃবংশীয় অগাধ সম্পত্তিৰ উত্তৰাধিকাৰিণী কোনোবা গাভৰুৰ বাবে দৰা নিৰ্বাচন হ'লে কইনাই বিয়াৰ বাবে দৰাৰ তালৈ নগৈ ওলোটাই দৰাকহে কইনাৰ তালৈ অনা হৈছিল। ভৰি ছিংকায় প্ৰথাৰ দৰে সকলো শুভ কাৰ্য এটাৰ পিছত এটাকৈ সমাপন কৰিবলগীয়া হৈছিল; পাৰ্থক্য মাথো দৰাৰ ঘৰত নহৈ সেইবোৰ কইনাৰ ঘৰত অনুষ্ঠিত হৈছিল। আনকি দৰাৰ বাবে কইনা-ঘৰৰ পৰা ছিথাবুন্দাও নিবলগীয়া হৈছিল। ছিথাবুন্দাত — এদিনতে তৈয়াৰ কৰা বাঁহৰ কাকৈ, তেলৰ চুঙা দুটা, গলত লোৱা পাজাৰ, কঁকালত মৰা আংচা(কালি), পিন্ধা বগা জামা-চোলা বা গামচা(চুৰিয়া), ঢাল-তৰোৱাল এযোৰৰ লগতে ডাব-কটাৰী আৰু চুণ-টেমীৰে সৈতে জোলোঙা, সেন্দূৰ এপুৰীয়া, সান্দহ এটোপোলা, মাটিমাহ এটোপোলা আৰু ৰঙা কুকুৰা এটা নিয়াটো বাধ্যতামূলক আছিল। বিয়াৰ দিনা দৰাজনক ছিথাবুন্দাত দিয়া সাজ-পাৰেৰে যুদ্ধবেশী কৰি অৰ্থাৎ গাত দীঘল জামা, মূৰত পাগুৰি, কঁকালত ফালিৰে সু-সজ্জিত কৰি হাতত ঢাল-তৰোৱাল দি ধালালেকা— থি'ন্দি' লি'ফা-কাহালেকা (ঢোল-কালি-কাঁহবাদ্য) বজাই কইনা-ঘৰলৈ ৰণজয় উল্লাসত সদল-বলে যাত্ৰা কৰিছিল। কইনাৰ পদূলি মুখ আহি ওলালে দৰাৰ হাতৰ উন্মুক্ত ঢাল-তৰোৱাল কোঁচ পাতি লৈ কইনাৰ ভনীয়েকে বা ভগ্নীস্থানীয় লোকে কইনাৰ হাতত গতাই দিছিল। তাৰ পিছত আদৰ-সাদৰ কৰি নি বাওঁহাতে বহুৱাই ভৰি ছিংকায় প্ৰথা মতে কুকুৰা এহাল কাটি বিয়া পাতি দিছিল আৰু বৰভোজৰ ব্যৱস্থা কৰিছিল। কথিত আছে যে পোন প্ৰথমবাৰৰ বাবে দদান ৰজাই নিজ ভাগিনীয়েক তোবাৰাণীলৈ ঘৰ-জোঁৱাই আনোতে বীৰ মাৰুক্ষেত্ৰীক এইদৰে ৰণ-সজ্জাৰে সু-সজ্জিত কৰি আনিছিল আৰু নিজ ৰাজ্যৰ সেনাপতি পদত অধিষ্ঠিত কৰিছিল।

*(ঙ) ক্ৰাংছি ভৰি বিবাহ :*

ৰাভা সমাজত অতি পূৰ্বৰে পৰা বিধৱা বা বৰলাৰ পুনৰ বিবাহৰ প্ৰচলন আছিল। বিয়াৰ আগতে অৱশ্যে তেওঁলোকৰ গোত্ৰ বা মাহাৰীৰ অনুমতি ল'ব লাগিছিল। ৰিছি দেৱতাক সাক্ষী কৰি এহাল কুকুৰা কাটি দুটা গোত্ৰৰ মিলন ঘটাই দিয়া ব্যৱস্থা পুনৰ বিচ্ছিন্ন কৰি ল'ব লগীয়া হৈছিল। এই ব্যৱস্থাকে খু'ম দিবিকায় বোলা হৈছিল। খু'ম দিবিকায় কৰাৰ পিছত যিকোনো সন্তানহীনা বা সন্তানৱতী যুৱতী বা আদবয়সীয়া বিধৱা এজনীয়ে জাওয় খাকায়(ঢোকা ৰখা) বা নোক ধাংকায়(ঘৰ সোমোৱা) প্ৰথাৰে কোনোবা বৰলা বা ডেকা এজনক জীৱন সংগী হিচাপে নিৰ্বাচন কৰিব পাৰিছিল। অৱশ্যে এনে বিয়াত ভোজন-পানাহাৰৰ ব্যৱস্থা থাকিলেও ঢোল-পেঁপা বজোৱা, হাতা ছুৱানি আদিৰ ব্যৱস্থা কৰা নহৈছিল। 'ক্ৰাংছিৱা' নামৰ চিতাজুই জ্বলোৱা এবিধ বাঁহৰ নামানুসাৰে এই

বিবাহক ক্ৰাংছিভৰি বোলা হৈছিল যেন অনুমেয় হয়। চুৰ্বীয়াকৈ (দপ্‌দপ্‌কৈ জ্বলি নুমাই যোৱা বাঁহৰ দৰে)পতা হয় বাবে নতুবা স্বামীহাৰা, পত্নীহাৰা লোকৰ(কায়ছি > ক্ৰাংছি) বিবাহ্ এনে অৰ্থতে এইনাম।[৫]

প্ৰাচীন কালত প্ৰচলিত এই পাঁচপ্ৰকাৰৰ বিবাহ উৎসৱতে ভোজ-ভাত আৰু কুকুৰা মাংসৰ পয়োভৰ ঘটিছিল বাবে ইয়াৰ আন এটা নাম তোতি'কাম বা তোতেকাম হৈছিল; ইয়াৰ অৰ্থ— তো(কুকুৰা)+তি'কাম(মুৰ)। কিন্তু বৰ্তমান এনে ব্যৱস্থা অন্যান্য পাতি, দাহৰি, টোটলা, হানা, বিটলীয়া, আদি আৰ্যীভূত ৰাভা সমাজৰ দৰে ৰংদানি, মায়তাৰি, কোচা আদি সংৰক্ষণশীল ৰাভা সমাজতো নোহোৱা হৈছে। সেয়েহে নতুন চামৰ মাজত বিবাহ্ উৎসৱ যুগ্ম জীৱনৰ শুভ কাৰ্য অৰ্থাৎ 'জোৰা ছিনি' নামেৰেহে জনাজাত। অতি সম্প্ৰতি ৰাভা জাতীয় পৰিষদ আৰু ৰাভা হাছং স্বায়ত্ত শাসিত পৰিষদৰ উদ্যোগত ৰাভাৰ বিভিন্ন ফৈদ আৰু অঞ্চলত প্ৰচলিত বিবাহৰ এনে বৈচিত্ৰ্যৰ সমাহাৰ ঘটাই অনবদ্য ৰূপ দিয়াৰ ক্ষেত্ৰত ৰাভা বিবাহ বিধি (Rabha Marriage Law) প্ৰণয়নৰ কাম হাতত লোৱা হৈছে। ইতিমধ্যে মেছপাৰা পূৰ্বাঞ্চল-মধ্যাঞ্চল, পূব অজগড়, নিবাৰি-মৈৰসী, দুধনৈ পূৰ্বাঞ্চল-পশ্চিমাঞ্চল, লুকী-বেকেলী, বকো-বনগাওঁ আদি আঞ্চলিক ৰাভা সমাজে কিছু বিবাহ-বিধি প্ৰস্তুত কৰি কাৰ্যকৰী কৰিবলৈ লৈছে। সেইমতে বৰ্তমান দুবিধ বিবাহ পৰম্পৰা অতি সমাদৃত হৈছে। সেই দুবিধ হ'ল— (ক) ৰাভা বিয়া বা কাম্বুং বিয়া আৰু (খ) লেমা বিয়া বা সাজা বিয়া।

***(ক) ৰাভা বিয়া বা কাম্বুং বিয়া ঃ***

ৰাভা ভাষাৰে মন্ত্ৰ মাতি আৰু কাম্বুং নামৰ ৰাভা ৰিহাৰে গা ঢাকি এই বিয়া অনুষ্ঠিত হয় বাবে এই নাম। এই বিয়া ৰংদানি ৰাভাৰ প্ৰাচীন ভৰি ছি'ংকায় বিবাহৰে মাৰ্জিত ৰূপ। সৌহাৰ্দসূচক পৰিবেশত কইনা চোৱা-চিতা কৰি বিয়াৰ দিন ধাৰ্য হ'লে দৰাৰ পৰা পানচিনি(জোৰোণ) কৰিবলৈ যোৱাৰ নিয়ম। অঞ্চল বিশেষে পানচিনিত দিবলগীয়া সা-সামগ্ৰী আৰু সাজ-পাৰৰ তাৰতম্য থাকিলেও তেল-সেন্দূৰ, ফণি-দাপোণ, আ-অলঙ্কাৰ আৰু ৰি'ফান-কাম্বুং নিয়াতো বাধ্যতামূলক। এজনী কুমাৰী ছোৱালী আৰু এহাল সামাজিকভাৱে বিবাহ সম্পাদন হোৱা দম্পতী(জোৰকায়)ৰ তদাৰকত দুয়োঘৰৰ

---

(৫) মনি ৰাভাৰ বাহিৰে অন্যান্যই এই বিবাহক বিধবা হিচাপে দেখুওৱা নাই; ভৰি বি'কায় বিবাহৰ দৰেহে বৰ্ণনা কৰিছে। দৰাচলতে বুৎপত্তি বিচাৰৰ দিশেৰে চাবলৈ গ'লে ই বিধবা-বিবাহেই।

উৎসঃ

(১) শ্ৰীমতী আকেল ৰাভা(৭৫), ছাতাবাৰী, বায়দা, গোৱালপাৰা।

(২) শ্ৰীসুশীল ৰাভা(৫০), দক্ষিণ কামাখ্যাগুৰি, জলপাইগুৰি।

আত্মীয় তিৰোতাৰ উপস্থিতিত পানচিনিৰ দিনাখন কইনাক চোতালৰ মাজত এখন পীৰাত পূব-মুৱাকৈ বহিবলৈ দি নিজ ইচ্ছাৰে চুলিৰ খোপা খুলিবলৈ দিয়ে। চুলিৰ খোপা খোলাৰ পিছত দৰা-ঘৰৰ পৰা যোৱা দুগৰাকী তিৰোতাৰ এজনীয়ে মূৰত তেল ঢালি ফণিয়াই দিয়ে আৰু আনজনীয়ে কপালত সেন্দুৰৰ ফোঁট পিন্ধাই দিয়ে। জোৰকায়ৰ মানুহজনে ৰিছিদেৱতাৰ নামত থাপনা এখন পাতি চাকি-বন্তি জ্বলাই আগলতি কলপাতত কল-চাউল, মাহ-প্ৰসাদ দি মন্ত্ৰ মাতি আশীৰ্বাদ লয়। ইয়াত কুকুৰা কাটি বলি দিলেও দিব পাৰে আৰু নিদিলেও চলে। সেইদিনা কইনাৰ ঘৰত সামান্য প্ৰীতি-ভোজৰ আয়োজন চলে। তাৰপিছত বিয়াৰ দুদিনমান আগতে দৰা-ঘৰৰ পৰা দুজনমান মতা মানুহে কইনা-ঘৰলৈ প্ৰয়োজনীয় দাখৰ ৰিনচি(গোত্ৰৰ বাবে দিবলগীয়া পাণ-তামোলৰ ভাৰ)সহ ভাৰ খুৱাবলৈ আহে। এই ব্যৱস্থাটোকে খান্তিকায় বা জানায়কায় বোলা হয়। মূল বিয়াৰ দিনাখন দৰা-ঘৰৰ পৰা পুনৰ আন এটা ভাৰ(সাখৰ ভাৰ) আৰু কইনাৰ বাবে বুন্দা(জোৰোণ)পঠাবলগীয়া হয়। সিদিনাখন কইনাজনী নিচেই ৰাতিপুৱা শয্যা ত্যাগ কৰি শুচি-শুদ্ধাচাৰে স্নান কৰে। স্নানান্তত দৰা-ঘৰৰ সাজ-পাৰ, আ-অলঙ্কাৰ পৰিধান কৰি উঠি সময় হ'লে ভিনিহিয়েক সম্বন্ধীয় লোকে বোকোচাত লৈ চোতাললৈ উলিয়াই আনি ৰাইজৰ মাজত ঠিয় কৰাই দিয়ে। তাৰ পিছত কইনাই পিতৃ-মাতৃ প্ৰমুখ্যে সমাগত ৰাইজৰ পদধূলি লৈ স্বামীগৃহলৈ ৰাওনা হয়। কইনাৰ লগতে তাইৰ সমনীয়া ছোৱালী আৰু নোকছামি(কইনা-ঘৰীয়া) দহ-বাৰজন তাইৰ সংগী হয়। কইনা দৰা-ঘৰৰ পদূলিমুখত আহি পোৱাৰ পিছত তাতে থিয় কৰাই ভৰি ধুৱাই দিয়ে। ভৰি ধুওৱাৰ পিছত দুয়ো পক্ষই দুখন চালাণ্ডি-বাতি(নতুন চালনিৰ ওপৰচোৱা কলৰ দোনাৰে ঘেৰি বন্তি জ্বলোৱা দুণৰি সদৃশ এবিধ মাংগলিক যতন) অদল-বদল কৰে আৰু কিছু সময় আখৈ বা চাউল ছটিয়া-ছটি কৰে। ইয়াৰ পিছত কইনাক দৰা-ঘৰত প্ৰৱেশ কৰাই দৰাৰ সোঁহাতে বহিবলৈ দিয়ে। এই সময়ছোৱাতে পুৰণি নিয়মানুসাৰে এতিয়াও কোনো কোনো অঞ্চলত কুকুৰা এহাল ৰিছি দেৱতাৰ নামত কাটি উছৰ্গা কৰে। অৱশ্যে বেছিভাগ ঠাইতে আজিকালি ৰাইজৰ সমুখত দৰা-কইনাক বহুৱাই লগুণ-গাঁঠি দিয়াৰ পিছত অঞ্চলটোৰ খামাল(পুৰোহিত) এজনে সিহঁতৰ যুগ্ম জীৱনৰ সুখ-সমৃদ্ধি কামনা কৰি ৰাভা মন্ত্ৰ উচ্চাৰণ কৰে। ৰাভা মন্ত্ৰ যথেষ্ট অৰ্থপূৰ্ণ আৰু নীতিশিক্ষামূলক। সুখ-স্বাচ্ছন্দ্যৰ সময়তে নহয় দুখ-দুৰ্যোগৰ সময়তো যাতে ইজনে-সিজনৰ চিৰলগৰী হয়, অভাব-অনাটনতো যাতে খুজি-মাগি পোৱা এমুঠি ভাত দুয়ো সমানে ভগাই খায়, খং-ৰাগত খকা-খুন্দা লাগিলেও যাতে পুনৰ আপোন কৰি লয় তাৰবাবে ৰাইজৰ ওচৰত বধ-শপত দি আৰু ইষ্টদেৱতাৰ শুভাশীষ মাগি খামালে মন্ত্ৰ পাঠ সামৰে এইবুলি —

'ইনা নাকে নাৰঙো তে দু'মদাক দেৱ-দেৱতা,
ৰাইজি-ৰাজাও সাক্ষী থাৱে,

জোৰছিনি জোবা খাৰে বাখুইতা।।
অ চিণ্ডি ছিৰ্গিনি বিছি, ছিৰ্গিনি হাচু
নাৰং যেন- আমকা-তুছকানি(নাম মাতি দৰা-কইনাৰ)
মাপাকে ছানা, সংসাৰ খাৰে ছানা
বৰছিনি বৰ বাখুবা
নাছিছিনি নাছি ৰাখুবা
ঈশ্বৰ ঠাকুৰ! হৰিবোল হৰিবোল!!"

মন্ত্ৰোচ্চাৰণ শেষ হ'লে ৰাইজে পুৰোহিতৰ সৈতে একেমুখে হৈ-ধ্বনি দি চাউল ছটিয়াই মংগল বৰষি দৰা-কইনাক দান-দক্ষিণা দিয়ে। দৰা-কইনাই উভয়ে অতিথি চালান(দক্ষিণা দিয়া পৰ্ব) সামৰণি পৰিলে বয়োজ্যেষ্ঠ ব্যক্তিৰ ওচৰত আঁঠুকাঢ়ি আশীৰ্বাদ লয়। তাৰ পিছত ঘৰৰ গৃহদেৱী বোম্ভকৰ আসনত প্ৰণিপাত জনাই লগুণ গাঁঠি সোলোকাই দিয়ে। তাৰ পিছত অভ্যাগতসকলৰ ভোজন পৰ্বত কইনাই পূৰ্বৰ হাতাছুবানি প্ৰথামতে ভাত-বিতৰণ কৰাৰ নিয়ম। অৱশ্যে আজিকালি কইনাই সকলো অভ্যাগত ৰাইজৰ ভাতৰ পাতত অলপ অলপকৈ ভাত বিতৰণ কৰিবলগীয়া নহয়; তাৰ পৰিবৰ্তে ৰাইজৰ সমুখত কলপাত পাৰি দুহেতা ভাত-আঞ্জা লৈ দৰা-কইনা উভয়ে নতজানু হৈ হাতেৰে চুই দিলে চলি যায়। ভাত খুওৱাৰ পিছতে যথেষ্ট মান-মৰ্যাদাৰে নোকছামিক বিদায় দিয়া হয়। লগে লগে নহ'লেও দুদিনমান পিছত দৰা-ঘৰৰ আছুতীয়া কোঠাত কইনাক ঘৰ সোমোৱা প্ৰথাও পূৰ্বাবধি প্ৰচলিত আছে। বিয়াৰ ভোজ আমিষ বা নিৰামিষ দুয়োবিধৰে হ'ব পাৰে; কিন্তু মূল ভোজত মদ বাধ্যতামূলক নহয়, বৰঞ্চ বহু ঠাইত মদ নিষিদ্ধ কৰা হৈছে। কাম্বুং বিয়াত দৰাই সামৰ্থানুসাৰে লগে লগে ভোজ বা অতিথি আপ্যায়নৰ ব্যৱস্থা কৰিব লাগে; পূৰ্বৰ দৰে দুই-তিনিবছৰলৈ স্থগিত ৰাখিব নোৱাৰে। এই বিয়াৰ সকলো অনুষ্ঠান দৰা-ঘৰতে আৰু দিনৰ বেলিকাই হয়।

***(খ) লেমা বিয়া বা সাজা বিয়া ঃ***

লেমা অৰ্থাৎ আৰ্য হিন্দু বিধি অনুসাৰে দৰাক সজাই-পৰাই আনি কইনাৰ ঘৰত অনুষ্ঠিত বিয়াকে লেমা বিয়া বা সাজা বিয়া বোলে। এই বিয়া একালত মাথো পাতি, দাহৰি আদি ফৈদৰ মাজতহে জনপ্ৰিয় আছিল। কোনো ব্ৰাহ্মণ বা পুৰোহিতৰ প্ৰয়োজন নোহোৱাকৈ বয়োবৃদ্ধাসকলৰ আৰু আয়তীসকলৰ(পদালী) পৰিচালনাত এই বিয়া অনুষ্ঠিত হৈ আহিছে। এই প্ৰথাৰে বিয়া পাতিবলৈ হ'লে কন্যা চোৱা-চিতা কৰাৰ পৰা জোৰোণ(পানচিনি) দিয়ালৈকে অতিকমেও তিনিবাৰ কইনা-ঘৰলৈ ভাৰ পঠিয়াব লাগে। প্ৰতিটো ভাৰতে টেমী-কটাৰী(চূণ, টেমী আৰু হৰিণৰ শিঙৰ ডাব-কটাৰী), চিৰা-টোপোলা, বুজন পৰিমাণৰ পাণ-তামোলৰ লগতে বচা বচা মুনিহ-

তিৰোতা, আয়তী-অকুমাৰী ছোৱালী বিশেষ বিশেষ কাৰ্য সম্পাদনৰ উদ্দেশ্যে পঠিওৱাটো নিয়ম। শেষ ভাৰখনত আলু-বেঙেনা, গুৰ-চেনি, তেল-কলৰ লগতে শুকান মাছ নিয়াটো বাধ্যতামূলক। সেইদৰে কইনাৰ বাবে বিয়াৰ সাজ, প্ৰসাধন আদিৰ লগতে মাকলৈ গুলৰী কাপোৰ(গু-মূত ধোৱা-পখলা কৰাৰ মান স্বৰূপ) আৰু দেউতাকলৈ মান কাপোৰ নিয়াটো বিধেয়। গা-ধন হিচাপে কিছু ধন কইনাৰ আত্মীয়লৈ আৰু ৰাইজলৈ দিয়াটোও অঞ্চলভেদে নিয়মৰ নিচিনাই।

বিবাহৰ আগদিনা সন্ধিয়াৰ পৰাই গাঁৱৰ আয়তী(পদালী)আৰু অবিবাহিতা ছোৱালী(পানাৰী/পানীয়াৰি) মিলি দৰা আৰু কইনাক গা ধুৱাবৰ(তেল চৰোৱা) বাবে প্ৰয়োজন হোৱা পানী তুলিবলৈ দহটা ঘট, সেন্দূৰ-কাজলৰ বোল দি, এৰীঁসূতাৰে আমপাতৰ মালা পিন্ধাই থৈ দিয়ে। ইয়াকে ঘট ৰঙোৱা বোলে। ঘট ৰঙোৱা পৰ্বত গাবলৈ সুকীয়া বিয়া গীত আছে। আজিকালি দৰাই নিজ ঘৰতে একে নিয়মেৰে স্নান কৰি কইনা-ঘৰলৈ সাজি-কাচি ওলায়।

বিয়াৰ দিনা কইনাৰ দুৱাৰমুখত দুডাল কলপুলি পুতি কপাহ-আমপাত-কঁঠালপাতৰ মালা পিন্ধাই তোৰণ সজোৱা হয়। তাতে প্ৰথমে পানী তুলিবলৈ নিযুক্ত কোৰ্কা বা পাতি ঢুলীয়া দলৰ প্ৰত্যেককে পানাৰীসকলে ভৰি ধুৱাই শুচি কৰি লয়। বিয়াত বজোৱা ঢোলত পানাৰীসকলে সেন্দূৰ লগায়। তাৰপিছত সদলবলে ওচৰৰ নৈ বা নিজৰাৰ ঘাটৰ পৰা বিশেষ নিয়মেৰে(কটাৰীৰে পানী কাটি ভটিয়নী আৰু উজনী দুয়োটা দিশৰ পৰা পানী লৈ) নিৰ্দিষ্ট ঘটত পানী ভৰাই লৈ আনে। পদালীসকলে ঢোলৰ ছেৱে-ছেৱে ৰভাৰ মূল খুঁটাৰ ওচৰত গীত খান্দি চাৰিযোৰা তামোল-পাণসহ চাৰিডাল কল পুলি পুতি তাত মাটিৰে ঢিপ তুলি ভালকৈ মচি-কাচি কলপাত পাৰি এটা মাটিৰ ঘট প্ৰতিষ্ঠা কৰি(এমুঠি ধান ছটিয়াই, ঘটৰ পানীত সিকি বা আধলি পেলাই, আমপাত বান্ধি, সেন্দূৰৰ ফোঁট দি), ওপৰত চন্দ্ৰতাপ তৰি দুগছি চাকি প্ৰজ্বলিত কৰি ৰাখে।

দৰা-কইনাক গা ধুৱাবৰ বাবে ঘৰৰ চৌহদৰ ভিতৰত সুবিধাজনক ঠাইত দুডাল কলগছ পোতে। কলগছৰ কাষত এযোৰ পাণ-তামোল দিয়া হয়। গা ধুৱাবৰ সময়ত কলগছৰ কাষত নতুন পীৰা এডোখৰ পাৰি লৈ তাতে তুলি থোৱা ঘটৰ পানীৰে গা ধোৱায়। গা-ধোওৱাৰ পিছত প্ৰথমতে দৰাক বিয়াৰ সাজ(পাগুৰি বা মুকুটসহ বগা ধুতী-পাঞ্জাবী) পিন্ধাই বোকোচাত লৈ ৰভা-তলিত নি মণ্ডপৰ সমুখত দৰাৰ আসনত বহুৱায়। আজিকালি দৰাৰ লগত দৰাধৰাও(সখি) থাকে। সেইদৰে কইনাকো গা ধুৱাই আ-অলঙ্কাৰ, সাজ-পাৰ পৰিধান কৰাই(মুৰাৰি বা ওৰণিৰে লাজ ঢাকি লৈ) কইনাৰ মোমায়েকে ডাংকোলাকৈ নি ৰভা-তলিত বহুৱায়। তাৰপিছত দৰা-কইনাৰ মাজত আঁৰ কাপোৰ তৰি এখন পীৰাৰ ওপৰত কইনাক থিয় কৰাই সাতবাৰ ঠাইতে প্ৰদক্ষিণ

কৰাই প্ৰতিবাৰে দৰাৰ অভিমুখে এমুঠিকৈ চাউল বা আখৈ ছটিয়াই দিয়ে আৰু দৰাই তাক আঁচল পাতি ধৰে। ইতিমধ্যে উৰুলি-ধ্বনিৰে পদালীসকলে আমপাতেৰে ঘটৰ পানী সাতবাৰ ছটিয়াই, চালাণ্ডি বাতিৰে সাতবাৰ বন্তিৰ বা দি, চাৰিওফালে সাতবাৰ চাউল ছটিয়াই ধৰ্মক সাক্ষী কৰি লগুণ গাঁঠি দিয়ে। লগুণ গাঁঠি দিয়াবলৈ কইনাৰ ভায়েকক হাতত শানশিল, পিতলৰ খাৰু আৰু ধানৰ শীহৰ সৈতে থিয় কৰাই ৰাখে আৰু বিয়া সমাধা নোহোৱালৈকে সেই লগুণ গাঁঠি তেওঁ দৰা-কইনাৰ পিছফালে থিয় দি ধৰি থাকিব লাগে। ইয়াকে 'টিকি ধৰা' বোলে। 'টিকি ধৰা' কাৰ্যৰে বিবাহ পৰ্বৰ সামৰণি পৰে আৰু তেওঁৰেই সাধ্যানুসাৰে প্ৰথমে দৰা-কইনালৈ দান-দক্ষিণা বা যৌতুক আগবঢ়ায়। ইয়াৰ পিছত উপস্থিত ৰাইজে দান-দক্ষিণা দি দৰা-কইনাক দাতা- বিধাতাৰ বান্ধৰ কাহিনী শুনাই হৰ-গৌৰীৰ বচন মাতি ভগবানৰ ওচৰত আঁঠু কঢ়ায় আৰু নিজেও আশীৰ্বাদ দিয়ে। ইয়াৰ পিছত দৰা-কইনাক বৰঘৰৰ ভিতৰলৈ নি কড়ি বা আঙঠি লুকোৱা-লুকি কৰা খেল খেলাই, উপবাস-ব্ৰত ভঙাই মাক-দেউতাক, আত্মীয়-কুটুম্বৰ পৰা শেষবাৰলৈ বিদায় মগাই নোকছামিৰ সৈতে দৰা-ঘৰলৈ যাত্ৰা কৰাৰ বাবে উলিয়াই দিয়াৰ পিছতে কইনা-ঘৰৰ বিবাহ পৰ্ব সামৰণি পৰে। যদিহে কইনাৰ ঘৰত মূল বিয়া অনুষ্ঠিত হয়, তেন্তে দৰা গৈ পোৱা মাত্ৰে কইনা-ঘৰৰ মূল তোৰণত সাতবাৰ চালাণ্ডি-বাতি সাল- সালনি কৰে আৰু দৰাৰ ঘৰত মূল বিয়া অনুষ্ঠিত হ'লে কইনা আহি পোৱা মাত্ৰে দৰাৰ ঘৰৰ মূল তোৰণত সাতবাৰ চালাণ্ডি-বাতি সাল-সালনি কৰিব লাগে। অধিবাসৰ পৰা দৰা-কইনা উভয়ে হাতত ফুল কটাৰী(এৰাঁ সূতাৰে আমপাতেৰে মেৰিয়াই থোৱা হৰিণৰ শিঙৰ ডাব-কটাৰী) লৈ যোৱাটো নিয়ম। ৰাতিৰ বেলিকা কইনা-ঘৰত সকলো শুভকাৰ্য অনুষ্ঠিত হোৱাৰ বিপৰীতে দৰা-ঘৰত দিনৰ বেলিকাহে সকলো শুভকাৰ্য(হাতাছুৱানি, অতিথি চালান, নোকছামি বিদায় ইত্যাদি)অনুষ্ঠিত হয। সামৰ্থ অনুসাৰে দৰা আৰু কইনা-ঘৰত অতিথিসকলক আপ্যায়নৰ বাবে আমিষ বা নিৰামিষ ভোজৰ ব্যৱস্থা আছে; কিন্তু মদ সম্পূৰ্ণৰূপে নিষিদ্ধ। পদালীৰ বিয়াগীত আৰু বাৰুৱা-বাৰুৱানীৰ বিয়াগীত ইয়াত পৰিৱেশিত হয়। কাম্বুং বিয়া আৰু লেমা বিয়া— উভয়তে বৰ্তমান আঠদিনৰ দিনাখন আঠমঙলা(নোক বাৰকায়/ঘৰ ফিৰানি) অনুষ্ঠিত হয়। আঠমঙলালৈ যাওঁতে পূৰ্বতে দৰা-ঘৰৰ পৰা কইনা-ঘৰলৈ মদৰ হাড়ী বা টেকেলি নিয়াটো বাধ্যতামূলক আছিল যদিও এই নিয়ম বৰ্তমান সম্পূৰ্ণ ৰূপে উঠি গৈছে। পূৰ্বতে ৰাভাসকলৰ মাজত একেটা ফৈদৰ মাজতে(সগোত্ৰৰ বাহিৰে) আৰু ৰিং মৰা দূৰত্বৰ ভিতৰতে সাধাৰণতে বিবাহ অনুষ্ঠিত হৈছিল বাবে গৰু গাড়ী বা বাছ গাড়ীৰ ব্যৱহাৰ কৰা নহৈছিল। বৰ্তমান দূৰ-দূৰণিৰ বিভিন্ন ফৈদৰ ৰাভা সম্প্ৰদায়ৰ মাজতেই নহয় অন্য সম্প্ৰদায়ৰ লোকৰ সৈতেও বিবাহ হোৱাত একো বাধা নাই। অৱশ্যে তাৰবাবে আঞ্চলিক সমাজক কিছু অৰ্থ দণ্ড দিব নলগাও নহয়।

ইয়াৰোপৰি দুই-এখন ঠাইত এতিয়াও পূৰ্ব বিধি কিছু প্ৰাচীন বিবাহ প্ৰচলিত হৈ আহিছে। তাৰ ভিতৰত ৰংদানি ৰাভাৰ মোমায়েকৰ পুতেক-জীয়েকৰ মাজত হোৱা নোকধাংকায় বা জাগুয় খাকায় বিয়া, মায়তৰি ৰাভাৰ বায়খো তলীত হোৱা তো খানকায় বিয়া, দাহৰি ৰাভাৰ গদ্ৰং বিয়া(বিধবা বিবাহ), পাতি ৰাভাৰ আগ দিয়া বিয়া, ঘুগু বিয়া(গোপন বিবাহ), ঢোকা যাওৱা(চপনীয়া), কোচা ৰাভাৰ ভোটা বু'লিন, কেলাং দাণ্ডি(চপনীয়া), গুন্দুগাৰ বা বায় বু'লু'গু(কুকুৰা কাটি হোৱা বিয়া), টোটলা ৰাভাৰ বাৰুৱা-বাৰুৱানীৰ দ্বাৰা অনুষ্ঠিত ব্যয়বহুল বিয়া ইত্যাদি। মন্দিৰ(দদান মন্দিৰত) আৰু কোৰ্ট-কাছাৰীত হোৱা বিবাহকো ৰাভা সমাজে অনুৰূপভাবে স্বীকৃতি দিয়াত কাৰ্পণ্য কৰা নাই। সেইদৰে শংকৰী বা বামুণীয়া নিয়মেৰে হোৱা বিবাহকো অঞ্চল বিশেষে বাহাল ৰাখিছে। সাতে-সোতৰই বৰ্তমান ৰাভাৰ বিবাহ উৎসৱ এক পৰিমাৰ্জিত অথচ নিত্য নতুন ৰূপৰ পয়োভৰ ঘটা অতি দৰকাৰী সামাজিক অনুষ্ঠানলৈ পৰ্যবসিত হৈছে। ইয়াৰ অতীত ইতিহাস আছে, বৰ্তমানো আছে কিন্তু ভৱিষ্যত কল্পনাৰো অগোচৰ। একমাত্ৰ সময়েহে ক'ব ৰাভাৰ দৰে ক্ষুদ্ৰ ক্ষুদ্ৰ জাতিসত্তাৰ মাজত বিবাহৰ দৰে সামাজিক অনুষ্ঠানৰ স্বকীয়তা কিমান দূৰ প্ৰবৰ্তি থাকিব আৰু কিমান দিনলৈ ।



# কাৰবিসকলৰ বিবাহ পদ্ধতি

**জয়ছিং টকবি**

কাৰবিসকল অসমৰ আদিমতম খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ অন্যতম। বিপ্লবী শিল্পী বিষ্ণু প্ৰসাদ ৰাভাদেৱৰ মতে 'কাৰবি' সকলেই হৈছে অসমৰ আবিষ্কাৰকৰ্তা কলম্বাচ— এই অঞ্চলৰ আদি মানৱ। সংখ্যাগুৰু কাৰবিসকলে যাইকৈ কাৰবি আংলঙতে বসবাস কৰিলেও অসমৰ কামৰূপ, নগাঁও, লক্ষীমপুৰ, শোণিতপুৰ, কাছাৰ, উত্তৰ কাছাৰ, মৰিগাঁও আদি জিলাৰ বাদেও মণিপুৰ, অৰুণাচল আদি ৰাজ্যতো কাৰবিসকলে বসবাস কৰি আছে। কাৰবিসকলে স্বজাতীয় লোকৰ মাজত 'আৰলেং' আৰু আন জাতিৰ লোকৰ আগত নিজকে 'কাৰবি' বুলি পৰিচয় দি গৰ্ববোধ কৰে। 'মে আকাৰ কিবি'(জুইৰ শিখা ৰখা কাৰ্য)ৰ পৰা কাৰবি শব্দৰ ব্যুৎপত্তিগত অৰ্থ। 'মে' আৰু 'আকাৰ' সমাৰ্থ শব্দ হোৱা হেতুকে 'মে' শব্দ লুপ্ত হয়। 'আ'ৰ উচ্চাৰণ কোমল হোৱাৰ কাৰণে 'আ' বিভক্তিও লুপ্ত হয়। থাকিল 'কাৰ' আৰু 'বি' অৰ্থাৎ 'কাৰবি'।

আন এচাম চিন্তাশীল কাৰবিলোকে 'থেকাৰ কিবি' শব্দৰ পৰাই কাৰবি শব্দৰ উৎপত্তি হৈছে বুলি মত পোষণ কৰে। কাৰবিসকলৰ শ্ৰেষ্ঠ দেৱতা লাংমিং পই প্ৰবৰ্ত্তন কৰা পৱিত্ৰকৰণ কৰা প্ৰথাকে 'থেকাৰ' বুলি কোৱা হয়। এই 'থেকাৰ' কাৰবিসকলৰ পূজা-পাৰ্বণত এটা অপৰিহাৰ্য অংগ। পূজা-পাৰ্বণৰ সময়ত প্ৰসাদ খোৱাৰ আগমুহূৰ্তত প্ৰত্যেকে নিজৰ ভাগৰ আগভাগ আৰাধ্য দেৱতালৈ বুলি উৎসৰ্গা কৰি শ্ৰদ্ধা তৰ্পণ কৰে। কালক্ৰমত 'থেকাৰ'ৰ থে শব্দ লুপ্ত হয় আৰু 'কিবি' সমাৰ্থ শব্দ হোৱা হেতুকে 'কি' শব্দও লুপ্ত হৈ 'কাৰবি' শব্দৰ সৃষ্টি হৈছে। স্বকীয় সমৃদ্ধ কলা-কৃষ্টি আৰু প্ৰাচীন ঐতিহ্য-বিভূতিৰে কাৰবিসকলৰ সমাজ জীৱন সমৃদ্ধ হৈ আছে। ঐশ্বৰ্যশালী কৃষ্টি সংস্কৃতিৰে কাৰবিসকলে বিভিন্ন উৎসৱ-পাৰ্বণসমূহ উদ্‌যাপন কৰি আহিছে। ইয়াৰে নিৰ্দিষ্ট প্ৰধান উৎসৱসমূহৰ ওপৰত সংক্ষেপে আলোকপাত কৰাৰ প্ৰয়াস কৰা হ'ল।

***আদাম আছাৰ ঃ***

কাৰবিসকলৰ বৈবাহিক অনুষ্ঠানৰ নাম হৈছে 'আদাম আছাৰ'। কাৰবিসকলৰ সৰ্বশ্ৰেষ্ঠ দেৱতা হেম্ফুৰ ভগ্নী ৰাছিনজা দেৱী আৰু মুক্ৰাং দেৱতাৰ মাজত সৰ্ব প্ৰথমে বৈবাহিক অনুষ্ঠানৰ শুভাৰম্ভ কৰা হয় বুলি কাৰবিসকলে বিশ্বাস কৰে। এই বিবাহ পদ্ধতিকে মুৰিং ৰংছ'পী(মুৰিং নগৰবাসী)য়ে গ্ৰহণ কৰিছিল। মুৰিংবাসীৰ এই বিবাহ

পদ্ধতি এবাৰ প্ৰত্যক্ষ কৰি ৰেলংবি আৰু হাৰলংবি নামৰ দুজন প্ৰবাদপুৰুষে তেওঁলোকৰ সন্তানৰ মাধ্যমেদি কাৰবি সমাজত সৰ্ব প্ৰথমে বিবাহ ৰীতিৰ প্ৰবৰ্ত্তন কৰিছিল।

কাৰবিসকলৰ বিবাহ ৰীতি বৈশিষ্টপূৰ্ণ। আটাইতকৈ উল্লেখনীয় বৈশিষ্ট হৈছে কাৰবি সমাজত একে ফৈদ বা গোত্ৰৰ মাজত বৈবাহিক সম্বন্ধ স্থাপন কৰা নহয়। একে গোত্ৰ বা ফৈদৰ সকলো লোকেই ভাই-ককাই-ভনীয়েকৰ সম্বন্ধ হেন জ্ঞান কৰা হয়। মোমায়েকৰ ছোৱালী বা মোমাই সম্পৰ্কীয় ছোৱালীৰ লগতহে বৈবাহিক সম্বন্ধ স্থাপন কৰা হয় আৰু বিবাহৰ পাছতো পত্নীয়ে স্বামীৰ উপাধি গ্ৰহণ নকৰে। ইয়াৰ মাজেৰে সাম্প্ৰতিক সময়ত অন্যান্য ভাষা -ভাষীৰ, জাতি-গোষ্ঠীৰ নাৰী সমাজত বহু নাৰীয়ে, নাৰীৰ অস্তিত্বৰ সংকটৰ হীনমন্যতাত ভোগাৰ বিপৰীতে কাৰবি নাৰী সমাজ এইক্ষেত্ৰত সম্পূৰ্ণৰূপে মুক্ত বুলি কোৱাৰ থল আছে। কাৰবি সমাজত পত্নীয়ে স্বামীৰ উপাধি গ্ৰহণ কৰিলে সেয়া একে ফৈদ বা গোত্ৰলৈ পৰিবৰ্তিত হোৱা ভাই-ভনী হেন সম্পৰ্ক বুলি ধাৰণা কৰা হয়। স্বকীয় পৰম্পৰা, বিধি-ব্যৱস্থা, ৰীতি-নীতি, নিয়ম-শৃংখলাৰ প্ৰতি সদা সচেতন কাৰবি সমাজত এই অলিখিত বিধি-ব্যৱস্থা ধৰ্মান্তৰিত হোৱা কাৰবিসকলঁৰ মাজতো এতিয়াও অলংঘণীয়হৈ আছে। কিন্তু অতি পৰিতাপৰ বিষয় যে অন্য জাতি-গোষ্ঠীৰ বিশেষকৈ তথাকথিত উচ্চ জাতিৰ শিক্ষিত লোকৰ — শিক্ষিত জীয়ৰীয়ে কাৰবিলোকৰ সৈতে বৈবাহিক সম্বন্ধ স্থাপন কৰা দুই একে কাৰবিসকলৰ এই পুৰাতন সংস্কৃতিৰ কটকটীয়া নিয়ম শৃংখলা, বিধি-ব্যৱস্থাক ভৰিৰে গচকি মোহাৰি পেলোৱাৰ নজিৰ স্থাপন কৰিছে। এয়া কাৰবি কৃষ্টি-সংস্কৃতিৰ প্ৰতিয়েই চূড়ান্ত অপমান।

কাৰবি সমাজত বিবাহৰ কাৰ্যক্ৰমণিকাত 'বংচিম' দামদাম'(শুকান তিতালাউ)ৰ পাত্ৰত ভৰোৱা কেঁচা মদ 'বংক্ৰক' অতি অপৰিহাৰ্য্য। বিবাহ একোখনৰ কাৰ্যক্ৰমণিকাত পাঁচবাৰলৈকে এই 'বংক্ৰক' কন্যাৰ বাপেকলৈ মাননিৰূপে আগবঢ়োৱা হয়। ছোৱালী খোজা-বঢ়াৰ প্ৰথম পৰ্ব আৰম্ভ হয় 'নেংপি-নেংছ' কাচিং কি'( ল'ৰা-ছোৱালীৰ মাতৃদ্বয়ৰ মাজত পৰস্পৰ আলোচনা-সোধনি ভাৰ)। ইয়াৰ পাছত 'পিছ' কেহাং'(কন্যা খোজা)ৰ সময়ত ১ম বংক্ৰক মাননিৰূপে আগবঢ়োৱা হয়। কন্যাজনীৰ মত সাপেক্ষেহে মাননিৰূপে আগবঢ়োৱা 'বংক্ৰেক' মদ গ্ৰহণ বা সেৱন কৰা হয়। ইয়াৰ দিনচেৰেকৰ পাছতে ২য় বংক্ৰক লৈ 'লাম কেপাথিক' (চূড়ান্ত বন্দবস্ত) কৰা হয়। ইয়াৰ পাছত ৩য় বংক্ৰেক মাননিৰূপে লৈ 'আজ' আৰ্নি কেফা' (বিবাহৰ দিন-বাৰ নিৰ্দ্ধাৰণ) আৰু ৪ৰ্থ বংক্ৰকৰ প্ৰয়োজন হয় মূল বিবাহৰ অনুষ্ঠান 'আদাম আছাৰ' বা 'পিছ' পাংৰি'ৰ সময়ত। কইনাৰ বাপেকলৈ বংক্ৰেক মাননিৰূপে আগবঢ়োৱাৰ লগতে তামোল-পাণৰ বটা, মাকলৈও অনুৰূপ মাননি, কইনাগৰাকীৰ ভাই-ককাই সমন্বিতে সকলো ওচৰ সম্বন্ধীয় ভাই-ককাই, খুৰাক-বৰদেউতাক আদিলৈকেও তামোল-পাণৰ বটাৰ লগতে

এবটলৈকে মদ মাননিৰূপে আগবঢ়াবলগীয়া হয়। পিছদিনাখন ৰাতিপুৱা কইনাৰ ঘৰত ইষ্ট-দেৱতাৰ আশীৰ্বাদ বিচাৰি পূজাৰ নৈবেদ্য ৰূপে কুকুৰা বলি দিয়া হয়। সেই দিনাখনেই দৰাৰ ঘৰত সন্ধিয়া সময়ত গৈ পোৱাকৈ কইনাক আদৰি নিয়া হয়। কইনা-ঘৰত আগবঢ়োৱা অনুৰূপ মাননি দৰা-ঘৰতো কইনাৰ মাক-বাপেক সহিতে মিতিৰ-কুটুমলৈ মাননি আগবঢ়োৱা হয়। দৰা-ঘৰতো পিছদিনা ৰাতিপুৱা ইষ্ট-দেৱতাৰ  আশীৰ্বাদ বিচাৰি পূজাৰ নৈবেদ্য আগবঢ়োৱা হয়। ইয়াত কইনা-ঘৰত অনুষ্ঠিত হোৱা পূজাতকৈ অধিক পৰিমাণৰ নৈবেদ্য আগবঢ়োৱা হয়। এইখিনিতে উল্লেখযোগ্য যে মূল বিবাহ অনষ্ঠানৰ আৰম্ভণিৰ পৰা শেষলৈকে দৰা আৰু কইনা পক্ষৰ লুঞ্চে(গায়ক) দুগৰাকীয়ে সূত্ৰধাৰ ৰূপে দুয়োপক্ষৰ মাজত গীতৰ মাধ্যমেৰে ভাব-বিনিময় কৰি যোগসূত্ৰ স্থাপন কৰে।



# ভৈয়াম কাৰবিসকলৰ বিবাহ পদ্ধতি 'হৰ-হাক'

ৰাজেন্দ্ৰ টুমুং

পুৰুষ আৰু প্ৰকৃতিৰ মিলন জীৱজগতৰ এক চিৰন্তন ৰীতি। ইয়াক কোনেও ৰোধ কৰিব নোৱাৰে। মানুহ জাতিয়ে কেৱল সভ্যতাৰ পোহৰ পাই এই আদিম প্ৰবৃত্তিক সামাজিক নীতি-নিয়মৰ ভিতৰুৱা কৰি লৈছে — যাক 'বিয়া' আখ্যা দিয়া হৈছে। সেয়ে সভ্যতাৰ বাহক হিচাপে মানৱ জাতিয়ে এই বিয়া-বাৰু বিভিন্ন নীতি-নিয়মৰ মাজেৰে সম্পাদন কৰে।

অসমত বসবাস কৰা কাৰবি জনগোষ্ঠীও তেনে নীতি-নিয়মেৰে বান্ধ খাই থকা এটা জনগোষ্ঠী। কাৰবিসকলৰ পুৰুষ-প্ৰকৃতিৰ মিলনক 'জাৰমে ছিৰহাপ' বোলে। 'জাৰ' মানে পুৰুষ- প্ৰকৃতি, 'মে' মানে ভাল আৰু 'ছিৰহাপ' মানে মিলন অৰ্থাৎ পুৰুষ-প্ৰকৃতিৰ শুভ মিলন। ল'ৰা এজন যেতিয়া পূৰ্ণাংগ যৌৱনপ্ৰাপ্ত হয়, তেতিয়া মাক-দেউতাকে অছ'পেক ছোৱালী বিচৰা সম্পৰ্কে ঘৰত আলোচনা কৰে। আলোচনা সংক্ৰান্তত মোমায়েকৰ ছোৱালীক চাবলৈ যোৱাটোৱেই প্ৰাধান্য লাভ কৰে। কাৰণ কাৰবিসকলে মোমায়েকৰ ছোৱালী বিয়া কৰাটো নিয়মৰ অন্তৰ্ভুক্ত। মদৰ লাউ মোমায়েকৰ তাত(ঘৰত) পেলাব লাগে। যদি তেওঁৰ ছোৱালী নাথাকে তেতিয়া মোমায়েকে অইন ছোৱালীক নিজৰ ছোৱালী জ্ঞান কৰি দেখুৱাব লাগে। যিহেতু মোমায়েকে ল'ৰাক ছোৱালী দিব লাগে বা নিজৰ নহলে আনৰ ছোৱালীক নিজৰ জ্ঞান কৰি দিব লগা হয়, সেয়ে বিয়াৰ ক্ষেত্ৰত মোমায়েকৰ গুৰুত্ব খুব বেছি। মোমায়েকৰ ছোৱালী বিয়া কৰিব পৰাটো এক ভাগ্য বুলি গণ্য কৰা হয়। কোনো ল'ৰাই মোমায়েকক গুৰুত্ব নিদি অইন ছোৱালীক আনিলেও সময়ত ৰাইজক মোমায়েকক নুহু(শহুৰ) বুলি দেখুৱাব লগা হয়। অইন ছোৱালী আনিলেও মোমায়েকৰ 'আজন'(উপাধি)ৰ ছোৱালীকহে অনাটো নিয়ম।

ছোৱালী পচন্দ কৰা মাধ্যম হিচাপে পুজা-পাৰ্বণ, বিয়া বাৰু, মাছ-খৰি বিচৰা, সভা-সমিতি আদিক লোৱা দেখা যায়, যদিহে মোমায়েকৰ ছোৱালী পচন্দ নহয়। মোমোয়েকৰ হ'লে তেনে পদ্ধতি লোৱাৰ দৰকাৰেই নাই। কাৰণ দেখা দেখি বাপচন্দ, ল'ৰালি কালৰ পৰা হৈয়েই থাকে। সিদ্ধান্ত লোৱাৰ অন্তত ছোৱালীৰ ঘৰত 'আন

এছান কিছ'(ভাত এসাঁজ খোৱা)ৰ কাৰণে আগ বাঢ়ে। ভাত এসাঁজ খোৱাৰ লগতে 'বিয়নী চিনাকী' কামখিনিও যিহেতু সম্পাদন হয়, সেয়ে ইয়াক 'নেংপী-নেংছ' কাছিনী বুলি কোৱা হয়। ছোৱালীৰ তাত(ঘৰত) ভাত এসাঁজ খোৱা মানে 'অছকিহাং'(ছোৱালী খোজা)ৰ প্ৰথম পৰ্যায় বুলি ক'ব পাৰি। এই পৰ্যায়ত ল'ৰাৰ মাক আৰু গাঁৱৰ তিৰোতা এজনী যাব লাগে। লগত 'হৰৰং'(মদৰ লাউ) আৰু 'আৰকেংবীঠি'(তামোল-পাণ) এবটা থাকে। ছোৱালীৰ মাকে আগমনৰ কাৰণ সোধে। সোধাৰ উত্তৰ হিচাপে ল'ৰাৰ মাকে তলত দিয়া ধৰণে কয়—

ল'ৰাৰ মাক : 'ৰেত-জাল আপুন ৰাহেঙ'
হেন-ফুকলয়কছি ৰাংদ'।
(ঝুম খেতিৰ সময় আহিল, কচু-আলুৰ বীজ বিচাৰিহে আহিছোঁ)

ছোৱালীৰ মাক : 'ৰেত-জালতা ইংজং'
হেন-ফুকলতা ইংজং'
কেং-বি ছিপালাকঙেক।
(আমাৰ ঝুম খেতিও নাই, কচু-আলুৰ বীজো নাই, ভৰি-হাতক কষ্ট নিদিব)

ল'ৰাৰ মাক : নেং কেং কে লাকলে
নেংকে ৰাং ফাকঙে।
(মোৰ ভৰিয়ে কোনো কষ্ট নাজানে, মই হ'লে পুনৰ আহিম)

আলু-কচু বিচাৰি অহা মদৰ লাউ, তামোল-পাণখিনি ছোৱালীৰ মাকক অৰ্পণ কৰাৰ পিছত প্ৰথম পৰ্যায় শেষ হয়। ইয়াত কথাবোৰ স্পষ্ট নহয়। কাৰণ ছোৱালীজনীৰ লগত পোনপটীয়াকৈ কথা পতাৰ কোনো সুবিধা নাথাকে। দ্বিতীয় পৰ্যায়ত ছোৱালীৰ সন্মতি লোৱাৰ কাৰণে যায়। হুবহু প্ৰথম পৰ্যায়ৰ দৰে দ্বিতীয় পৰ্যায়তো যাব লাগে। ভাত-পানী খোৱাৰ পিছত এই পৰ্যায়ত ল'ৰাৰ মাকে ছোৱালীক তামোল-পাণ যাচিব। ছোৱালীৰ সন্মতি নাথাকিলে তামোল-পাণ গ্ৰহণ কৰা দেখা নাযায়। গ্ৰহণ কৰিলে জানিব লাগিব ছোৱালীৰ সন্মতি আছে। এই পৰ্যায়তেই ছোৱালীৰ আনৰ লগত অবৈধ সম্পৰ্ক বা আনৰ লগত বিয়া-বান্ধৰ কথা চলিছে নেকি, আদি প্ৰশ্নবোৰৰ উত্তৰ বিচৰা হয়। ছোৱালীৰ সন্মতিৰ পিছত ল'ৰা-ছোৱালীৰ চিনাকী অৰ্থাৎ তৃতীয় পৰ্যায়লৈ আগবঢ়া হয়। তৃতীয় পৰ্যায়ত 'পে-ৰিক কাছিপি'(বস্ত্ৰ দান) কাম সম্পন্ন হয়। সেই দিনাই চূড়ান্ত পৰ্যায়ৰ কাৰণে তাৰিখ নিৰ্দ্ধাৰণ কৰা হয়। চূড়ান্ত পৰ্যায়ত প্ৰথম ভাগত ল'ৰাৰ মাক-বাপেক, গাঁৱৰ বুঢ়া এজন, এজনী বুঢ়ী, মদৰ লাউ ১টা, তামোল-পাণ এবটা নিব

লাগে। ছোৱালীৰ মোমায়েক এই পৰ্যায়ত উপস্থিত থাকিব লাগে। মদ, তামোল-পাণখিনি বোকা কৰি নিব লাগে। গৈ পোৱাৰ লগে লগে তেওঁলোকক কুমলী(কঠ)ত বহিবলৈ দিয়ে। এই পৰ্যায়ত ল'ৰা আৰু ছোৱালীৰ বাপেকৰ মাজতহে কথা-বতৰা হয়।

| | | |
|---|---|---|
| ছোৱালীৰ দেউতাক | ঃ | "ধৰমৰ দেউ, আপুনি মোৰ ছোৱালী খুজিবলৈ আহিছে যদিও ছোৱালীজনীয়ে হ'লে কাম-কন নাজানে, লিখা-পঢ়া নাজানে, বুদ্ধি-বৃত্তি নাই, কাপোৰ বব নাজানে, বয়সো তেনেদৰে হোৱা নাই, সেয়েহে কৈছো ঃ হাত-ভৰিক কষ্ট দি, মদ-পানী খৰচ কৰি লাভ নাই কিজানি। |
| ল'ৰাৰ দেউতাক | ঃ | নাজানিলেও হ'ব। বয়স হলে সকলো ঠিক হৈ যাব। |
| ছোৱালীৰ দেউতাক | ঃ | ছোৱালী লাগে যদি মোক দুবছৰ চাব লাগিব। মোৰ এতিয়া দিব পৰা জোখাৰে সম্বল নাই। |
| ল'ৰাৰ দেউতাক | ঃ | তেৰেং আপংকে লাংলেল' ঢুংছ' আপংছি মাংব। (দীঘল পাবৰ তেৰেং বাঁহত চকু নিদিও, চুটি পাবৰ তুংছ' বাঁহলৈহে চকু দিম, অৰ্থাৎ দীৰ্ঘ দিনলৈ আহি থকাৰ সলনি চুটি দিনত হোৱা পৰ্ব— পলুবাইহে নিম।) |

এইদৰে চূড়ান্ত পৰ্যায়ৰ প্ৰথম ভাগৰ কামখিনি শেষ হোৱাৰ পিছত দ্বিতীয় ভাগত ছোৱালীৰ 'লেক-ৰ'ল কাপাইক'(খাৰু-মণি পিন্ধোৱা) পৰ্ব সম্পন্ন কৰা হয়। ইয়াত তামোল-পাণ বিলোৱাৰ কাৰণে ডেকা এজন, গাভৰু এজনী নিৰ্বাচন কৰা হয়। তেওঁলোকক 'ছামাৰী' বোলে। লগত সহকাৰী এজন থাকে। মুঠ ৭জন মানুহ এই পৰ্যায়ত থাকে। সেইদিনাই বিয়াৰ তাৰিখ নিৰ্দ্ধাৰণ কৰা হয়। সেইদিনাৰ পৰা ল'ৰা-ছোৱালীৰ আনৰ লগত হিয়া দিয়া-নিয়াৰো পৰিসমাপ্তি ঘটে।

চূড়ান্ত পৰ্যায়ৰ ৩য় ভাগত 'আৰিক-হৰঠেং' কাপাঠিক'(লাউৰ ৰছীৰ গাঁঠি আৰু মদৰ লাউৰ পৰিমাণ নিৰ্দ্ধাৰণ) কৰা হয়। ইয়াক 'বিয়াৰ ভাৰ ঠিক কৰা পৰ্ব ' বুলি ক'ব পাৰি। মদৰ লাউৰ ৰছীৰ গাঁঠি হ'ল— ৰি-ঠিপ আৰু ৰি-ফ্ৰেন। ৰি-ঠিপত ৰছীডাল টানি দিলে গাঁঠি খাই যায় আৰু ৰি-ফ্ৰেনত ৰছী টানি দিলে গাঁঠি খুলি যায়। ৰছীৰ শেষৰ মূৰটো দীঘল হ'বনে চুটি হ'ব তাৰে নিৰ্দ্ধাৰণ কৰা হয়। মদৰ লাউ কলহ আকৃতিৰ তিতা লাউ ব্যৱহাৰ কৰা হয়। ৰছী, লাউৰ ডিঙিত বন্ধা হয়। মদৰ লাউ কিমানটা হ'ব, ইয়াৰ সোপা কেনেধৰণৰ হ'ব তাক নিৰ্দ্ধাৰিণ কৰা হয়। মদৰ লাউৰ সোপা হিচাপে কেঁচা কলপাত ব্যৱহাৰ কৰা হয়। সোপা দুই প্ৰকাৰৰ— মে-ইক আৰু মে-লক। মে-ইক হ'ল— কলপাতৰ ওপৰৰ কলা ভাগ সমুখত ওলাই থাকিব লাগিব আৰু কলপাতৰ আগ বেছিকৈ ওলাব। মে-লক হ'ল- কলপাতৰ তলৰ বগাভাগ সমুখত ওলাই থাকিব

লাগিব আৰু কলপাতৰ গুৰিখিনি বেছিকৈ ওলাব লাগিব। সেইবোৰ দৰা-ঘৰৰ মানুহক পুংখানুপুংখভাৱে কইনা-ঘৰে দেখুৱাই আৰু বুজাই দিয়ে। তাৰ ভিতৰতো যদি মূল বিয়াখনৰ দিনা সেইমতে নাপায়, তেনেহলে দণ্ড হিচাপে মদ এলাউ, তামোল-পাণ এবটা আৰু ১.২৫টকা ভৰিব লাগে। মদলাউৰ গাঁঠিৰ উপৰিও বিয়াৰ ভাৰ হিচাপে থাকে, হাক বা থপাত ভৰাই নিয়া সামগ্ৰী— চাউল ১দোণ, ছেলামাছ ৯ফাল, মদ ১টেকেলি, নিমখ আৰু জাতিজালুকৰ টোপোলা ২টা, চু-বংছৰী লাউ ১টা, ৯টাকৈ বন্ধা তামোল-পাণৰ বটা এটা, লাউ ১টা, বৰাভাতৰ টোপোলা এটা আৰু থপাত ভৰাই নিনিয়া আন বিয়াৰ ভাৰ হ'ল— পৰিয়াল, দেৱতা, ৰাইজ, মোমায়েকৰ কাৰণে ৯টাকৈ বন্ধা তামোল-পাণৰ বটা ২৬টা, মদৰ লাউ ২৬টা, বৰাভাতৰ টোপোলা ১৫টা ।

বিয়াৰ ভাৰ নিৰ্দ্ধাৰণ কৰাৰ পিছত দৰা-ঘৰ আৰু কইনাৰ ঘৰে বিয়া কাৰ্য ভালদৰে পৰিচালনাৰ কাৰণে 'আতামছাৰ' বা টক'ক বা ব'ৰজুল এজন বিচৰাত লাগে। এই 'আতামছাৰ'ক কাৰবিসকলে মান-সৎকাৰ কৰি নিয়ে। নিজৰ গাঁৱত হ'লেও আনৰ গাঁৱৰ পৰা নিমন্ত্ৰণ কৰি অনা হয়। তেওঁকে বিয়াৰ পুৰোহিত বুলিব পাৰি।

যথা দিনত ১জন আতামছা, ১৬জন বৰযাত্ৰীয়ে বিয়াৰ ভাৰসহ কইনাৰ ঘৰত প্ৰবেশ কৰে। যাওঁতে বিয়াৰ ভাৰখিনি হাক(থপাত)ত ভৰাই নিব লাগে। থপাত নিয়া সামগ্ৰীখিনি ওপৰত দিয়ামতে নিব লাগে। দৰাৰ ঘৰ ওচৰৰ হলে 'বৰুগাধুৰ' বুলি কৈ আদ বাটতে ভাৰখিনি নমাই থৈ জিৰণি লয়। সেইখিনি সময়ত বিয়াৰ ভাৰখিনি পুনৰ পৰীক্ষা কৰি চায়। পৰীক্ষাৰ অন্তত মানুহখিনিয়ে কইনা-ঘৰত প্ৰৱেশ কৰে। মূল ঘৰৰ জপনাত কইনা-পক্ষৰ মানুহে দৰাক লোটাৰে ভৰি দুখন ধুৱাই ৰভাঘৰত বহিবলৈ দিয়ে। ৰভাত কুমলী(কঠ)ৰ ওপৰত দৰা-পক্ষই আতামছাৰসহ এফালে আৰু কইনা-পক্ষও আতামছাৰসহ আনফালে বহে। তামোল-মদেৰে আপ্যায়ন কৰাৰ পিছত কইনা- পক্ষই বিবাহ কাৰ্যৰ পাতনি মেলে। এই কাৰ্যৰ আৰম্ভণী কইনা-পক্ষৰ আতামছাৰে কৰে।

কইনাৰ আতামছাৰ : ধৰম নাং প'কিমে
নাং অমুকাপ' আৰংবংকে
আনছিনানে কিৱাং প্ৰেক-মিনিনে কিৱাং প্ৰেক
ছহাপতং আছ'নে— ছুহতং আছ'নে
হাটতং কিদাম আছ'নে— ইংলিংতং কিদাম আছনে
আই ঐ নাং ধৰম—
বুক্ৰাং- ক্ৰাংনে কিৱাংকে— বুছ'ন ম-ছ'খনে কিৱাংকে
লকফ্ৰাট-ফাটনে কিৱাংকে— লকবং বংনে কিৱাংকে
স্বেৰ আছেম ছিৱানকে— ৰূপ আছেম ছিৱানকে

মিনিহি আদিল— মিনিহি আৰণি
নেহেম ছংক্ৰাকছ' ৰাংকিলুতকে
নাংলি কাৰজুতা ফেৰেদ'— কাছদিতা ফেৰেদ'।

(হে ধৰমৰ দেউ, আপুনি দয়ালু; আপোনাৰ অমুক গাঁৱৰ ৰাইজ, অইনদিনা অহা বেলেগ, আজি অহা বেলেগ, চপনীয়া লোক, নে চুৰ কৰা লোক, বজাৰলৈ যোৱা লোক, নে পাহাৰলৈ যোৱা লোক? আই-ঐ-দেহি, আপুনি ধৰমৰ দেউ, আধা বোকোচা কৰি, আধা কোলা কৰি এপাল শুদ্ধ বগা মানুহ, সোণ-ৰূপৰ লাখুটি লৈ আজিৰ দিনত মোৰ ভগা পঁজাত যে প্ৰৱেশ কৰিছে, তাৰ কাৰণ বিচাৰি আপোনালোকক সুধিবলৈ আৰু সোধ-পোছ কৰিবলৈ ভয় কৰিছোঁ)

দৰাৰ আতামছাব ঃ ধৰম নাং প'কিমে
নে অমুকাপ' আৰংবংকে
ছ'হাপ আছ'কালেক-চুহ আছ' কালেক
হাটকিদাম আছ' কানেক-ইংলং কিদাম আছ' কালেক
হাটকিদাম আছ'তিনে হাট দাম' হয়
ইংলং কিদাম আছ'তিনে ইংলংদাম' হয়
বুক্ৰাং-ক্ৰীংনে কিবাংকে— বুছ'ম-ছমনে কি বাংকে
লকফ্ৰাট-ফ্ৰাটনে কিবাংকে-লকবং-বংনে কিবাংকে
স্বেৰ আছেম ছিৰানকে- ৰূপ- আছেম ছিৰানকে
কাৰ জুতা ফেৰে নাংনে-কাছদিতা ফেৰে নাংনে
নেকে হানজাং ছি আছ'-হানছিৰিছি আছ'
নীপ আৰেম-নীগে আৰেম
চিক্ল' কি মেআঠাই— আৰণি কিযে আঠাই
ব'ল'নে কিকু— হিকল'নে কাংউ
তিপ্লী আয়কছি ৰাংদ'— ফালাং আয়কছি ৰাংদ'।

(হে ধৰমৰ দেউ, আপুনি দয়ালু; মোৰ অমুকা গাঁৱৰ ৰাইজ, চপনীয়া লোক নহয়, চুৰ কৰা লোক নহয়, বজাৰলৈ যোৱা লোক নহয়, পাহাৰলৈ যোৱা লোক নহয়; বজাৰলৈ যোৱা লোক হ'লে বজাৰলৈ গলোহেঁতেন; পাহাৰলৈ যোৱা লোক হ'লে পাহাৰলৈ গলোহেঁতেন; আধা বোকোচা কৰি, আধা কোলা কৰি, এগাল শুদ্ধ বগা মানুহ, সোণ-ৰূপৰ লাখুটিলৈ আপোনাৰ ঘৰত প্ৰৱেশ কৰাৰ কাৰণ সুধিবলৈ— সোধ-পোছ কৰিবলৈ ভয় কৰাৰ একো কাৰণ নাই। মই বনৰীয়া শাক-পাত খোৱা কাৰবিৰহে

সন্তান, শহুৰ-শাহু, চন্দ্ৰ-সূৰ্যৰ নিচিনা পবিত্ৰ ঘৰলৈ, মতা কুকুৰাৰ ডাক আৰু মতা কুকুৰে ভুকাৰ পৰিৱেশ সৃষ্টি কৰিবলৈ লক্ষ্মী আৰু সম্পত্তি বিচাৰি আহিছো)

কইনাৰ আতামছাৰ : নেকে হেনক কিছ' আছ'— হেনজাক ৰিছ' আছ'
হেনক কাপাদু আছ'— হেনজাক কাপাদু আছ'
নেথ'কতা ইংজং—নে গাড়তা ইংজং
আইতা থেকথে— আপানতা থেকথে
বুদ্ধি ইংজং— ছেৰে ইংজং
ইংজেং আহন জেংনিং পাবাং থেকথে
জেংনি আহন ইংজেং পাবাং থেকথে
লাকে নাং মিছাঙেযা— না শুবায়েমা?

(মই ঠাৰি কচু খোবা লোক, পেটা কচু খোবা লোক, ঠাৰি কচু শুকোবা লোক, পেটা কচু শুকোবা লোক, মোৰ ঠগো নাই-গঢ়ো নাই, ফুল তুলিবও নাজানো-ববও নাজানো, বুদ্ধিও নাই-বৃত্তিও নাই, এডাল সূতা দুডাল কৰিব নাজানো, দুডাল সূতা এডাল কৰিব নাজানো। ইয়ে জানো আপোনাৰ লগত মিলিব-আপোনাৰ লগত শুবাব)।

দৰাৰ আতামছাৰ : ধৰম নাং প'কিথে—
নেতা হেনক কিছ' আছ'— হেনজাক কিছ' আছ'
হেনক -কাপাদু আছ'— হেনজাক কাপাদু আছ'
লামাহেলনে ই-মিছাংছেতিনে— ই— শুবায় য়ে তিনে
কোনপ' ইমিছাঙে— কোনপ' ই — শুবায়ে?
লামাহেনছি ই-মিছাঙে— লামাহেনছি ই— শুবায়ে।

(হে ধৰমৰ দেউ, আপুনি দয়ালু; ময়ো ঠাৰি কচুখোবা লোক-পেটা কচু খোবা লোক, ঠাৰি কচু শুকোবা লোক-পেটা কচু শুকোবা লোক, এইবোৰে আমাক নিমিলিলে— এইবোৰে আমাক নুশুবালে কোনবোৰে আমাৰ লগত মিলিব— কোনবোৰে শুবাব? এইবোৰেই আমাৰ লগত মিলিব-এইবোৰেই আমাক শুবাব।)

কইনাৰ আতামছাৰ : হ'লা আছ'কে—
আৰণি জনছিৰকেপ— চিক্ৰ' জনছিৰকেপ
আপ'ক এনছি— আনেং এনছি
গাংদাকঙ'— পাপ্ৰাঙ'
পে-ৰাম ছিৰকেপ— পানিং ছিৰকেপ
পাছিং ছেকঙ'— পাংৰাকঙ'

পাইকছি — পাৰ্ফিইংছি
পাঠেল'— পাদিঙ'
মিৰবাদি ছিংফাৰ'— থেলুবাদি ৰাংছল'
নাংতা মিলনবাদি
নাংনে ছিদ'কতিনে— নাংপ'ক ছিদ'কতিনে
ছিমছেতিনে— ইংক্রিমকেতিনে
তিপ্ৰী নাংবাদনে— ফালাং নাংবাদনে।

(এই ছোৱালীজনীক ৯ সূৰ্যমাহ, ৯ চন্দ্ৰ মাহ, পেটত-হৃদয়ত লৈ মাকে জন্মদিলে— পূৰ্ণতা আনি দিলে, ৯ খন কঁকালি, ৯খন মেখেলা ফটালে-চিৰালে, গো-মূত পেলাই ডাঙৰ দীঘল কৰিলে, ফুলৰ দৰে ফুলিল, ফুলত ভোমোৰা সদৃশ পুৰুষো ওচৰ চাপিল। আপুনি এতিয়া তাইক আপোনাৰ মনেৰে, আপোনাৰ অন্তৰেৰে পচন্দ কৰিলে, ঘৃণা নকৰিলে, বিছ্কিনা নকৰিলে, আপোনাক লক্ষ্মী অৰ্পণ কৰিম— সম্পত্তি অৰ্পণ কৰিম)।

দৰাৰ আতামছাৰ : আচেৰেং ধৰম নাং
তিপ্ৰী নেবাদতিনে— ফালাং নেবাদতিনে
নেনেং কাংছাম— নেপ'ক কাংছাম।

(সঁচাকৈ আপুনি ধৰমৰ দেউ, লক্ষ্মী অৰ্পণ কৰিলে— সম্পত্তি অৰ্পণ কৰিলে, মোৰ মনে— মোৰ অন্তৰে শান্তি পাব)।

ইয়াৰ পিছত বিয়াৰ ভাৰখিনি 'ইংকুট আহেম'লৈ নি ভাৰখিনি সঠিকভাৱে আছেনে নাই সেইখিনি পৰীক্ষা কৰে। ভাৰখিনিৰ পৰীক্ষা কাৰ্য সমাপনৰ পিছত পুনৰ ৰভাৰ ঘৰলৈ আহি 'কৰতে কাছিক্রং' বা 'ইংহ'ল দংক'ক' পৰ্বখিনি কৰে। দৰা-কইনাৰ মোমায়েকে কৰতে কাছিক্রং বা ভাতৃসম্বন্ধ স্থাপনৰ কামখিনি কৰে। সম্বন্ধ স্থাপনৰ পিছত দৰা-পক্ষৰ তিৰোতাসকলে কইনা সজোৱাত লাগে। কইনাজনীয়ে পংহ' পৰিহিত দৰাক আদৰি ভিতৰলৈ নিয়ে। তাত একেখন পাতত দুয়োজনে আহাৰ গ্ৰহণ কৰে। তাৰপিছত সেৱা-শুশ্ৰূষা কাম আৰম্ভ কৰে। শেষত কইনাই দৰা-ঘৰলৈ গমন কৰে। কইনা থৰলৈ কইনা-ঘৰৰ মানুহো যায়। কইনা-দৰাই 'বীৰ কিলুত' কাৰ্য সমাপন কৰি শুচি হৈ ৰাইজৰ লগত ভাত সাঁজ খোৱাত লাগে। তামোল-পাণেৰে জ্যেষ্ঠজনক সেৱা জনাই, দৰা-কইনাই আশীৰ্বাদ বিচাৰি হৰ-হাক পৰ্ব সামৰে।

এনেকৈয়ে ভৈয়ামত বসবাস কৰা কাৰবিসকলৰ মাজত পৰম্পৰাগত নীতি-নিয়মেৰে বিবাহ কাৰ্য সমাপন কৰা হয়।



# ঠেঙ্গাল কছাৰী সমাজত বিবাহ্ পদ্ধতি

শ্ৰীবিপিন কুমাৰ ৰৰা

অসমৰ আদিম ঐতিহ্যপূৰ্ণ ঠেঙাল কছাৰীসকল মংগোলীয় প্ৰজাতিৰ বৰ' জনগোষ্ঠীৰ অন্যতম সম্প্ৰদায়। বৰ্ত্তমান ভাৰতীয় সংবিধান স্বীকৃত ভৈয়াম অনুসূচীত জনজাতিসকলৰ ভিতৰত ঠেঙাল কছাৰীসকলে বৃহত্তৰ অসমীয়া জাতি আৰু সংস্কৃতি গঢ়াৰ ক্ষেত্ৰত সুদূৰ অতীতৰ পৰাই এক শক্তিশালী ভূমিকা পালন কৰি আহিছে। অসমৰ সাৰুৱা মাটিৰ লগতো এওঁলোকৰ সম্পৰ্ক নিবিড়। সেয়েহে ঠেঙাল কছাৰীসকলক অসমৰ ভূমিপুত্ৰ বুলিও কোৱা হয়। কিন্তু এই সম্প্ৰদায়টিৰ সভ্যতা আৰু সমাজ সংস্কৃতি অথবা জাতিগত পৰিচয়ৰ লিখিত বুৰঞ্জী পোৱা নাযায় যদিও প্ৰাচীন কালৰে পৰা ঐতিহাসিক কিংবদন্তিয়ে আজিও অসমৰ জন গাঁথনিত খিলঞ্জীয়া জনগোষ্ঠী ৰূপেই স্বীকৃতি দি আহিছে। মংগোলীয় গোষ্ঠীৰ পৰিয়ালসমূহ বিভিন্ন ঠাইত বিভিন্ন নামেৰে পৰিচিত যদিও ৰাজ্য শাসনৰ নামত তেওঁলোকক কছাৰী নামেৰে জনা যায়। পুৰাণ আৰু মহাভাৰত আদিত বৰ্ণিত বীৰ পুৰুষ অথবা ৰজা আদিক নিজৰ পূৰ্ব-পুৰুষ বুলি পৰিচয় দি গৌৰৱ অনুভৱ কৰা ঠেঙালসকলে বিশেষকৈ বীৰ ভীমৰ পুত্ৰ ঘটোৎকচৰ পৰা উৎপত্তি হোৱা বুলি গৌৰৱ অনুভৱ কৰে। হিড়িম্বা ৰাক্ষসীৰ লগত ভীমৰ বৈবাহিক সম্পৰ্ক ঘটাৰ বাবেই ঘটোৎকচৰ জন্ম আৰু সেই বাবেই কছাৰীসকলৰ ৰাজ্যখনক হিড়িম্বা ৰাজ্য বা হেড়ম্ব ৰাজ্য বোলা হৈছিল।

ভাৰতীয় প্ৰাচীন সাহিত্যত মংগোলীয় বা কিৰাতসকলৰ উল্লেখ পোৱা যায়। পণ্ডিতসকলৰ মতে ব্ৰহ্মপুত্ৰ উপত্যকাত পৰ্বতৰ দাঁতিকাষৰীয়া অঞ্চলত প্ৰথমে বাস কৰা মংগোলীয় বা কিৰাতসকলেই কছাৰী নাম পায়। সেয়েহে কছাৰী নামাকৰণ ভাৰতীয় হিন্দুসকলৰ সৃষ্টি যেন অনুমান হয়। এতিয়া এই কছাৰীসকলে কেতিয়া আৰু কেনেকৈ 'ঠেঙাল' নাম পালে সঠিককৈ জনা নাযায়। শব্দটোৰ ব্যৱহাৰিক প্ৰত্যক্ষ দিশত একান্তই আৰু অবাৰ্চীন যেন লাগে। চন্দ্ৰকান্ত অভিধান আৰু হেমকোষ অভিধানত ঠেঙাল(ঠেঙ্গাল)সকল অসমৰ এজাতি আদিম অধিবাসী কছাৰী বুলি উল্লেখ আছে। কিংবদন্তি মতে যিসকল কছাৰী সাহসী, যুদ্ধ বিদ্যাত পাকৈত, সেইসকলক ৰজাই বাছি বাছি যুদ্ধৰ বাবে ৰাখিছিল আৰু এই সৈন্যসকলক যুদ্ধ কৰিবৰ বাবে ঠেঙা(Pantloon)

পিন্ধিবলৈ দিছিল। এই সৈন্যসকলে যুদ্ধৰ বাদেও শান্তিৰ পৰিৱেশতো ঠেঙ্গা পিন্ধি ফুৰিছিল। ঠেঙ্গা পিন্ধাৰ বাবেই তেওঁলোকক ঠেঙাল বুলি মাতিছিল আৰু কালক্ৰমত ৰজা-ঘৰীয়া এই যুঁজাৰু কছাৰীসকলেই ঠেঙাল গোষ্ঠীত পৰিণত হয়।

ড° সূৰ্য্য কুমাৰ ভূঞা সম্পাদিত 'দেওধাই বুৰঞ্জী' আৰু 'কছাৰী বুৰঞ্জী'ত উল্লেখ আছে— "উজনিৰ শদিয়াত ৰাজ্য পাতি শাসন কৰা দুটি কছাৰী ফৈদ শদিয়াল কছাৰী আৰু হেড়ম্বিয়াল কছাৰীৰ আদি ৰজা মানিক আৰু মানিকৰ জোঁৱায়েক মুকুতা উত্তৰাধিকাৰী আছিল। মানিকৰ ৰাজ্যৰ পৰিসীমা পূবে শদিয়া, পশ্চিমে দিখৌমুখ, উত্তৰে দিহিঙৰ দক্ষিণপাৰ আৰু দক্ষিণে দিহিঙৰ কেন্দুগুৰি পৰ্যন্ত আছিল।" বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ মতে— "শদিয়াৰ 'কৌণ্ডিল' নগৰখন কছাৰী ভাষাত 'হালালী' বোলা হৈছিল" । এওঁলোকৰ পৰৱৰ্তী ৰজাসকলৰ বিষয়ে বুৰঞ্জী নিমাত। কিন্তু এওঁলোকৰ পৰৱৰ্তী ৰজা হিচাপে হেড়ম্বিয়াল ফৈদৰ ৰজা ভীম আৰু হিড়িম্বাৰ পুত্ৰ ঘটোৎকচৰ উত্তৰাধিকাৰী হেড়ম্ব ৰাজ্যৰ প্ৰথম ৰজা চুচেমফা, পিছত বীৰহাস আৰু বীৰহাসৰ পিছত নাতিয়েক বিচাৰপতিফা ৰজা হয়। ত্ৰয়োদশ শতিকাৰ তৃতীয় দশকত আহোম স্বৰ্গদেও চুকাফাই অসমৰ সৌমাৰ খণ্ডত প্ৰবেশ কৰি এইজনা ৰজাকে লগ পাইছিল। এই বিচাৰপতিফাৰে পুতেক বিক্ৰমাদিত্যফাই নামচাং বৰহাট সীমা পৰ্যন্ত ৰাজ্য বিস্তাৰ কৰি সোণাপুৰ আৰু কামপুৰ নগৰ প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ ভায়েক মহামানিকফা আৰু মানিকফা— ডিমাপুৰৰ ৰজা হয়। ড° লীলা গগৈৰ মতে— "শদিয়াল কছাৰী আৰু হেড়ম্বিয়াল কছাৰী মূলত একে ঠালৰ।" ড° ভূঞাই উল্লেখ কৰিছে— "হেড়ম্বিয়াল কছাৰীৰ অন্যতম গোষ্ঠী ঠেঙালসকলে নিজকে ভীমৰ পুত্ৰ ঘটোৎকচৰ বংশধৰ বুলি কয়। সেই ফালৰ পৰা হেড়ম্বিয়ালসকলেই ঠেঙাল।" [১]

ড° সূৰ্য্য কুমাৰ ভূঞা সম্পাদিত অসম বুৰঞ্জী মতে—"১৫২৬ খৃঃত আহোম আৰু কছাৰীসকলৰ মাজত ধণশিৰিৰ পাৰত কেইবা ঠাইতো দুয়ো পক্ষৰ তয়া-ময়া যুদ্ধ-বিগ্ৰহ হৈছিল। জয়-পৰাজয় দুয়ো পক্ষতে সমানে ঘটিছিল। সেই সময়ত জং বাহাদুৰ আৰু চক্ৰধ্বজ নামৰ দুজন সাহসী, যাদুমন্ত্ৰ আৰু ধনুবিদ্যাত পাৰ্গত কছাৰী যুবকে দৈয়াং নৈৰ পাৰত কাছমাৰীত এখন কছাৰী ৰাজ্য প্ৰতিষ্ঠা কৰি জং বাহাদুৰ সেই ৰাজ্যৰ ৰজা হৈছিল। তেওঁৰ সৈন্য-সামন্তসকলে ঠেঙ্গা পিন্ধিছিল বাবেই আন লোকসকলে জং বাহাদুৰ ৰজাক আৰু তেওঁৰ ৰাজ্যৰ প্ৰজাবিলাকক ঠেঙ্গাল কছাৰী বুলিছিল। জংবাহাদুৰ ঠেঙালৰ পিছত কাছমাৰীৰ কছাৰীৰাজ্যৰ ৰজা হৈছিল চক্ৰধ্বজ ঠেঙাল।" আন এক জনশ্ৰুতি মতে— আহোমসকলৰ দিনতে কছাৰীসকলৰ বৃত্তি অনুসৰি 'সোণোৱাল' আৰু 'ৰূপোৱাল' ফৈদত বিভক্ত হয়। যিসকল কছাৰীয়ে

---

১. *Acharya, Dr.N.N, The History of Mediaval Assam, PP. 218-19*

সোণশিৰি আদি নৈত সোণ কমাই জীৱন নিৰ্বাহ কৰিছিল তেওঁলোকক সোণোৱাল আৰু ধনশিৰি নৈৰ পাৰত বসবাস কৰি ধনশিৰি নৈৰ পৰা ৰূপ আহৰণ কৰা কছাৰীসকলক ৰূপোৱাল বোলা হৈছিল। ৰূপোৱালসকলে ঠেঙ্গা পিন্ধি ৰজা-ঘৰত চাকৰি কৰিছিল। প্ৰকৃততে ক'বলৈ হ'লে ধনশিৰি আৰু দৈয়াং উপত্যকাত বসবাস কৰা কাছমাৰী অঞ্চলত ৰাজধানী স্থাপন কৰি ৰাজ্য শাসন কৰা সময়ৰ পৰা কছাৰীসকলৰ এটা ঠাল— ঠেঙ্গাল কছাৰী নামেৰে জনাজাত হয় যদিও কালক্ৰমত ঐতিহাসিক কাৰণবশতঃ আৰু অৰ্থনৈতিক কাৰণত তেওঁলোক অসমৰ বিভিন্ন প্ৰান্তত সিঁচৰতি হৈ পৰে। বৰ্তমান যোৰহাট, তিতাবৰ, দৰং, শোণিতপুৰ, ডিমাপুৰ, কাৰ্বিআংলং, গোলাঘাট, শিৱসাগৰ, ডিব্ৰুগড়, শদিয়া, নাহৰকটীয়া, ধেমাজী, লক্ষীমপুৰ, চিলাপথাৰ, জোনাই আদি ঠাইত ঠেঙ্গালসকল সিঁচৰতি হৈ আছে। পিছত আহোমৰ শাসনৰ অধীনত তেওঁলোকে ৰাজকীয় দায়িত্বত নিয়োজিত হৈ কছাৰী, বৰা, বড়া, শইকীয়া, নেওগ, হাজৰিকা, বৰুৱা, ৰাজখোৱা, চাংমাই আদি উপাধি লাভ কৰি একান্তই অসমীয়া কছাৰী হিচাপে পৰিচিত হৈ আহিছে। আকৌ বহুলোকে সোণোৱাল উপাধি লৈয়ো কছাৰী হৈ আছে।

*বিবাহ পদ্ধতি ঃ*

ঠেঙ্গাল কছাৰীসকলৰ বিবাহ পদ্ধতি স্বকীয় বৈশিষ্ট্যযুক্ত। ঠেঙ্গাল সমাজৰ বিবাহত ৰং-ৰহইচৰ লগতে দাম্পত্য জীৱনৰ একাত্মীয়তা সংপৃক্ত হৈ আছে। সেয়ে ঠেঙ্গালসকলৰ বাবে বিবাহ সমাজৰ একান্ত প্ৰাণময় উৎসব ।

ভাৰতৰ আৰ্য সমাজত আঠ প্ৰকাৰৰ স্বীকৃত বিবাহৰ উল্লেখ আছে। ব্ৰাহ্মণ্য, দৈব্য, প্ৰাজাপাত্য, গান্ধৰ্ব, ৰাক্ষস আৰু পৈশাচ। উল্লেখ্য বিবাহৰ ভিতৰত প্ৰথম চাৰিবিধক আৰ্যীকৰণ কৰা হৈছে। ছোৱালী পলুৱাই নিয়া, গা-ধন দি ছোৱালী নিয়া, ঘৰ-জোঁৱাই, চপনীয়া খাটি ছোৱালী বিয়া কৰোৱা প্ৰথা ৰাক্ষস আৰু পৈশাচৰ ভিতৰত পৰে। উল্লেখযোগ্য যে তিব্বত-বৰ্মীসকলৰ মাজত এনে বিবাহ প্ৰথা সৰ্বাধিক প্ৰচলন আৰু এতিয়াও এই বিবাহ প্ৰচলিত। ঠেঙ্গাল কছাৰীসকলৰ মাজত এনে ধৰণৰ বিবাহো প্ৰচলিত আছিল। প্ৰকৃতাৰ্থত ঠেঙ্গাল কছাৰীসকলৰ মাজত পুৰুষে পত্নী গ্ৰহণ কৰোতে বিয়া বুলি কোনো আনুষ্ঠানিক নিয়ম নাছিল। সেই কাৰণে তেওঁলোকৰ মাজত এষাঁকি প্ৰবচন প্ৰচলিত আছে "আহোমৰ চকলং, হিন্দুৰ বেই, কছাৰীৰ যেই কৰে সেই।" তথাপি ঠেঙ্গালসকলৰ মাজত বিভিন্ন প্ৰথাৰ বিবাহ পদ্ধতি প্ৰচলিত হৈ আহিছে।

ঠেঙ্গাল কছাৰীসকলৰ গোষ্ঠীৰ মাজত বিয়া-বাৰু হোৱাৰ পুৰণি নিয়ম। তথাপি অনাৰ্য জাতি বা সম্প্ৰদায়ৰ মাজত বা গোষ্ঠীৰ লগতো ছোৱালী অনা-নিয়াত কোনো বাধা নাই। কিন্তু একে বংশৰ মাজত বিয়া-বাৰু হ'ব নোৱাৰে। পুৰুষ ঠালৰ মাজত এই

নিয়ম অতি কটকটীয়া। কেতিয়াবা কিবা স্বৰূপে পৰিয়ালৰ বা বংশৰ মাজত সম্বন্ধ ঘটিলে বাইজৰ বিচাৰত এঘৰীয়া কৰি থোৱা হয়। সমুচিত দণ্ড ভৰণিৰে উদ্ধাৰ, পৰাচিত, সংস্কাৰ কৰাৰ পিছতহে সমাজে তেওঁলোকক গ্ৰহণ কৰে। ইয়াকে নহ'লে গাঁৱৰ পৰা বাহিৰত থাকিব লগা হয়। এনে অবৈধ সম্পৰ্ক সমাজে মানি নলয়। বাল্য বিবাহ আৰু বিবাহ বিচ্ছেদ কছাৰীসকলৰ মাজত দেখা নাযায়। বিধবা হোৱা নাৰীয়ে পুনৰ অন্য স্বামী গ্ৰহণ কৰিব পাৰে। ককায়েকৰ মৃত্যুত দেওৰেকে বৌৱেকক বিয়া কৰোৱাত কোনো বাধা নাই। কিন্তু ককায়েকে ভায়েকৰ বিধবা পত্নী(বোৱাৰীক) বিয়া কৰাব নোৱাৰে। পত্নীৰ বিয়োগ হ'লে ভিনিহিয়েকে খুলশালীক বিয়া কৰাব পাৰে। ঠেঙ্গাল কছাৰীসকলৰ মতে জেশাহুৰেকক বিয়া কৰোৱা নিয়ম পূৰ্বৰে পৰা নিষিদ্ধ। এজন পুৰুষে এগৰাকী অথবা ততোধিক পত্নী বিয়া কৰাব পাৰে। কিন্তু এগৰাকী স্ত্ৰীয়ে বহু স্বামী গ্ৰহণ কৰাৰ ক্ষেত্ৰত কিছু শিথিলতা দেখা যায়।

ঠেঙ্গাল কছাৰীসকলৰ সমাজত সাধাৰণতে পলাই যোৱা বা পলুৱাই নিয়া বিয়া প্ৰচলন হোৱা দেখা যায়। পূৰ্বতে কছাৰীসকলৰ সমাজত পচন্দ হোৱা ছোৱালী বলপূৰ্বক ধৰি নিয়া বা ধৰি ৰখাৰ প্ৰথাৰো প্ৰচলন আছিল। তদুপৰি বৰ', কছাৰী, ডিমাছা, তিৱাসকলৰ দৰে 'ঘৰজীয়া' বা 'ঘৰ-জোঁৱাই' চপাই লোৱা বিয়া ঠেঙ্গাল আৰু অন্যান্য কছাৰীসকলৰ মাজতো প্ৰচলন আছে।

অতীতৰ নিয়ম অনুসৰি ডেকা-গাভৰুৰ মাজত পৰস্পৰ ভালপোৱা জন্মিলে আৰু মনৰ মিলন ঘটিলে ল'ৰাই ছোৱালী পলুৱাই নিয়ে নতুবা ছোৱালী ল'ৰালৈ পলাই যায়। পিছত ল'ৰা-ঘৰীয়ালোকে ছোৱালী-ঘৰত 'চোৰ' ওলোৱা নিয়ম। শেষত ল'ৰা-ছোৱালীৰ পৰিয়ালৰ মাজত বুজাবুজি হৈ 'মিতুৰ' পাতে। এনে বিয়াত বিয়াৰ আনুষ্ঠানিকতা নাই যদিও গাঁৱৰ বাইজ গোট-পিট খাই ভোজ-ভাত খোৱা আৰু বয়-বস্তু উছৰ্গা দিয়া নিয়ম আংশিকভাৱে প্ৰচলিত আছে।

ঠেঙ্গাল কছাৰীসকলৰ মাজত প্ৰচলিত 'বৰ বিয়া' আৰু 'আবিয়ৈ বিয়া'ৰ স্বকীয় এক উল্লেখযোগ্য বৈশিষ্ট্য আছে। ব্ৰাহ্ম নিয়ম অনুসৰি বৈদিক প্ৰথাৰে হিন্দু ধৰ্মৰ প্ৰভাৱত হোমাগ্নিক সাক্ষী কৰি পতা বিয়াক তেওঁলোকে 'বৰ বিয়া' আৰু সাধাৰণভাৱে বাইজৰ পৰা আশীৰ্বাদ লৈ তেল শলিতা জ্বলাই পতা বিয়াক 'আবিয়ৈ বিয়া' বা 'জোৰণ দিয়া' বিয়া বুলি কোৱা হয়।

বৰ বিয়া পতাৰ বিশেষ নিয়ম হিচাপে এবটা তামোল-পাণৰ শৰাই আগবঢ়াই ল'ৰা-ঘৰৰ মানুহে ছোৱালী-ঘৰত মধ্যস্থতাকাৰীৰ সহায়ত ছোৱালী খুজিব লাগে। দৰা-কইনা উভয় পক্ষৰ বিয়া বন্দৱস্তৰ মধ্যস্থতাৰীক তেওঁলোকে 'বাওৰা' বোলে। ছোৱালী খুজিবলৈ গৈ কইনাৰ ঘৰত প্ৰথম তামোল-পাণ পেলোৱাক 'বাট চন্দা ভোজা' দিয়া

বোলে। ছোৱালী-ঘৰৰ লোকে ল'ৰাক পচন্দ বা অপচন্দ সেই দিনাই আলোচনা কৰি অৱগত কৰাৰ আৰু পচন্দ হ'লে সেই দিনাৰ পৰাই বিয়াৰ কাম আৰম্ভ হ'ব। অতীজতে ছোৱালী খোজাৰ পৰা তিনি/চাৰি বছৰ পৰ্যন্ত বিয়া পৰি থাকে। মাত্র বিয়াৰ নিৰ্দ্ধাৰিত নিয়মৰ মাজেৰে মিতিৰৰ মাজত আহ্-যাহ্ আৰু আদান-প্রদানসমূহ হৈ থাকে। ঠেঙ্গালসকলৰ 'বাট চন্দা ভোজা' ভাৰখন অতি বৈশিষ্ট্যপূৰ্ণ। ভাৰখনত সম্বলৰ ভিতৰত এযোৰ চৈপতীয়া পাচিৰ ভিতৰত বৰপিঠা, ভাপপিঠা, গাখীৰৰ টেকেলি, তামোল-পাণ, বৰা চাউলৰ চপৰা, সান্দহ আৰু বৰালী মাছ বা শাল মাছ থাকে। অনুৰূপ আন এখন ভাৰ বিয়াৰ দিনাও ন-পুৰুষৰ শৰাধৰ বাবে কইনাৰ ঘৰলৈ নিব লাগে। আকৌ বৰযাত্রীৰ লগত নিয়া আন এবিধ বিশেষ ভাৰক 'গৰখীয়া ভাৰ' বা 'চাকুলীপতীয়া ভাৰ' বোলা হয়। চাকুলী পাচিত সজাই দিয়া এই ভাৰক 'চাকুলী' ভাৰ বোলে। চাকুলী ভাৰৰ লগত অন্য সামগ্ৰীৰ লগতে ফুচুৰি কৰিবৰ বাবে এৰা-গুটিৰ থোক লগত আঁৰি নিয়া দেখা যায়। এই দুখন ভাৰ এখন দৰা-ঘৰৰ ৰাইজৰ বাবে আৰু আনখন গৰখীয়াসকলৰ বাবে মাছ, মিঠাতেল আদি ভোজৰ সমলসমূহ কইনা-ঘৰৰ বাটতে গৰখীয়াসকলৰ মাজত বিতৰণ কৰা হয়। এই বিয়াৰ দুদিনৰ আগৰ পৰা কইনা-ঘৰত 'জোৰণ দিয়া' প্ৰথাক 'টেকেলি দিয়া' বোলে। বিয়া তিনিদিনীয়া বা দুদিনীয়াকৈ অনুষ্ঠিত কৰি বিয়াৰ আৰম্ভণী দিনৰ পৰা 'পানী তোলা নিয়ম' পালন কৰা হয়। পানী তোলাৰ মূল উদ্দেশ্য হ'ল দৰা-কইনাক গা-ধুৱাবৰ বাবে পবিত্ৰ পানী সংগ্ৰহ কৰা। এনে পানীৰে গা ধুলে দৰা-কইনাৰ অপায়-অমংগল দূৰ হয় বুলি বিশ্বাস। তদুপৰি ঠেঙ্গাল কছাৰীৰ পুৰণি সমাজত শত্ৰুৰ দ্বাৰা যাদু, কু-মন্ত্র কৰি দৰা-কইনাক অপকাৰ কৰাৰ বিশ্বাস প্রচলিত। পানী তুলিবৰ বাবে ঘট বা টেকেলি সাধাৰণতে দৰা-ঘৰত দৰাৰ মাক আৰু ছোৱালীৰ ঘৰত ছোৱালীৰ মাকে ধৰে। মাকৰ অবিহনে বংশৰ ওচৰ সম্বন্ধীয় আন জ্যেষ্ঠ মাকৰ সমতুল্য মহিলা এগৰাকীয়েও টেকেলি ধৰিব পাৰে। এজনী অ-কুমাৰী ছোৱালীক দুণৰি ধৰিবলৈ দিয়া হয়। দুণৰিত আঁৰৈ চাউল আৰু তামোল-পাণৰ সৈতে এগছি জলন্ত বন্তি থাকে। টেকেলি ধৰা আয়তী গৰাকীক 'ৰাধা, দৈৱকী, যশোদা অথবা ৰামৰ মাক কৌশল্যাৰ' ৰূপত কল্পনা কৰি পানী তোলা নাম আয়তীসকলে গায়। পানীতোলা ঘট বা পুখুৰীটোকো 'যমুনা বা সাগৰ' আখ্যা দি মাহাত্ম্য প্রকাশ কৰা হয়। বিযুৰীয়াকৈ তিনিটা বা পাঁচটা ঘাটৰ পানী তোলা নিয়ম। পানী তোলোতে পানী অনা ঘাটৰ পানী, কাচিৰে কাটি 'মন্ত্রপূত' কৰা হয় আৰু দৰা-কইনাৰ মূৰত ঢালি গা ধুৱায়। পানী তোলা অনুষ্ঠান উৰ্বৰ বিশ্বাসৰ অনুষ্ঠান বুলি ধৰা হয়।

বৰ বিয়াৰ পৰম্পৰা অনুসৰি দৰা আৰু কইনাৰ ঘৰত নোৱনিৰ পিছতে 'গাঁঠিয়ন খুন্দা' অনুষ্ঠান অতি তাৎপৰ্যপূৰ্ণ। দৰাৰ ঘৰত দৰাৰ আৰু ছোৱালীৰ ঘৰত ছোৱালীৰ

মাকে আৰু সাতজনী আয়তীৰ সৈতে মূৰত কাপোৰ মেলি একেলগে পটাগুটি এটাৰে গাঁঠিয়ন খুন্দে। গাঁঠিয়ন খুন্দি নাম শেষ হোৱাৰ লগে লগে এগৰাকী নামতীয়ে কপালত এটি ফোঁট দিয়ে। গাঁঠিয়ন খুন্দাৰ শেষত ঠেঙ্গাল কছাৰীসকলৰ লোক সংস্কৃতি হিচাপে দৰা আৰু কইনাৰ উভয় ঘৰতে 'খোলোং বুঢ়ী' নচা তাৎপৰ্যপূৰ্ণ। এগৰাকী আয়তীয়ে ডলা এখনত এধাৰ খোলাকটিৰে বনোৱা অলঙ্কাৰ, এটা পাতি পইচা, জেং-জাবৰ, তামোলৰ বাকলি আৰু এটা ফটা আগবাঁহৰ লাখুটিৰ ফটা মূৰটোত খোলাকটিৰে টকা কৰা ধনৰ টোপোলা এটা বান্ধি লৈ কইনাৰ ঘৰত ছোৱালী খুজিবলৈ(বা কিনিবলৈ) অথবা দৰাৰ ঘৰত দৰা খুজিবলৈ(বা কিনিবলৈ) বুলি লাখুটি বাই বাই ঢোলৰ চেৱত :

ঘেন-দাওঁ দাওঁ, ঘেন-দাওঁ দাওঁ
লাখুটি বাওঁ, লাখুটি বাওঁ
লাখুটি নহ'লে কেনেকৈ যাওঁ"
ঘেন দাওঁ লাখুটি, ঘেন দাওঁ দাওঁ—

আদিৰ তালত তাল মিলাই নাচি নাচি দৰা আৰু কইনাৰ ঘৰলৈ আহে। এই নাচক 'কুলা বুঢ়ী নাচ' বুলিও কয়। দৰা আৰু কইনাৰ ঘৰ পাওঁতে 'সুৱাগুৰি' তোলা সময়তো ঠেঙ্গাল কছাৰী সমাজত 'খোলাং বুঢ়ী নচা' নিয়ম এতিয়াও প্ৰচলিত।

ঠেঙ্গাল কছাৰীসকলৰ বৰ বিয়াৰ আন এটি তাৎপৰ্যপূৰ্ণ অনুষ্ঠান হ'ল কইনা সম্প্ৰদানৰ পিছত দৰা-ঘৰীয়াৰ উপস্থিতিত ৰভা তলত মুকলিভাৱে কইনা-ঘৰীয়া আত্মীয়সকলে বয়-বস্তু উছৰ্গা কৰা প্ৰথা যাক— 'বিয়া খোৱা' বা 'মান দান খোৱা' প্ৰথা বোলে। কইনাক গৰু, ছাগলী, কাঁহী-বাটি, বটা, শৰাই, সঁফুৰা আদি বস্তু উপহাৰ দিয়াৰ লগে লগে এজন লোকে উপহাৰ দিওঁতাজনক কইনাৰ লগত কি সম্বন্ধ কৈ যায় আৰু দৰা-ঘৰীয়াই সেই অনুসাৰে তামোল-পাণ দি মান ধৰি যায়। তদুপৰি বিয়া খাবলৈ যাওঁতে জ্ঞাতি কুটুম্বই 'ডালি নিয়া' প্ৰথাও ঠেঙ্গালসকলৰ মাজত আছে।

বৰ বিয়াৰ তৃতীয় দিনা দুপৰীয়া দৰাৰ ঘৰত 'খুবা-খুবুনী সবাহ' বা 'খোবা-খুবী' পতা ঠেঙ্গালসকলৰ তাৎপৰ্যপূৰ্ণ আন এটি অপৰিহাৰ্য অনুষ্ঠান। এই সবাহ ঠেঙ্গালসকলে দিনৰ ভাগত অনুষ্ঠিত কৰে। এই অনুষ্ঠানত দৰা-কইনাৰ আ-অলঙ্কাৰসমূহ এখন আগলি কলাপাতত থৈ দৰা-কইনাৰ দেহ আৰু আ-অলঙ্কাৰৰ পৰা খোবা-খুবী নামৰ ভূত-ভূতুনী দুটা খেদিবৰ বাবে খোবা-খুবী সবাহ পাতে। গাঁৱৰ এজন বয়োজ্যেষ্ঠ ব্যক্তিয়ে শিৱ-পাৰ্বতীৰ খেতি কৰাৰ কাহিনী বৰ্ণনা কৰি মুখলগা ভঙা মন্ত্ৰ গায়। হালোৱাই গোট-কড়াই তামোল-পাণ চোবাই দৰা-কইনাৰ গাত পিকাই দি বগৰি কাঁইটৰ এচাৰিৰে কোবাই হাল বায়। পিছত হৰ-গৌৰীৰ বসতি হ'বলৈ ৰাইজে আশীৰ্বাদ দিয়ে আৰু দৰা-কইনাই একে লগে ঢেকী দি পিঠা খুন্দি ৰাইজক খুৱাব লাগে। এই খোবা-খুবুনী

সবাহতে ভোজ-ভাতৰো আয়োজন কৰে। ভোজ-ভাত দৰা-কইনাই প্ৰথমে বিতৰণ কৰাৰো তেওঁলোকৰ মাজত প্ৰচলিত নিয়ম। বিয়াৰ আঠদিন হোৱাৰ দিনা কইনাৰ ঘৰত দৰা-কইনাক 'আঠমঙলা' খাবলৈ যোৱা প্ৰথা অসমীয়া সমাজৰ দৰে ঠেঙ্গালসকলৰ মাজতো আছে। এই প্ৰথাক ঘৰ উঠিবলৈ যোৱা বুলিও ঠেঙ্গালসকলৰ মাজত প্ৰচলিত হৈ আছে।

*তোলনি বিয়া :*

ঠেঙ্গালসকলৰ মাজত ছোৱালী পুষ্পিতা হ'লে তোলনি বিয়া পতাৰ নিয়ম আছে। নাৰী জীৱনৰ পূৰ্ণ যৌৱনৰ ইঙ্গিতেই হ'ল কন্যাকাল। ছোৱালীৰ কন্যাকাল হওঁতে অসমীয়া সমাজে পালন কৰা অনুষ্ঠানক নোৱাই তোলনি বিয়া বা শান্তি বিয়া বোলে। এই বিয়াৰ অসমীয়া সমাজত গুৰুত্ব অধিক। এই বিয়া মহিলাসকলে অতি উৎসাহ আৰু আনন্দৰে পালন কৰে। ইয়াত পুৰুষৰ স্থান নিচেই কম।

ঠেঙ্গাল কছাৰীসকলৰ মাজত শান্তিবিয়া বৰ আনন্দ উল্লাস আৰু গুৰুত্বসহকাৰে পতা হয়। শান্তি বিয়াহে ঠেঙ্গালসকলৰ মতে ছোৱালীৰ আচল বিয়া। কাৰণ ছোৱালীৰ বৰ বিয়া সময়ত নহ'বগৈ পাৰে। গতিকে ছোৱালী পুষ্পিতা হোৱাৰ লগে লগে মাক-দেউতাকে বিয়া পাতিবলৈ খদমদম লগায়। অসমীয়া সমাজত ছোৱালীৰ কন্যাকাল হ'লে চন্দ্ৰ, সূৰ্য আৰু কোনো পুৰুষে নেদেখাকৈ এটা আছুতীয়া কোঠাত লুকুৱাই থোৱা নিয়ম। ঠেঙ্গাল কছাৰী সম্প্ৰদায়ৰ মাজতো কন্যাকাল হোৱা ছোৱালীক আছুতীয়াকৈ ৰাখে। সেইদৰে অসমীয়া সমাজত প্ৰচলিত নিয়ম অনুসাৰে ঠেঙ্গালসকলেও চাৰিদিনৰ দিনা গএগ বোৱাৰী-জীয়ৰী গোট-পিট খাই যথা নিয়মেৰে তিনিডাল পাটীদেৰে বেই সজাই বেইৰ তলত বহুৱাই গা-ধুৱায়। জ্যোতিষ বা গণকৰ গণনা মতে দিন-বাৰ চোৱাই-চিতাই সাদিনীয়া, নদিনীয়া, বা এঘাৰ দিনীয়া কৰি বিয়াখন উঠায়। বিয়ালৈ নিজৰ বংশ-পৰিয়াল, মিতিৰ-কুটুম আৰু গএগ-জ্ঞাতি ৰাইজক নিমন্ত্ৰণ জনায়। বিয়াৰ আগদিনাই গাঁৱৰ মহিলাসকল আহি আখৈ ভাজে। আখৈ তোলনি বিয়াত অপৰিহাৰ্য বুলি গণ্য কৰা হয়। বিয়াৰ আগদিনাই গএগ ৰাইজে ৰভা-পাৰলা দিয়ে। ছোৱালীক গা-ধুৱাবলৈ বেই সাজে। বেই একেটা জাতি বাঁহেৰে সজা নিয়ম। বেই দৌলাকাৰ কৰি সজা হয়। বেইৰ দৌলাকৃতিৰ অংশৰ ওপৰত বাঁহডাল ন-পাব হ'ব লাগিব। বাঁহডালৰ চেঁচু চুচি গাঁঠিয়ে গাঁঠিয়ে ফুলৰ সদৃশ কৰি আৰু বাঁহডালৰ মূৰত এটা কলডিল সী দিয়াৰ নিয়ম। কোনোৱে আকৌ বাঁহ ডালৰ মূৰত এটা তামোল আৰু এখন ধনু আঁৰি দিয়ে। বেইৰ দৌলাকৃতিঅংশ আৰু বাঁহৰ খুটা চাৰিটাত কলপটুৱা মেৰাই দিয়ে। বেইৰ দৌলাকৃতি অংশত এখন ফুলাম ৰঙা গামোছা মেৰাই জকমকীয়া কৰি তোলা হয়। বেইৰ তলত এটা হাঁহ কণী, পইছা, তামোল-পাণ পোতা নিয়ম।

বেইৰ সোঁ কাষত প্ৰতীক হিচাপে কল পুলি ৰুই দিয়া হয়। লোক বিশ্বাসমতে এই কল পুলিটো গৰু-ছাগলীয়ে খাব নাপায় বা মৰিবও নালাগে। গতিকে কল পুলিটো বিয়াৰ পিছত বৰ যতনৰে ৰাখে। নোবাই তোলনি বিয়াত ছোৱালীক মাহ-হালধি সানি মূৰত তেল টেঙা দি আয়তীসকলৰ সহযোগত মাকে গা-ধুৱায়। আয়তীসকলে উৰুলি দি বিয়া নাম গাই পৰিবেশ মনোমোহা কৰি তোলে। নোবাই-ধুবাই ছোৱালীক এখিলা কলপাতত ভৰি দিবলৈ দিয়ে। পিছত ছোৱালীক কইনা সাজ পিন্ধায় আৰু কপালত সেন্দূৰ দিয়ে। এটা কণাই সাজি ছোৱালীৰ কোলাত দিয়ে। ইয়াৰ পিছত কণাই সলনা-সলনি কৰি ধেমালি খেলে। আখৈ, পিঠা কোঁচত বাকি দিয়ে। মহিলাসকলে ইজনীয়ে সিজনীক কেঁচা পিঠাগুড়ি, সেন্দূৰ মুখে-কপালে সানি ৰভাৰ তলত আনন্দ স্ফুৰ্ত্তিত উখল-মাখল লগায়। বিয়া নাম গাই হাত চাপৰি বজাই নাচি-বাগি গাভৰু, বুঢ়ী আটায়ে আনন্দত আত্মহাৰা হয়। কইনাৰ লগত কণাই ধেমালি খেলাৰ সময়ত বংশ পৰিয়ালৰ পেহী, মাহী, বাই আৰু উপস্থিত থকা গএঁৰ মহিলাসকলে টকা-পইচা অথবা উপহাৰ-উছৰ্গা কৰি বিয়া খায়। শেষত আয়তীসকলে কইনাক আশীৰ্বাদ দিয়ে। বিয়াৰ সামৰণিত আয়তীসকলৰ মাজত পিঠা বিতৰণ কৰে আৰু গৃহস্থই জা-জলপানেৰে নিমন্ত্ৰিত অতিথিসকলক আপ্যায়ন কৰে। গণক আদিৰ চোৱা-চিতাত বৰণীয় কইনাৰ দায়-দোষ ভাঙিবলৈ ৰাজহাঁহ-যোৰা, মাছ-কাছ অথবা চাৰিঠেঙীয়া জন্তুৰে ভোজ-ভাত দিয়াৰ নিয়ম। বুঢ়ী আয়তীসকলৰ বাবে আছুতীয়াকৈ ৰখা মদ-পানীও প্ৰয়োজনীয় সামগ্ৰীৰ ভিতৰত উল্লেখনীয়। বিয়া সামৰি-সুতৰি শেষত এওঁলোকে মদ-পানী সেৱন কৰি ঘৰা-ঘৰি যায়।

অন্যান্য লোকসকলৰ দৰে এওঁলোকেও তোলনি বিয়াৰ আচাৰ-অনুষ্ঠানক উৰ্বৰা আৰু প্ৰজনন শক্তিৰ প্ৰতীক বুলি বিশ্বাসত লয়। বেইৰ কাষত কৃত্ৰিম দৰা সাজি কল পুলি ৰোৱা, কোলাত কণাই তুলি দি কণাই ধেমালি কৰা আদি কাৰ্য কন্যাকালৰ দাম্পত্য জীৱনৰ ইংগিত মাথোন। গতিকে নোবাই তোলনি বিয়া অনুষ্ঠান মূলতঃ উৰ্বৰা বিশ্বাসৰেই প্ৰতীক ।



# সোণোৱালসকলৰ সামাজিক বিবাহ

নিবেদিতা বড়া সন্দিকৈ

আন আন জনজাতীয় সমাজৰ নিচিনাকৈ বিবাহৰ জৰিয়তে এহাল পূৰ্ণবয়স্ক ডেকা-গাভৰুৱে পূৰ্ণতা লাভ কৰে বুলি সোণোৱালসকলেও বিশ্বাস কৰি আহিছে। তেওঁলোকৰ সমাজত অতীতৰে পৰা সামাজিক নীতি-নিয়মৰ মাজেৰে বিবাহ অনুষ্ঠিত হৈ আহিছে। বিবাহৰ ক্ষেত্ৰত কঠোৰ নীতি-নিয়ম, যৌতুকৰ ব্যৱস্থা বা গা-ধন দিয়াৰ প্ৰথা নাই। সোণোৱাল বিবাহৰ প্ৰসংগত পৰিদৃষ্ট হোৱা সামাজিক নিষিদ্ধ আচৰণবোৰ এনে ধৰণৰ—

(ক) একে বংশ অৰ্থাৎ একেটা গোত্ৰ বা পৰিয়ালৰ ডেকা-গাভৰুৰ মাজত বিবাহ সম্পাদিত হ'ব নোৱাৰে।

(খ) পিতৃৰ ভায়েকৰ লগত বা পুতেকৰ লগত নতুবা মাতৃৰ ভগ্নী বা ভগ্নীৰ জীয়ৰীৰ লগত বিবাহ হ'ব নোৱাৰে। কাৰণ মাতৃৰ ভগ্নীক মাহী নতুবা ভগ্নীৰ জীয়ৰীৰ সৈতে বায়েক-ভনীয়েকৰ সম্বন্ধ ঘটে।

(গ) মোমায়েকৰ পুতেক অথবা জীয়েকৰ লগতো বিবাহ সম্পৰ্ক ঘটিব নোৱাৰে।

ইয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে, সোণোৱাল সকলৰ বিবাহ পদ্ধতিৰ ক্ষেত্ৰত হিন্দু বিবাহ পদ্ধতিৰ গভীৰ প্ৰভাৱ পৰিছে। এনেবোৰ প্ৰসংগতে সামাজিকভাৱে বিবাহ সিদ্ধ হ'ব পাৰে—

(ক) সাধাৰণতে সোণোৱাল ডেকাৰ লগতহে সোণোৱাল গাভৰুৰ বিবাহ সিদ্ধ হ'ব পাৰে।

(খ) একে পৰিয়াল বা একে গোত্ৰৰ ভিতৰত ডেকা-গাভৰু নহ'লেও বিবাহ সিদ্ধ হ'ব পাৰে। যেনে— নাকৰী পৰিয়ালৰ জীয়ৰীক দাফলাৰী পৰিয়ালৰ ডেকাই বিয়া কৰাব পাৰে।

(গ) দূৰ সম্পৰ্কীয় ডেকা-গাভৰুৰ মাজতো বিবাহ অনুষ্ঠিত হ'ব পাৰে।

(ঘ) আন জনজাতি নতুবা অ-জনজাতি লোকৰ সৈতেও বিবাহ হোৱাত বাধা নাই।

সোণোৱাল কছাৰীৰ বৈবাহিক সম্পৰ্কৰ ক্ষেত্ৰখন বৰ কটকটীয়া। অন্যথা ইয়াৰ ব্যতিক্ৰম হ'লে সমাজৰ পৰা 'এঘৰীয়া'ও কৰা হয়।

সোণোৱাল বিবাহ ছয় প্ৰকাৰৰ দেখা যায়—

১. নোৱাই-ধুৱাই দিয়া অৰ্থাৎ বৰ বিয়া
২. হোম পুৰি কৰা বিবাহ অৰ্থাৎ প্ৰাজাপত্য বিবাহ
৩. গান্ধৰ্ব প্ৰথা মতে হোৱা বিবাহ
৪. পলুৱাই নিয়া বিয়া অৰ্থাৎ ৰাক্ষস বিবাহ
৫. আসুৰিক বিয়া
৬. অনুষ্টুপীয়া নতুবা ৰভা সৰকাই দিয়া বিবাহ

সোণোৱাল সমাজত বিবাহ প্ৰণালীক কেন্দ্ৰ কৰি ফকৰা-যোজনাও প্ৰচলিত আছে —

আহোমৰ চকলং, হিন্দুৰ বেই
তোমাৰ পাতলিত পৰিছো, যেই কৰা সেই ।

( উক্ত আলোচ্য প্ৰবন্ধত সামাজিক বিবাহৰ বিষয়েহে বিশেষভাবে আলোচনা কৰা হৈছে।)

***নোৱাই- ধুৱাই দিয়া নতুবা বৰবিয়া আৰু হোম পুৰি কৰা বিবাহ ঃ***

দৰা-ঘৰে ছোৱালী নিৰ্বাচন কৰাৰ পিছতে আড়ম্বৰপূৰ্ণভাবে দৰা-কইনা উভয়েৰে ঘৰত আত্মীয় স্বজনৰ উপস্থিতিত নোৱাই-ধুৱাই অথবা বৰবিয়া আৰু হোম পুৰি কৰা বিবাহ অনুষ্ঠিত হয়। এই দুয়োখন বিয়াৰ আনুষ্ঠানিকতা প্ৰায় একে। মাত্ৰ এখনত হোম যজ্ঞ কৰা হয় আৰু আন খনত হোমযজ্ঞৰ পৰিবৰ্তে ভকতৰ আশীৰ্বাদেৰে সম্পন্ন কৰা হয়।

কোনো কোনো গাঁৱত বিয়াৰ আগদিনা বা বিয়াৰ দিনাই ৰাতিপুৱাতে দৰা-ঘৰীয়াই কইনা-ঘৰলৈ জোৰোণ আনি গাঁৱৰ ৰাইজক তামোল-পাণৰ শৰাই আগবঢ়াই যাবতীয় আ-অলঙ্কাৰ কইনাৰ ঘৰত দিয়ে। আ-অলঙ্কাৰ পিন্ধি কন্যাই পিতৃ-মাতৃ আৰু সমজুৱাৰ আগত আঁঠু লয়। বিয়াৰ আগদিনা দৰা-কইনা উভয়ৰে ঘৰত ন-পুৰুষৰ শ্ৰাদ্ধ অনুষ্ঠিত হয়। বিয়াৰ দিনা কইনাৰ ঘৰত গাঁৱৰ জীয়ৰী-বোৱাৰী-আয়তীসকলে আনুষ্ঠানিকভাৱে পানী তোলে। ইয়াতো তোলনি বিয়াৰ অনুৰূপে পানী তুলিবলৈ দোলনি, কলচীত চাকি-শলিতা, তামোল-পাণ দি নদীৰ ঘাট নতুবা পকী কুঁৱা বা নাদৰ পৰা পানী তুলি আনে। দৰা বা কইনাৰ মাকে দালি কলচী ধৰা বিয়া নাম গাই পানী তোলে। হাতৰ মুঠিৰে পাঁচটা সৰু সৰু মাটিৰ টিপ বনাই প্ৰতিটো টিপত এডালকৈ খৰিকা কাঠিৰে গোজ মাৰি এঁৰা সূতা মেৰিয়াই দি প্ৰত্যেক টিপত একোখনকৈ থুৰিয়া

তামোল দিয়া হয়। এই পাঁচটা টিপক সোণোৱাল সমাজে ব্ৰহ্মা, বিষ্ণু, স্বৰগ, নৰক আৰু পাতালক সাক্ষী ৰাখি দৰা বা কইনাৰ মাকৰ আঁচল কলচীত দি এখন কাঁচিৰে পানী কাটি ভৰোৱা হয়। এই পানী কাটোতে কিছুমান প্ৰশ্নোত্তৰ দিয়া হয়। কাৰ বিয়া, কি কাটিছে? এইদৰে কৰা প্ৰশ্নৰ উত্তৰ দিয়াৰ নিয়মো প্ৰচলিত। তাৰ পিছত পুনৰ টিপ কেইটা ব্ৰহ্মা, বিষ্ণু, স্বৰগ, নৰক আৰু পাতালৰ নামলৈ পাঁচটা দিশলৈ দলিয়াই পানী তোলা কাৰ্য শেষ কৰে।

পানী তুলি ঘূৰি আহোতে এইদৰে বিয়া নাম গোৱা হয় —

স্বৰগতে জ্বলি আছে থুপি থুপি তৰা
দৈৱকীয়ে পানী তোলে নাচে অপেশ্বৰা।
বাটতে ফুলিলে বাটে গুৰা মালী
ঢাপতে ফুলিলে জৰা
ছকুৰি গাভৰু আহে পানী তুলি
যমুনা নৈৰ পৰা।

বিয়া নাম গাই গাই আয়তীসকলে দৰা বা কইনাক বেইৰ তললৈ আনে আৰু মাহ-হালধিৰে নোওৱা হয়। সোণোৱাল সমাজত প্ৰচলিত বিবাহত দৰা বা কইনাক গা-ধুৱাবলৈ ভিতৰৰ পৰা উলিয়াই অনাৰ মুহূৰ্তত দৈয়ন দিওঁতে গায় —

দৈয়ন লোৱা দুটি বাতিত পানী যোৰলৈ
আইদেউৰ মাকে দৈয়ন দিছে
আইদেউক দুৱাৰ মুখত থৈ।
দৈয়ন দিয়া দৈয়ন দিয়া আপোনাৰে আই
ভালে কৰি দৈয়ন দিয়া হৃদয়কে জুৰায়।

এইদৰে আন আয়তীসকলে পুনৰ গায় —

ওলাই আহা আইদেৱে মাটিৰ মংগল চাই
গণকে গণনা কৰে ক্ষণ চৰি যায়
ওলাই আহি হোৱা আইদেউ দুৱাৰ-দলি বাজ
কৃষ্ণ গোসাঁই আছে বৈ নকৰিবা লাজ।

ইয়াৰ পিছতে বেই কাষলৈ অনা হয়। বেইত সাতপাক ঘূৰাই বেই ভিতৰত সোমুৱাই মাহ-হালধিৰে নোৱাই-ধুৱাই আয়তীসকলে পুনৰ গায় —

ৰামকৃষ্ণ বেৰপা সৃষ্টিয়ে
ৰামকৃষ্ণ কিমান দুখো পালো
হৰি মোৰ ঐ সোমাই তামৰ পীৰাত বহা

ৰামকৃষ্ণ তামৰ বৰে পীৰা
ৰামকৃষ্ণ তলে চাৰি খুৰা
হৰি মোৰ ঐ সোমাই তামৰ পীৰাত বহা
ৰামকৃষ্ণ তামৰ বৰে পীৰা
ৰামকৃষ্ণ তলে চাৰি খুৰা
হৰি মোৰ ঐ বহিছে সোণৰে চেকুৰা।

বেইৰ তলতে উপস্থিত অতিথি আৰু আত্মীয়সকলে উপহাৰ আদিও দিয়ে। তাৰ পিছত এগৰাকী আত্মীয়ই কইনা অথবা দৰাক বেইৰ তলৰ পৰা দাঙি আনি কইনাৰ বাবে সজাই থোৱা মৰলৰ সমুখত বহুৱায় আৰু ঘৰৰ মাতৃস্থানীয় লোকে এখন তামোল-পাণৰ শৰাই লৈ কইনা আৰু দৰাক সজাবলৈ আয়তীসকলক অনুৰোধ জনায়। বিয়া নামৰ জাউৰি-জাউৰি প্ৰশ্নোত্তৰেৰে আয়তীসকলে কইনা সজাই দৰাৰ প্ৰতীক্ষাত ৰয় আৰু দৰাইয়ো কইনা আনিবৰ বাবে যাত্ৰা আৰম্ভ কৰে। এই সময়ত আয়তীসকলে বিয়া নাম গাই ৰং ধেমালিৰ চলেৰে আগন্তুক জীৱনৰ ভয়াবহ ইংগিতো দিয়ে।

সম্পূৰ্ণ ভকতীয়া নিয়মেৰে দৰা-ঘৰৰ বৰ ঘৰত পিতৃ-মাতৃ, ইষ্ট-দেৱতাক সেৱা জনোৱাৰ পিছত দৰাই কইনাৰ ঘৰলৈ তামোল-পাণৰ ভাৰ-ভেটি আৰু মাননিসহ যাত্ৰা আৰম্ভ কৰে। দৰাৰ লগত দৰা-ঘৰৰ পিতৃ স্থানীয় লোকসকল যাব পাৰে। কিন্তু পিতৃ-মাতৃ যোৱাৰ প্ৰসংগত সামাজিক বাধা নিষেধ আৰোপ কৰা হয়। কইনাৰ ঘৰত পিতৃ-মাতৃ, আত্মীয়-স্বজনক ভাগে ভাগে মান বস্ত্ৰ, নতুন তামোল-পাণৰ শৰাই দি মান লোৱা-দিয়াৰ প্ৰথাৰ প্ৰচলন আছে। তাৰ পিছত কইনা থকা ঘৰৰ ভিতৰত 'জাননী'(তামোল-পাণৰ শৰাইৰে) দিয়া হয় আৰু ইয়াৰ পিছতে জীয়ৰী-বোৱাৰীহঁতে ৰভাৰ তলত থকা সমাজৰ মাজলৈ কইনাজনীক উলিয়াই আনে। এই সময়তে দৰা-পক্ষআৰু কইনা-পক্ষৰ আয়তীসকলে বিভিন্ন বিয়া নামৰ জৰিয়তে দৰা-কইনাক যুৰীয়া জীৱনৰ পাতনি মেলাৰ প্ৰাক্‌সময়ৰ কথা সোঁৱৰাই দিয়ে। তাৰ পিছতে ভকতসকলে নাম প্ৰসংগৰ জৰিয়তে দৰা-কইনাক হৰ-গৌৰীৰ বসতি হওক বুলি আশীৰ্বাদ দিয়ে। এনে বিয়াকে নোৱাই-ধুৱাই দিয়া অথবা বৰবিয়া বুলিব পাৰি।

বৈদিক পদ্ধতিৰে সম্পাদিত প্ৰাজাপত্য বিবাহত সোণোৱাল কছাৰী সমাজে হোম পুৰি বিবাহ সম্পাদন কৰে। অগ্নিক সাক্ষী ৰাখি ঘিউ, মৌ, বেল পাতেৰে পূজা অৰ্চনা কৰি হোম বিয়া পালন কৰা হয়। নোৱাই-ধুৱাই দিয়া বিয়াৰ নিচিনাকৈ এই বিয়াত ৰভাৰ তললৈ উলিয়াই দিয়ালৈকে একেই কাৰ্য প্ৰণালীৰে উক্ত বিয়া পালন কৰা হয়। এই বিয়াত সংস্কৃত মন্ত্ৰৰ জৰিয়তে বৈবাহিক জীৱনত স্বামী-স্ত্ৰীৰ কৰণীয় খিনি পালন কৰি যাবলৈ নিৰ্দেশ দিয়া হয়। দৰা-কইনা থকা ঘৰৰ ভিতৰত থাপনাত

দৰা-কইনা উভয়ে উপৰি পুৰুষক সেৱা জনাই, পিতৃ-মাতৃ উভয়েৰে আশীৰ্বাদ শিৰত লৈ, জা-জলপান খাই সমাজৰ পৰা বিদায় লৈ দৰাৰ ঘৰলৈ যাত্ৰা কৰে।

দৰাৰ ঘৰ পোৱাৰ লগে লগে পদূলিত দৰাৰ মাতৃয়ে কইনাৰ সমুখত একাঁহী চাকি জ্বলাই দৰা-কইনাক দৰাৰ ভগ্নী অথবা অনুজ এগৰাকীয়ে ভৰি ধুৱাই 'লখিমী'বোৱাৰীক ঘৰৰ ভিতৰত প্ৰৱেশ কৰায়। দুৱাৰ দলিতে দুফালে পূৰ্ণ পাত্ৰত চাউল, তামোল-পাণ, সোণৰ আঙঠি ভৰাই থোৱা পাত্ৰ স্পৰ্শ কৰি বস্তু কেইপদ বিচাৰি কইনাই দৰাৰ মাতৃৰ হাতত দিব লাগে। তাৰ পিছত ভঁৰাল, গোহালি, পাকঘৰ(আখল), বৰঘৰ, পিতৃ-মাতৃ, বয়োজ্যেষ্ঠজনক সন্মান জনাব লাগে। ইয়াৰ পিছতে এক আনন্দ মুখৰ পৰিৱেশত ভোজ-ভাতৰ দিহা কৰা হয়।

*অনুষ্ঠুপীয়া নতুৱা ৰভা সৰকাই দিয়া বিয়া :*

গ্ৰামীণ সোণোৱাল সমাজত আৰ্থসামাজিক গাঁথনিৰ বাবে সামাজিক অনুষ্ঠান হিচাপে বিবাহক স্বীকৃতি দিবৰ বাবে কম উপাৰ্জনক্ষম সোণোৱাল লোকসকলে সমাজৰ দস্তুৰমতে ছোৱালীৰ বিবাহ কাৰ্য সমাধান কৰে।

অনুষ্ঠুপীয়া নতুৱা ৰভা সৰকাই দিয়া বিয়াবিলাকত সাধাৰণতে সোণোৱাল সমাজত এসাঁজ দৰা-কইনাক ভালকৈ খুৱাই ভকতৰ আশীৰ্বাদৰ জৰিয়তে যুৱীয়া জীৱনৰ পাতনি মেলিবলৈ সামাজিক স্বীকৃতি দিয়ে। সোণোৱাল সমাজত এই বিয়াৰহে অধিক প্ৰচলন দেখা যায়।

আটাইকেইটা বিবাহ প্ৰক্ৰিয়াতে দৰাৰ ঘৰৰ পদূলিত উপস্থিত হৈয়ে দৰা-কইনাই গাঁৱৰ নামঘৰ, গৃহস্থৰ ভঁড়ালঘৰ, গোহালিঘৰত আঁঠুলৈ সেৱা জনোৱাটো পূৰ্বাপৰ নীতি। নোৱাই-ধুৱাই আৰু হোম পুৰি বিবাহ হোৱা নীতি-নিয়মেৰে যেনেকৈ দৰা-কইনাক দৰাৰ ঘৰত আদৰা হয়, অন্য কেইখন বিয়াতো এই একে নিয়মৰে আনুষ্ঠানিকভাবে কইনাক গৃহত প্ৰৱেশ কৰোৱা হয়। বিয়াৰ পিছত 'বুঢ়া পোহা' আৰু কইনাৰ ঘৰত 'ঘৰ উঠিবলৈ' যোৱা আদি ৰীতি-নীতিৰ মাজেৰে সুষমভাবে সম্পাদিত হোৱা বিবাহ প্ৰক্ৰিয়াই দৰা-কইনাক সামাজিক হ'বলৈ শিক্ষা দিয়ে।

সোণোৱাল সমাজত ল'ৰাৰ ২২ বছৰৰ পৰা ২৫ বছৰলৈ আৰু ছোৱালীৰ ১৮ বছৰৰ পৰা ২২ বছৰৰ ভিতৰত বিবাহ সম্পন্ন হ'বলৈ ঘৰৰ মুৰব্বীসকলে পৰামৰ্শ দিয়ে। পূৰ্বতে অন্য সম্প্ৰদায়ৰ লগত সোণোৱাল ডেকা-গাভৰুৰ বিবাহ সম্পন্ন নহৈছিল যদিও যুগ আৰু সময়ৰ পৰিবৰ্তনৰ লগে লগে মানুহৰ চিন্তাধাৰা সলনি হোৱাৰ ফলত সমাজৰ মূল্যবোধৰো পৰিবৰ্তন ঘটিছে। ইয়াৰ পৰিণতিত সোণোৱাল গাভৰুৱে অন্য জাতি বা জনজাতিৰ ডেকাৰ লগত বিবাহ হ'ব পাৰে অথবা ডেকাই অন্য জাতি বা জনজাতিৰ গাভৰুক বিয়া কৰাব পাৰে।

সোণোৱাল সমাজত বৰলা বা বিধবা বিয়াৰ প্ৰচলন তেনেই সীমিত। কোনো লোকৰ বিয়াৰ কিছুদিনৰ পিছতে যদি পত্নী বিয়োগ হয় নতুবা কোনো মহিলাৰ পতিৰ বিয়োগ ঘটে, তেনেহ'লে বিপত্নীকজনে এগৰাকী বিধবাক বিয়া কৰোৱাত সমাজৰ ফালৰ পৰা আপত্তি উঠিব নোৱাৰে। এটি, দুটি বা তিনিটা সন্তানৰ মাতৃ হ'লেও যদি তেওঁক কোনোবা পুৰুষে বিয়া কৰিব খোজে, তেনেহ'লে তাত সামাজিকভাবে আপত্তি কৰাৰ থল নাই। গতিকে সোণোৱাল সমাজত এই বিবাহ অলপ হ'লেও প্ৰচলন আছে।



(বিয়ানাম কৌইচিত্ত যেমাজিৰ শ্ৰীযুতা অলকা সোণোৱালৰ পৰা সহায় লোৱা হৈছে।)

# সোণোৱাল কছাৰী সমাজত
# ছোৱালী পলুৱাই অনা বা চুৰ কৰি পতা বিয়া

দেৱজ্যোতি কছাৰী সন্দিকৈ

অসমৰ খিলঞ্জীয়া জনজাতিসকলৰ ভিতৰৰে এটা অন্যতম জনগোষ্ঠী হ'ল সোণোৱাল কছাৰীসকল। মঙ্গোলীয় গোষ্ঠীৰ বৃহৎ বড়ো সকলৰেই এটি শাখা হ'ল এই সোণোৱালসকল। ইতিহাসে স্পষ্টকৈ প্ৰমাণ কৰিছে যে এটা সময়ত তেওঁলোক অসমৰ স্থায়ী বাসিন্দা বা ভূমিপুত্ৰ আছিল। স্বায়ত্ব শাসিত জিলাকেইখনক বাদ দি বৰ্তমান অসমৰ অনুসূচীত জনজাতি যি ৯ টা জনগোষ্ঠী আছে সেইসকলৰ ভিতৰত সোণোৱাল কছাৰীসকলো ভাষা আৰু সাংস্কৃতিক দিশত অতি চহকী বুলি কʼব পৰা যায়। সময়ৰ অগ্ৰগতিয়ে সামাজিক নীতি-নিয়মৰ কিছু শিথিলতা আনিছে যদিও পুৰণি লোক-ৰীতি তথা পৰম্পৰাৰ মাজেৰে আজিও সোণোৱালসকলৰ সমাজৰ প্ৰতিটো মাঙ্গলিক অনুষ্ঠান, বিয়া-সবাহ, উৎসৱ-পাৰ্বন, মৃতকৰ ক্ৰিয়া কৰ্ম আদি সুন্দৰ ভাৱে পৰিচালিত হয়। সোণোৱাল কছাৰীসকলৰ বিবাহ পদ্ধতিত ঘাইকৈ দুবিধ বিয়াকে সামৰি লয়। যেনে- নোৱাই তোলনি বিয়া আৰু বৰ বিয়া। বৰ বিয়াৰ আৰু দুটা ভাগ আছে— ৰাইজক সাক্ষী কৰি তিনিদিনীয়াকৈ পতা বিয়া আৰু আনটো হ'ল পলুৱাই অনা বা চুৰ কৰি অনা বিয়া। এই লিখনিত কেৱল চুৰ কৰি অনা বা পলুৱাই অনা বিয়াৰ বিষয়েহে আলোচনা কৰিবলৈ লোৱা হৈছে।

***বৰ্তমান সমাজত এই বিয়াৰ স্থান ঃ***

সোণোৱালসকলৰ সমাজত প্ৰচলিত ছোৱালী পলুৱাই আনি বিবাহ সম্পন্ন কৰা প্ৰথা অতি আমোদজনক। বিশেষকৈ গাঁও অঞ্চলত বৰ্তমানেও এই বিবাহ প্ৰথাৰ গুৰুত্ব অসীম। ল'ৰা আৰু ছোৱালীৰ মনৰ মিল হ'লে, দুয়োৰে সিদ্ধান্তমৰ্মে দুয়োখন ঘৰৰ অলক্ষিতে এই বিয়া হয় আৰু ল'ৰাই ছোৱালীক কইনাৰূপে পিতৃ গৃহলৈ আনে। কেতিয়াবা আকৌ একপক্ষীয় হয়; ছোৱালীৰ ল'ৰাক পচন্দ নহ'লেও যদি ল'ৰাৰ ছোৱালীক পচন্দ হয় তেতিয়াও জোৰ কৰি ৰাস্তা-ঘাটৰ পৰা ধৰি আনি বিয়া পাতে।

*বিয়াৰ প্ৰস্তুতি ঃ*

ল'ৰা আৰু ছোৱালী দুয়োৱে নিজৰ মতামতৰ ভিত্তিতে মাহ-দিন-বাৰ আৰু সময় ঠিক কৰি বিয়াৰ দিনটোলৈ আগবাঢ়ে। এই বিয়াত ছোৱালীয়ে বিশেষকৈ নিজৰ প্ৰয়োজনীয় কাপোৰ-কানিৰ এটা টোপোলা কৰি নিজৰ আটাইতকৈ বিশ্বাসী বান্ধৱীজনীৰ ঘৰত বিয়াৰ দুই এদিনৰ আগতেই সৰকায় থয়। কেতিয়াবা ভাবী স্বামীৰ বন্ধুৰ হাততো এই কাপোৰৰ টোপোলাটো গতায়। যদি আগতীয়াকৈ কাপোৰ সৰকাব নোৱাৰে তেতিয়া খালী হাতেৰেই ল'ৰাৰ লগত গুচি যাবলৈও কুণ্ঠাবোধ নকৰে। বিয়াৰ দিনা ছোৱালীয়ে ঘৰ এৰি আহোঁতে ছেগ্ বুজি গোসাঁইঘৰ, ভঁৰাল, গোহালি আৰু নামঘৰত টোপোলা আগবঢ়াই অহাৰ নিয়ম। যদি একেবাৰে সুযোগ নাপায়, তেতিয়া নিজৰ ঘৰৰ বেৰৰ চালত হ'লেও এটা টোপোলা(তামোল-পাণৰ) গুজি থৈ আহে। সেই নিৰ্দিষ্ট স্থান বিলাকত যদি তামোল-পাণৰ টোপোলা দেখে পৰিয়ালৰ সদস্যবিলাক নিশ্চিত হয় যে ছোৱালী কাৰোবালৈ পলায় গ'ল। ছোৱালীয়ে নিজৰ গাঁৱৰ লগৰীয়া বিলাকক(বিশেষকৈ ডেকা-গাভৰু সকলক) এটা টোপোলা দি যাব লাগে। তাক বিদায় শৰাই বুলি কোৱা হয়। কেইটামান তামোল-পাণ আৰু সাধ্যানুসৰি ১০/৫ টকা যি পাৰে দক্ষিণা হিচাপে দিব লাগে। এনেদৰে প্ৰতিবছৰে বিদায় শৰাইৰ দক্ষিণাবিলাক গোট খোৱাই ডেকা-গাভৰুহঁতে গাঁৱৰ উন্নয়ন মূলক কামত খৰচ কৰে। এই বিয়া বিশেষভাবে বছৰটোৰ কেইটামান মাহত সম্পন্ন হোৱা দেখা যায়। যেনে— আঘোণ, ফাগুন আৰু বহাগ মাহত। আঘোণত পাতে খেতি চপাবলৈ, ফাগুনত পাতে আগত বাৰিষা আহি আছে মাটি কৰ লাগিব আৰু বহাগত পাতে ভাল মাহ বুলি। অৱশ্যে কেতিয়াবা অন্য মাহ বিলাকটো এই বিয়া পতা দেখা যায়।

*কইনা আদৰা নিয়ম ঃ*

চুৰ কৰি অনা কইনাক দৰাৰ ঘৰত আদৰাৰ বিশেষ কিছুমান নিয়ম আছে। কইনা দৰা-ঘৰৰ পদূলি আহি পোৱাৰ লগে লগে দৰাৰ বন্ধুৱে পৰিয়ালৰ মানুহক খবৰ দিয়ে আৰু দৰা-ঘৰৰ সম্মতিক্ৰমে লগে লগে গাঁৱৰ গএগকো খবৰ দিয়ে। খবৰ পোৱা মাত্ৰকেই ডেকাইঁতে ঢোল-তাল লৈ পদূলিত উপস্থিত হয় আৰু গাভৰুহঁতে গৃহস্থৰ লগত লগ লাগি কইনা আদৰিবলৈ যা-যোগাৰ কৰে। কোনোবা এজনে তৎক্ষণাৎ এডাল জোঁৰ তৈয়াৰ কৰে, পুৰণা বাঁহ খৰিৰে আৰু যদি পাৰে, শুকান বাঁহৰ পৰা ডেৰ হাত মান দীঘলকৈ সৰু সৰুকৈ কাটি লয়। জোঁৰডালত জুই লগাই জ্বলি থকা জোঁৰডালেৰে কইনাজনীক কেন্দ্ৰ কৰি তিনিপাক ঘূৰে। জনবিশ্বাস যে জুইৰ তাপত হাবি- বননিৰ পৰা লাগি অহা ভূত-প্ৰেত বিলাক গাৰ পৰা আঁতৰি যায়। ইয়াৰ পিছত দৰা আৰু কইনাক আদৰি আনি চোতালত ভৰি ধুৱাই ভঁৰাল আৰু গোহালিত সেৱা কৰোঁৱা হয় আৰু লগে লগে দুৱাৰ মুখলৈ আগবঢ়াই লৈ যোৱা হয়।

***কলহ ঘোকোৰা (ঘোঁকোটা) আৰু পাটীত বহোৱা নিয়ম :***

ন-কইনাক ঘৰৰ দুৱাৰ-মুখত কলহ 'ঘোকোৰা'ৰ নিয়ম। গাভৰুহঁতে এটা পিতলৰ কলহত এযোৰ তামোল-পাণৰ লগত ৰূপৰ টকা এটা বান্ধি থৈ দিয়ে। কলহটোৰ দুয়োকাষে কলচি আৰু দালি থয়। কাঁহৰ লোটাত এটা আমৰ ঠালিৰে আৰু এক নেচা কেঁচা সূতাৰে মেৰিয়াই কলচি বনায়। কেতিয়াবা লোটাৰ সলনি মাটিৰ টেকেলিও ব্যৱহাৰ কৰে। ঠিক সেইদৰে দালিও(দুলনি) সজোৱা হয়। এটা বাঁহৰ খৰাহিত কলপাত পাৰি লৈ ডাঙৰ বাতিৰে এবাতি চাউল, দুটা কেঁচা কলডিল(কলডিল দুটা কেঁচা সূতাৰে মেৰিয়াই মেৰিয়াই থয়), এক আখি পূৰঠ কল, মাটিৰ চাকি, তামোল-পাণ, ১.২৫ টকা দক্ষিণা, তেল, ফণি, আইনা, পাউডাৰ আদিও থোৱা হয়। দালিটোৰ প্ৰতিটো বস্তুৰে তাৎপৰ্য আছে। মাটিৰ চাকিৰ যোগেদি ভৱিষ্যত উজ্বল কামনা, কলডিল দুটাৰে পুৰুষ-প্ৰকৃতিৰ এনাজৰী বান্ধোনক বুজায়। সেইদৰে পূৰঠ কল আখি ভৱিষ্যত বংশধৰসকলৰ প্ৰতীক। ন-কইনাই একে উশাহতে পিতলৰ কলহৰ পানীৰ পৰা প্ৰজন্মৰ প্ৰতীক টোপোলাটো উলিয়াই আনি আলফুলে কোঁচত লয় আৰু গাভৰুহঁতে কইনাক আদৰি নি নিৰ্দিষ্ট কোঠাটোত পাৰি থোৱা পাটীত বহুৱায়। পাটীত বহুৱাওঁতে আৰু কলহ ঘোকোটোতে উৰুলি দিয়ে। কইনাৰ সমুখত দালি আৰু কলচি থোৱা হয়। দৰাক কইনাৰ লগত পাটীত বহুওৱা নহয়। তেওঁ ঘৰৰ বেলেগ কাম-কাজত ব্যস্ত হৈ পৰে। এই কলহ ঘোকোৰা কাৰ্যত গাভৰুহঁতৰ লগতে গাঁৱৰ বয়সস্থ মহিলাসকলেও বিশেষভাৱে ভাগ লয়। এই কলহ ঘোকোৰা চাবলৈ সৰু ল'ৰা-ছোৱালীৰ মাজত হেতা-ওপৰা লাগে। কইনাক কোঠালৈ আনি পাটীত বহুৱাৰ লগে লগে সাজ-কাপোৰ পিন্ধাবলৈ আৰম্ভ কৰে। কাপোৰ পিন্ধোৱা কাৰ্য সমাপ্ত কৰি কইনাক শিৰত সেন্দূৰ দি উৰুলি দিয়ে। গাভৰুহঁতে জাউৰিয়ে জাউৰিয়ে বিয়া নাম গাবলৈ আৰম্ভ কৰে।

***ডেকা-গাভৰু ভোজ-ভাত খোৱাৰ নিয়ম :***

কইনাক ভিতৰলৈ আদৰি অনাৰ লগে লগে গৃহস্থৰ নিৰ্দেশত বিহুৱা ডেকাসকলৰ মাজৰে কেইজনমান আহি ভোজ-ভাত ৰান্ধিবলৈ আৰম্ভ কৰে। থিতাতে যিপায় হাঁহ-কুকুৰা আদি ডেকাইঁতেই গাঁৱৰ পৰা বিচাৰি আনে। বতৰ ফৰকাল হ'লে চোতালত, নহ'লে ঘৰৰ ভিতৰতে ডেকা গাভৰুহঁতে খোৱাৰ দিহা কৰে। এই ভোজ ৰন্ধা কামত গাভৰু সকলৰো দুগৰাকীমানে আহি ডেকাসকলক সহায় কৰে। ভাত খাবৰ বাবে তেওঁলোকে বাৰীৰ পৰা কলপাত কাটি আনে। এইদৰে ডেকা-গাভৰুহঁতৰ মাজত হাঁহি-উলাহৰ মাজেৰে ভোজ-ভাত খোৱা কাৰ্য সমাপ্ত হয়।

*পিতৃ-মাতৃ আৰু ডেকা-গাভৰুসকলক সেৱা কৰা নিয়ম ঃ*

ডেকা-গাভৰুহঁতে ভাত খোৱাৰ আগতেই দৰা আৰু কইনাই পিতৃ-মাতৃক সেৱা কৰিব লাগে। যদি সম্ভৱ হয় দৰাৰ পিতৃ-মাতৃয়ে গাঁৱৰ বুঢ়া-মেঠাসকলক নিমন্ত্ৰণ কৰি আনে। পিতৃ-মাতৃৰ লগতে গাঁৱৰ জ্যেষ্ঠজনৰ ওচৰতো দৰা-কইনাই আঁঠু লয়। তেওঁলোকে হৰ-গৌৰী বসতিৰে যুগ্ম জীৱন সুন্দৰ আৰু সুখৰ হ'বলৈ আশীৰ্বাদ দিয়ে। বুঢ়া সকলক গৃহস্থই যি পাৰে চাহ-জলপান খুৱায়।

ডেকা-গাভৰুসকলে ভাতৰ পাতত বহাৰ লগে লগে দৰা-কইনাই এখন শৰাই(তামোল-পাণ আৰু সাধ্যানুসৰি দক্ষিণা) দি আঁঠু লৈ তেওঁলোকৰ ওচৰত আশীৰ্বাদ বিচাৰে। ডেকা-গাভৰুহঁতেও দৰা-কইনাৰ যুৱীয়া জীৱনৰ কুশল-মঙ্গল কামনা কৰি অন্তৰ উজাৰি আশীৰ্বাদ দিয়ে। ডেকা-গাভৰুহঁতৰ লগতে দৰা-কইনায়ো আহাৰ গ্ৰহণ কৰে। এইদৰে পিতৃ-মাতৃ, জ্যেষ্ঠজন আৰু ডেকা-গাভৰুহঁতৰ সেৱাকাৰ্য সামৰণি পৰে।

ইতিমধ্যে ৰাতি পুৱাবৰে হয়। ডেকা-গাভৰুসকলে দৰা-কইনা আৰু পৰিয়ালৰ পৰা বিদায় লৈ ঘৰা-ঘৰি যায়গৈ। কইনাক ননদহঁতে একোচা নতুন বাঢ়নি যোগাৰ কৰি দিয়ে আৰু কইনাই চোতাল সাৰে। চোতাল সৰা শেষ হ'লে কইনাই গা-ধুই আহি ভগৱানৰ ওচৰত সেৱা জনাই দিনৰ অন্যান্য কামৰ বাবে নিজকে প্ৰস্তুত কৰে। সময় বাগৰাৰ লগে লগে দৰাৰ ঘৰত উদুলি-মুদুলি লাগে— ন-কইনা চাবলৈ। গাঁৱৰ বুঢ়া-মেঠাৰ পৰা আৰম্ভ কৰি সৰু ল'ৰা-ছোৱালী তথা ওচৰৰ গাঁওবিলাকৰ পৰাও ন-কইনাক চাবলৈ মানুহ আহে। কইনাই সকলোকে চাহ-তামোল দি সেৱা শুশ্ৰূষা কৰিব লাগে। এনেকৈ ন-কইনা চোৱাৰ পৰ্ব মাহটোৰ দহ/পোন্ধৰ দিনলৈ চলিয়েই থাকে।

এইদৰেই সোণোৱাল কছাৰী সমাজৰ চুৰ কৰি অনা বা ছোৱালী পলুৱাই আনি পতা একোখন বিয়া ৰাতিটোৰ ভিতৰতে হৰ্ষ-উলাহৰ মাজেৰে শৃংখলাবদ্ধভাৱে সম্পন্ন হৈ উঠে।



# দেউৰী জাতিৰ বিবাহ পদ্ধতি

**কৰবী দেউৰী**

মানুহৰ জীৱনৰ তিনি প্ৰক্ৰিয়া— জন্ম, মৃত্যু আৰু বিবাহ, কেতিয়া ক'ত আৰু কেনেকৈ হয়, এই কথা বিধিয়েহে জানে, মানুহৰ তাক জনাৰ উপায় নাই। অসমৰ আদিম জনগোষ্ঠী দেউৰীসকলৰ মাজতো এনে বিশ্বাসক লৈয়ে নানা বিধ লোকাচাৰ, ৰীতি-নীতি আদি অতি পুৰণি কালৰে পৰা প্ৰচলিত হৈ আহিছে। জন্ম আৰু মৃত্যু এই দুই অনিবাৰ্য প্ৰক্ৰিয়াক বাদ দি বিবাহ হ'ল সকলো মানুহৰ বাবেই এক সামাজিক শৃংখলাৰ পদ্ধতি। ৰীতি অনুসাৰে এঘৰৰ ল'ৰা এজনে আন এঘৰৰ কন্যা এগৰাকীক সামাজিকভাৱে গ্ৰহণ কৰা পদ্ধতিটোক চমুকৈ বিবাহ বা বিয়া বুলি কোৱা হয়। 'পুত্ৰ লাগে পুণ্যলৈ, কন্যা লাগে দানলৈ' এনেধৰণৰ বিশ্বাসৰ আধাৰত ইহলৌকিক, পৰলৌকিক জীৱনৰ সুখ আৰু শান্তিৰ কামনাৰে জন্ম-জন্মান্তৰৰ এনাজৰি স্বৰূপ বিবাহৰ দ্বাৰা এহাল ডেকা-গাভৰুৰ মাজৰ মিলন— দেউৰী জনগোষ্ঠীৰ সমাজ ব্যৱস্থামতে স্বীকাৰ কৰি লোৱা হয়।

আগৰ দিনত দেউৰী সামাজত মাক-বাপেকে নিজৰ পো-জীহঁতৰ বয়স উপযুক্ত নোহোৱালৈকে তেওঁলোকৰ বিয়াৰ কথা চিন্তা নকৰিছিল। একেদৰে ডেকা-গাভৰুহঁতেও সমাজৰ দ্বাৰা তেওঁলোক বিবাহৰ উপযুক্ত হোৱা বুলি স্বীকৃত হ'লেহে নিজৰ বিয়াৰ কথা ভাবিবলৈ লৈছিল। দেউৰীসকলৰ চিৰাচৰিত সামাজিক প্ৰথা এটা হ'ল— গাত কাপোৰ লোৱা সময় হ'লে কিশোৰীহঁতক 'পাউগা' বা 'লুগুৰু -ইচ্চা'(এবিধ দীঘল ৰিহাৰ দৰে গামোচাৰে বুকুত মেঠনি মাৰি দিয়া) পিন্ধোৱা। তাৰ বছৰ চেৰেকৰ পাছত এইচাম ছোৱালীক ভৰুণ গাভৰুসকলৰ দ্বাৰা এক সামাজিক অনুষ্ঠানৰ জৰিয়তে দীঘলকৈ সী লোৱা মেখেলা এখনেৰে বুকুলৈকে উজাই দিয়া বা 'বুকুত পিন্ধোৱা' কাৰ্য। সামাজিকভাবে 'বুকুত পিন্ধাই কঁকালত কঁকাল বন্ধা বা ৰিহা মেৰিয়াই দিয়া কাৰ্য' দেউৰী ভাষা মতে 'ইগ' ফিচ্চা গেমা' হৈ উঠাৰ পিছতহে মাক-বাপেকহঁতে নিজৰ জীয়ৰীহঁতক এঘৰলৈ উলিয়াই দিয়াৰ সময় আহিল বুলি ভাবিবলৈ লয়। একেদৰে ডেকা-গাভৰুহঁতেও তেনে বয়সতে বিয়াৰ সময় হৈছে বুলি ভাবিবলৈ লয়। কোনোৱে আৰু নিজৰ মনে মিলা লগৰী নিজেই বিচাৰি লয়। অৱশ্যে আজিকালি কিছু হ'লেও এইবোৰ ৰীতিৰ পৰিবৰ্তন হৈছে।

বিবাহ হ'ল এক পবিত্র বন্ধন। টেঙা পনীয়া, বৰ গওঞা আৰু দিবঙীয়া দেউৰীসকলৰ এই তিনি ভিন্ন খেল বা ফৈদৰ ডেকা-গাভৰুৰ মাজত বিয়া বাৰু হয়। কিন্তু সামাজিক অনুমতি, নিষিদ্ধ গোত্ৰ, বংশ বা পৰিয়ালৰ ডেকা-গাভৰুৰ মাজত বিয়া হোবাতো বাদেই, আনকি অবাধ মিলা-মিচা কৰাও গুৰুতৰ সামাজিক অপৰাধ। কেনেবাকৈ একে পৰিয়াল বা বংশৰ ককাই-ভনী, নতুবা পেহী-ভতিজা, মোমাই-ভাগিনী আদিৰ মাজত এনে কাম অবাঞ্ছিতভাবে হয়ো তেন্তে তেওঁলোক কঠিন দণ্ডেৰে দণ্ডিত হোবাৰ উপৰিও সমাজচ্যুত হয়।

অতীজৰে পৰা দেউৰী সমাজত বাল্য বিবাহ বা তোলনি বিয়া হোবাৰ কথা জনা নাযায়। লৰা-ছোবালীৰ বংশ, গোত্ৰ, পৰিয়াল আদিৰ বাছ-বিচাৰ চাই সম্বন্ধত মিলিলে ডেকা-গাভৰুৰ বিয়া সমাজে অনুমোদন জনায়। সাধাৰণতে এক বিবাহেই গ্ৰহণীয় হ'লেও আগৰ সময়ত সমাজৰ দুই-এক ধনী-মানী বা প্ৰভাৱশালী পুৰুষে একাধিক পত্নীও গ্ৰহণ কৰিছিল। সেয়ে হ'লেও প্ৰথমা গৰাকীয়েহে ঘৰখনৰ ঘাই লখিমী বোৱাৰীৰূপে মৰ্যদা লাভ কৰে। স্বামীৰ অকাল বিয়োগত তেওঁৰ বিধৱাই পুনৰ বিবাহ হোবাত বাধা নাই যদিও সাধাৰণতে বিধবাৰ বিবাহ হোবা দেউৰী সমাজত দেখা নাযায়। স্বামী জীবিত অবস্থাত পৰলৈ যোৱা বা বিবাহ বিচ্ছেদ একেবাৰে নহয় বুলি ক'ব পাৰি।

***ছোবালী খোজা- বঢ়া, ভোজা দিয়া ঃ***

বংশ, গোত্ৰ আৰু সম্বন্ধ বিচাৰ কৰি উভয়পক্ষৰ সকলোৰে সম্মতি থাকিলে প্ৰথমতে দৰা-পক্ষৰ পিতৃ-মাতৃ আৰু দুই এজন দায়িত্বশীল মানুহে গুৱা-পাণৰ টোপোলা, এসাঁজ বোৱা কাপোৰ-কানি, মাছ-পুঠিসহ এটা মদৰ টেকেলি, উপঢৌকন আৰু মাননি ৰূপে লৈ কইনা- ঘৰলৈ গৈ মাক- বাপেকৰ ওচৰত ছোবালী খোজেগৈ। কইনাৰ পিতৃ-মাতৃকে ধৰি পৰিয়ালৰ সদস্যসকল সম্মত হ'লে ল'ৰাৰ পক্ষই অনা মাননি আৰু উপঢৌকন গ্ৰহণ কৰে আৰু দুয়ো ঘৰৰ দ্ৰব্যবস্তুৰে জা-জলপান গ্ৰহণ কৰি এই সম্বন্ধ যুগমীয়া হওক বুলি টেকেলিৰ মদ বাকি আশীৰ্বাদ কৰে। ইয়াকে দেউৰী সকলে 'ছোবালী খোজা' বুলি কয়। তেতিয়াৰে পৰা আনুষ্ঠানিকভাবে বিবাহ কাৰ্য হৈ নুঠালৈকে প্ৰতি মাঘ আৰু বহাগ মাহত ওপৰত উল্লেখিত কাৰ্যৰ পুনৰাবৃত্তি হৈ থাকে। এই নিয়মটোক তেওঁলোকে 'ভোজা দিয়া' বোলে। এনেদৰে আগতে কেতিয়াবা কেইবা বছৰো পাৰ হৈ গৈছিল। কোনো-কোনো ল'ৰাই আকৌ ভাবী শহুৰ বা শাহুৰ ঘৰত বিয়া নকৰোৱালৈকে জোঁবাই-খটা, পদ্ধতিও আছিল। সমাজত প্ৰচলিত তিনিবিধ বিয়াৰ ভিতৰত বৰ বিয়াখন নহলেও মাজু বিয়াখন পাতিবলৈ কৃষিজীৱী দেউৰী পিতৃ - মাতৃসকলৰ ভালেমান প্ৰস্তুতিৰ প্ৰয়োজন হয়। গতিকে কেতিয়াবা এনেদৰে খুজি-

বাঢ়ি থোৱা ছোৱালীজনীক ল'বাই আনুষ্ঠানিকভাবে বিবাহ নপতাকৈ চুৰ্চুৰীয়াকৈও আনি থয়। অৱশ্যে সম্বন্ধৰ বিচাৰত মিলিলে অতীজৰে পৰা দেউৰী সমাজে গন্ধৰ্ব বিবাহক স্বীকৃতি দিয়ে।

বিবাহ উৎসৱৰ আঁতি-গুৰি সম্পৰ্কে দেউৰী মানুহৰ মাজত প্ৰচলিত এটি মনোৰম কিংবদন্তি এইখিনিতে উল্লেখ কৰা হ'ল। তেওঁলোকৰ আদি ৰজা খুন্তু আৰু ৰাণী মধুমামাৰ বোলে কোনো সন্তান-সন্ততি নাছিল। ৰজাৰ বংশ কেনেদৰে ৰক্ষা হয়, এয়ে ৰজা-ৰাণী আৰু সকলো প্ৰজাৰে চিন্তা। পিচে ৰজাই এদিন লগুৱা-লিকচৌ লৈ দীঘলীয়া চিকাৰলৈ যাওঁতে হাবিৰ মাজতে এজনী দীপ্‌লিপ্ গাভৰু দেখা পালে। গাভৰুজনী এনেয়ে মোহনীয়া, তাতে আকৌ বনৰ চৰাইবোৰে পাখিৰে চালি ধৰি শীতল ছাঁ দিছে, পাখিৰে 'বা' দিছে আৰু অন্য জীৱ-জন্তুৰ লগতে এই চৰাইবোৰেও নানা ধৰণৰ গীত গাইছে, বাজনা বজাইছে আৰু তালে তালে নাচি-বাগি গোটেই পৰিৱেশটোকেই আনন্দ উলাহত বুৰাই থৈছে। ৰজাই দেখিলে— এইজনীতো সাধাৰণ ছোৱালী নহয়! ৰজাই তাইক পাবলৈ মন মেলিলে। ৰজাৰ মন বুজি বা কৌৰৰ এটা লাগেই বুলি চিন্তা কৰি লগুৱাইঁতেও ৰজাৰ কথাত সঁহাৰি জনালে। গাভৰুৱেও নানা ধৰণৰ চৰ্ত দি ৰজাৰ লগত যাবলৈ মান্তি হ'ল। গাভৰুৱে ৰজা আৰু ৰজাৰ অনুচৰসকলক গীত, বাদ্য আৰু নৃত্যৰ কথা শিকালে, বিয়া সম্পৰ্কীয় নানা খোৱা-পিন্ধা বা নীতি-নিয়মৰ কথাও ক'লে। হাবিৰ মাজতে 'মেজাঁফাই' নামৰ গছ জোপাৰ শিপা, পাত আৰু ছালৰ ৰসৰ সৈতে চাউলৰ পিঠাগুড়ি সানি মদ বা চু'জে পিঠা বনোৱা আৰু সেই ঔষধি পিঠাগুড়িখিনি, বৰা চাউলৰ ভাতৰ লগত সানি, সু-স্বাদু মদ তৈয়াৰ কৰা কথাও সুন্দৰকৈ শিকালে। কাৰণ ইয়াৰ আগতে খুন্তু ৰজা আৰু তেওঁৰ প্ৰজাসকলে মদৰ ব্যৱহাৰ বা বিয়াৰ নীতি-নিয়মৰ কথা নাজানিছিল। ইফালে নীতি-নিয়মেই যদি নাথাকে, মদ বা চু'জেই যদি নাথাকে বিয়া হেন উৎসৱটো পাতে কেনেকৈ? [প্ৰবাদ মতে এই গৰাকী গাভৰু আছিল চীন দেশৰ চুম-চাং-কু নামে ৰাজ্যৰ ৰাজকুৱৰী লি-য়েন-ই। এওঁৱেই ভীৰ্মোক বা ভীষ্মক ৰজাৰ ৰাণী শশীপ্ৰভা বা চচীপ্ৰভা(দেউৰীৰ মতে) আছিল।] গাভৰুৰ দিহা মতে ৰজাৰ ঘৰত সকলো যা-যোগাৰ হ'ল। বসন্ত কালৰ জোনাক নিশা এদিন ৰজাই ঢোল, বাদ্য নৃত্যৰে ডা-ডাঙৰীয়া, পালি-পৰিষদ, গুৱা-পাণ, মদৰ কলহ আদি লৈ স-সন্মানেৰে কইনাক ভেটিলৈগৈ আৰু দলে-বলে কুঁৱৰীক বিয়া কৰাই কাৰেঙলৈ আনিলে। পিছত ৰজাই এওঁৰ নাম মাধুমামা ৰাখি ঘাই-মাদৈ পাতিলে আৰু সতি-সন্ততি লাভ কৰি বহুদিন ৰাজ্যত ৰাজত্ব কৰিলে। খুন্তু ৰজা আৰু মাধুমামাৰ বিয়াৰ পৰাই দেউৰী মানুহৰ মাজত পৰম্পৰাগতভাবে বিয়া-বাৰু আৰু ইয়াৰ ৰীতি-নীতিবোৰ প্ৰচলন হোৱা বুলি বিশ্বাস কৰা হয়।

*তিনি প্ৰকাৰৰ বিয়া আৰু উৎসৱৰ আয়োজন ঃ*

দেউৰী সমাজত প্ৰচলিত তিনি প্ৰকাৰৰ বিয়া পদ্ধতিৰ ভিতৰত 'ৰবিয়া'ৰ নামো যেনে 'বৰ' তাৰ যা-যোগাৰ, আয়োজন, ভাৰ-ভেটি আৰু নীতি-নিয়মবোৰ তেনে আড়ম্বৰপূৰ্ণ। বিয়াৰ দিনটোলৈ এমাহ্ মান থাকোতেই দৰা-কইনা দুয়োখন ঘৰতে বিয়াৰ যা-যোগাৰত খদম্‌দম্ লাগে। ঘৰৰ গৃহস্থই গুৱা-পাণ লৈ গাঁৱৰ ঘৰে ঘৰে গৈ ডেকা-গাভৰুইঁতক খৰি-কাঠ কটা, ধান-চাউল, জা-জলপান উলিওৱা, মদ বা চু'জে তৈয়াৰ কৰা, বিল নদীত মাছ ধৰা, হাবিৰ কৌ-পাত কটা আদি কামত হাত উজান দিবলৈ মাননি ধৰে। সকলো কামৰ আৰম্ভণীতে আকৌ দুজনমান বুঢ়া-মেঠাই লগ লাগি মদ-ঢালি অপায়-অমঙ্গল নহ'বৰ বাবে ইষ্ট দেৱতাক প্ৰাৰ্থনা কৰি লোৱাৰ নিয়ম। এনেদৰে ৰাইজৰ মাজতে পাৰদৰ্শিতা অনুসৰি সকলো কাম-কন বা বিষয়-বাবৰ বিতৰণ হয়। নিমন্ত্ৰণৰ ক্ষেত্ৰত বৰ বিয়ালৈ হ'লে বুঢ়া-বুঢ়ীৰ পৰা আৰম্ভ কৰি গৰ্ভস্থ সন্তানলৈকে( খোম দিয়া) কোনো বাদ নপৰাকৈ বয়স, সন্মান আদি বুজি কৌ-পাতেৰে গুৱা-পাণৰ টোপোলা, বিশেষ এটা নিয়মেৰে বান্ধি গাঁও, ওচৰ-চুবুৰীয়া আৰু দূৰণিৰ মিটিৰ-কুটুম্বক আদৰ অভ্যৰ্থনা কৰি মতা হয়, যাতে কোনেও একো আসোঁৱাহ নাপায়। নহ'লে বিয়াৰ বিঘিনি হ'ব পাৰে। আনহাতে পাঠৰীয়া, কাকতী, পুৰোহিত বা কাগুৰী, মেধি, দৰা বা কইনাৰ বিয়াৰ বাবে পাতিলোৱা বাপেক-মাক, সখা-সখী, নামতী, নাচনী, আয়তী, ঢুলীয়া, ৰান্ধনি, চকু ৰখা, পাঁচনি আদি বিয়াখনৰ বিষয়-ববীয়া সকলোকে বিষয় আৰু নীতি অনুসৰি গুৱা-পাণৰ মাননি আগবঢ়াই আগতীয়াকৈ দায়িত্ববোৰ অৰ্পণ কৰি থোৱা হয়।

বিয়ালৈ সাতদিন থকাৰে পৰা গাঁৱৰ লগৰীইঁতে 'কইনা ৰখিবলৈ' আহে। সেই কেইদিনৰ প্ৰথম দিনকেইটাত কইনাই পাতি লোৱা সখী আৰু লগৰীয়াৰে সৈতে মিতিৰ-আত্মীয়ৰ ঘৰে ঘৰে 'কইনা-ভাত' খয়। দেউৰীসকলৰ মাজত 'চেৰা দিয়া বৰা ভাত' আৰু মগু বা মাটিমাহৰ আঞ্জাই হ'ল কইনা-ভাতৰ প্ৰিয় জুতি। অৱশ্যে তাৰ লগত মাছ বা কুকুৰা মগুহৰ ভাজি লাগিবই। গধূলি হ'লে ঘৰৰ বিশেষ এটা কোঠাৰ এমূৰত স-সন্মানেৰে নতুন দোণ এটাত মিঠাতেলৰ চাকি, আৰৈ চাউল, তামোল-পাণ, নাৰিকল, আৰু একাবি পূৰঠ কল থৈ দুণবিৰুপে স্থাপন কৰি কইনাক কাষতে বহুৱাই লৈ নানা প্ৰকাৰৰ বিয়া নাম গাই সখী আৰু সমনীয়াইঁতে ৰাতি কেইটা আনন্দ বা বেজাৰত কটায়। এই চেগতে তেওঁলোকে কইনাজনীক নতুন জীৱনলৈ আহিব পৰা সমস্যা বা কৰিব লগা কৰ্ত্তব্য আদিৰ প্ৰতিও নানা লাগতিয়াল কথাও কয়। আনহাতে বিয়ানাম আৰু কথা-বতৰাৰ মাজতে, বিচনী বনোৱা, হাঁচতি বনোৱা, ফুলৰ মালা, আম-ডালি গাঁঠা কামখিনিও এইকেইটা নিশাতে কৰি তোলে।

*বিয়াৰ প্ৰধান মন্ত্ৰী — 'পাঠৰীয়া' বিষয়া ঃ*

দৰা-কইনা উভয় ঘৰৰে বিবাহ কাৰ্যৰ সবাতকৈ দায়িত্বপূৰ্ণ বিষয় খিনি চোৱা-চিতা বা সমাধা কৰাৰ কাম ন্যস্ত হয় 'পাঠৰীয়া' নামৰ বিষয়াজনৰ ওপৰত। সেইদিনাৰ তেওঁৰ সাজ-পাৰ আৰু ধৰণ-কৰণেই সুকীয়া হয়। আঁঠুৰ তললৈকে বৈ পৰা মুগাৰ বৰ-চুৰিয়া, মূৰত পাট-মুগাৰ 'পাঠৰীয়া পাগ', গাত মুগাৰ চাপকণ এঙা-চোলা আৰু পাটৰ চেলেঙৰ উপৰিও গাত ওলোমাই ল'ব এটা ধুনীয়া ফুল বচা মোনা। তাৰোপৰি তেওঁ পিন্ধিব কাণত মতা-কেৰু, ডিঙিত মতা- কণ্ঠমণি আৰু হাতৰ আঙুলিত সোণ-ৰূপৰ বাখৰুৱা আঙঠি। অন্য দহজনতকৈ বয়সিয়াল এই বিষয়া গৰাকীৰ কাম হ'ল— 'তেওঁ দৰা-ঘৰীয়া হ'লে দৰা-ঘৰৰ হৈ আৰু কইনা-ঘৰীয়া হ'লে কইনা-ঘৰৰ হৈ বিয়াৰ ভাৰ-ভেটি আৰু মাননি টোপোলা আগবঢ়োৱা, দায়-জগৰ বা লেঠা-ভঙা, সম্প্ৰদান বা অইন সময়ত দৰা-কইনাক যথা স্থানলৈ আগবঢ়াই দিয়া আদি গুৰুত্বপূৰ্ণ বিষয়বোৰৰ আঁত ধৰা। গতিকে পাঠৰীয়া বিষয়াজনক বিয়া এখনৰ প্ৰধানমন্ত্ৰী বুলিয়েই আখ্যা দিব পাৰি।

*দৰা-কইনা নোওৱা ঃ*

বিয়াৰ দিনা উভয়-পক্ষৰ ঘৰতে দৰা আৰু কইনাক গা-ধুৱাবলৈ( নোওৱা) নিচেই পুৱাৰেপৰা উখল-মাখল লাগে। অৱশ্যে বৰ বিয়া হ'লে সাতদিনৰ আগতেই এবাৰ নিয়মৰ মাজেৰে দৰা-কইনাক নোৱাই লোৱাৰ নিয়ম। অতিকৈ ধুনীয়া হোৱাকৈ কল-গছ, আম-ডালি আৰু ফুল-জালিৰে বেই এটা সাজে। ওপৰত আৰু' মন্দিৰৰ চূড়া সদৃশ কলডিলৰ চূড়া এটিও লগায়। কইনাৰ বেই হ'লে নতুন বস্ত্ৰৰে কিছু আঁৰ দিয়ো লয়। বিয়ানামত গায়—

ৰাম ৰাম— কোন খনিকৰে বেইখন সজালে
ৰাম ৰাম— মাজত নাৰাখিলে দুণি ঐ ৰাম ৰাম।
ৰাম ৰাম— ওপৰে ৰূপৰ ছৈ তলেও ৰূপৰ ছৈ
ৰাম ৰাম— সোণৰে চেকুৰা দি ঐ ৰাম ৰাম।।

আয়তী-নামতীসকলে দৰাৰ হ'লে দৰাৰ মাকক লৈ আৰু কইনাৰ হ'লে কইনাৰ মাকক লৈ 'সাত ঘাটৰ' পানী তুলিবলৈ ওলায়। লগত যায় বিয়া উৎসৱৰ বিশেষ চেৰত ঢোল বজাই, নাচি-বাগি ঢুলীয়া আৰু নাচনীসকল।

জয়— পানী তুলিবলৈ     জয়— ওলাই চচীপ্ৰভা
জয়— গায়নে বায়নে কৰি     জয়— নানা ৰঙে কৰি।

....... ....... .......

সেই দৰে—

ৰাম ৰাম— পানী তুলি আহে
ৰাম ৰাম— ছকুৰি আয়তী
ৰাম ৰাম— কুণ্ডিলৰ আগাৰিৰ পৰা ঐ ৰাম ৰাম্

........................

কইনাক নোৱাবলৈ-ধুৱাবলৈ আৰু সজাবলৈ-পিন্ধাবলৈ এঁৱা গাখীৰ, মাহ-হালধি, তেল, ফণি-আচী, সেন্দূৰ, সুগন্ধি দ্ৰব্য, কাপোৰ আ-অলঙ্কাৰ আদি আগতীয়াকৈ দৰা-ঘৰৰ পৰা যোগান ধৰা হয়। ইয়াকে আজিকালি 'জোৰণ দিয়া' বুলি কয়। এনে সময়তে কইনাক দৰাৰ মাক বা বৌয়েকে শিৰ আৰু কপালত সেন্দূৰ পিন্ধোৱাও দস্তুৰ প্ৰচলিত আছে।

বিয়াৰ দিনাখন দৰাক কৃষ্ণ বা ৰাম চন্দ্ৰৰ ৰূপত আৰু কইনাক ৰুক্মিনী আৰু সীতাদেৱীৰ ৰূপত জ্ঞান কৰা হয়। সেইদৰে সেই নাম লৈ নানা বিধৰ বিয়া নাম গাই নোৱাই অতোঁৱাৰ অন্তত চিকুণ কৈ তেল-চন্দন আদি সানি সখীয়েক বা আন লগৰীয়াই আ-অলঙ্কাৰ বস্ত্ৰাদি পিন্ধায় আৰু এইদৰে গায়—

ৰাম ৰাম চিকুণ সৰিয়হ ৰাম ৰাম চিকুণ তেল এটুপি
ৰাম ৰাম চিকুণ কৈ কাকৈৰে ফণি।
ৰাম ৰাম বাৰুকৈ মেলাবি ৰাম ৰাম এডালি চিণ্ডিব
ৰাম ৰাম আইদেউৰ চেনেহৰ চুলি ঐ ৰাম ৰাম ।।

........................

জয় এই অলঙ্কাৰে জয় নুশুৱায় ৰুক্মিনীক
জয় আৰু অলঙ্কাৰ লাগে
জয় লৰি যোৱাগৈ জয় পিতাদেউক কোৱাগৈ
জয় মুকুতাৰ সাত-সৰী লাগে।

........................

দৰা-ঘৰত আকৌ দৰাক লৈ গায়—

গা-ধুই ৰাম চন্দ্ৰ কলৈকো নেচাবা
ভৰুণ বৃক্ষলৈ চাবা
ভৰুণ কৈ বৃক্ষতে হাত-যোৰ কৰিবা
জানকীক পাবাগৈ লগ।

........................

গা-ধুই ৰামচন্দ্ৰই মাকক সুধিলে
কিনো সাজ পিন্ধিব পাৰে
ছাঁতে শুকুৱা মুঠিতে লুকুৱা
সেই সাজে পিন্ধিব পাৰে।

.........................

এইদৰে দৰা-কইনাক সজাই-পৰাই ৰভা-তলত পাৰি থোৱা দলিচাত বহিবলৈ উলিয়াই অনা হয়। পাটৰ বুটা বচা মেখেলা আৰু কেচ্-বচা ৰিহা পিন্ধাই চকুত নেলাগক বুলি দীঘল ওৰণি দি কইনাৰ গাত এখন 'খনীয়া-কাপোৰ'(বিয়াৰ দৰা-কইনাই পিন্ধা বিশেষ ধৰণৰ ফুল বচা কাপোৰ) দিয়াৰ নিয়ম। সেইদৰে দৰাকো পিন্ধোৱা হয় পাটৰ চুৰিয়া-চোলা আৰু খনীয়া-কাপোৰ। লগত সোণৰ মতামণি বা মুকুতাৰ মালা। সেই দিনা দৰাজনৰ মূৰত দৰা-পাগুৰিটো থাকিবই লাগিব।

কইনা-ঘৰীয়া নামতীইঁতে গাব—
আইদেউ আহিছে ৰভাৰে তললৈ
যেনে পূৰ্ণিমাৰে জোন হে
তৰা বুটা-বছা ৰিহা কি মেখেলা
হীৰা কি মুকুতা জ্বলে হে
হাততে জিলিকে হাতৰ গামেখাৰু
কাণতে জিলিকে কেৰু হে
ডিঙিত জিলিকে ডিঙিৰ গলে পতা
আইদেউক জিনিব কোনে হে।।

.......................

***ৰৰযাত্ৰী কইনা ঘৰলৈ ঃ***

শুভক্ষণ চাই— ভকত আৰু ৰাইজৰ আশীৰ্বাদ লৈ— কইনা-ঘৰলৈ বুলি 'বৰযাত্ৰা' আৰম্ভ হয়। ডেকাইঁতৰ হিলৈ আৰু আয়তী- নামতী, ঢুলীয়াইঁতৰ বিয়া নাম, উৰুলি আৰু ঢোলৰ মাতে ওৰে বাট ৰজন্-জনাই সময়ত কইনা-ঘৰৰ কলগছ, আম-ডালিৰে বনোৱা তোৰণ পাইহি। এইখিনিতে দৰা-পক্ষৰ খুলশালীয়েক-বৈনায়েক (হ'বলগীয়া) ইঁতে জাত-জাত জোৰা নাম গাই বাঁহ -মাৰিৰ ভেটা বান্ধি উপঢৌকন আদি বিচাৰি বং তামাচাও কৰে। কইনাৰ মাকে ধূপ-চাকি, চন্দনেৰে দৰাক আদৰি নিবলৈ আহে। খুলশালীয়েকে ভৰি 'ধুৱাই অন্ত হ'লে কইনাৰ ককায়েক বা মোমায়েকে ডাং-কোলা কৰি দৰাক নি পূৰ্বতে সাজু কৰি ৰখা ঠাইত আথে-বেথে নি বহিবলৈ দিয়ে।

কইনা-ঘৰত বৰযাত্ৰীৰ আটাইকে আৰু সকলো অতিথি-অভ্যাগতক ইচ্ছানুসাৰে দৈ-চিৰাৰ জা-জলপান, মদ, মাছ-মঙহৰ ভোজনেৰে আপ্যায়ন কৰে। ইতিমধ্যে কন্যা-সম্প্ৰদানৰ সময়ো আহি পৰে।

*কন্যা সম্প্ৰদান ঃ*

যথা সময়ত ৰভা-তলত আসন গ্ৰহণ কৰি থকা ভকত-ৰাইজ আৰু পুৰোহিতৰ মাজলৈ কইনা-দৰা উভয়কে সখীয়েকৰ সৈতে লৈ অনা হয়। আগতে সজাই থোৱা শৰাইৰ বেদীৰ ওচৰত দুয়োকে(কইনাক দৰাৰ বাওঁকাষে)আঁঠু ল'বলৈ দি— কন্যাদাতাই নিজেও গলত বস্ত্ৰ লৈ কৰ-যোৰ কৰি এই পবিত্ৰ বিবাহ উৎসৱটোৰ কথা ভকত, পুৰোহিত আৰু ৰাইজক উদ্দেশ্য কৰি আনুষ্ঠানিকভাবে কয়। ইয়াত দুয়ো পক্ষৰ বংশ-গোত্ৰ, পিতৃ-মাতৃৰ নাম পৰিচয়ৰে দৰা-কইনাৰ বিবাহৰ কথা কয় আৰু কইনা-পক্ষৰ বংশ আৰু গোত্ৰ ছেদ কৰি তেওঁক দৰা-পক্ষৰ বংশ আৰু গোত্ৰলৈ উদ্ধাৰি ল'বলৈ অধিকাৰ দি দিয়া হয়। কন্যাদাতাৰ এই কথাখিনি তিনিবাৰকৈ পুনৰাবৃত্তি কৰি পুৰোহিতৰ দ্বাৰা হৰিধ্বনি কৰি— প্ৰথমে ইষ্ট দেৱ-দেৱী আৰু তাৰ পিছত ভকত আৰু ৰাইজক অৱগত কৰে। পুৰোহিতেও কন্যাদাতাৰ এই কথাখিনি তিনিবাৰ দোহাৰে আৰু ভকত-ৰাইজেও তিনিবাৰ হৰিধ্বনি দি ডেকা-গাভৰুযোৰাৰ মিলনক পবিত্ৰ আৰু ঈশ্বৰীয় মিলন বুলি অনুমোদন জনায়। এইখিনিতে কন্যাদাতাই নৱ-দম্পতীৰ বস্ত্ৰৰ আঁচলত 'লগ্ন গাঁঠি' দিয়ে। তিনি জাঁই হিঁলৈ ফুটায়, আয়তীসকলে চাউল, ফুল আদি ছটিয়ায়। পুৰোহিতে দৰা-কইনাক 'লক্ষ্মী-নাৰায়ণৰ দৰে জন্ম-জন্মান্তৰলৈ স্বামী-স্ত্ৰীৰূপে থাকি সু-সন্তান আৰু ঐশ্চৰ্য্য-বিভূতি লাভ কৰি সুখে- শান্তিৰে, পিতৃ-মাতৃ আৰু ভকতৰ সেৱা কৰিব পৰাকৈ শকতি লাভ কৰক' এনে আশীৰ্বাদ দি ইষ্ট-দেৱতাৰ ওচৰত এই কথা নিবেদন কৰি হৰিধ্বনি দিয়ে। ইয়াতেই দৰা-কইনাৰ মাজত 'বৰমাল্য' পিন্ধোৱাও দেখা যায়।

ৰভা-তলত সমজুৱা আৰু আনুষ্ঠানিক সম্প্ৰদান হৈ যোৱাৰ পিছতে দৰা-কইনা দুয়োকে পুনৰ আছুতীয়াকৈ সাজু কৰি ৰখা ঠাইত বহুৱাই পুৰোহিত সমন্বিতে দুই-চাৰিজন বিজ্ঞ বয়সিয়াল লোকৰ উপস্থিতিত, কন্যাদাতা বা নিচেই আপোন বিজ্ঞজনে তেওঁলোকক নতুন জীৱনৰ বাবে প্ৰয়োজনীয়, ধৰ্ম-কৰ্ম, আচৰণ-বিধি আৰু জীৱন-দৰ্শনৰ বিষয়ে উপদেশ দিয়ে; আৰু দুয়ো-দুয়োৰে অৰ্ধ-অঙ্গ হৈ পৰিপূৰ্ণ হোৱা বুলি সংকল্প গ্ৰহণ কৰায়। এই কাৰ্যৰো প্ৰথম আঁত ধৰে কন্যাদাতাই আৰু পুৰোহিতে সামৰণি মাৰি হৰিধ্বনি দিয়ে। ইয়াৰ পিছতে দুয়ো পক্ষৰ শৰাই ভাঙে আৰু সকলোৰে মদ ঢালি আশীৰ্বাদ কৰে। এই কাৰ্য সমাপন হোৱাৰ পিছতে দৰা-কইনাৰ উপবাস ভংগ, ভোজন, টেমী-কটাৰী সলোৱা, আঙঠি লুকুওৱা আদিৰে কইনা-ঘৰীয়া বিয়াৰ কাৰ্যসূচী অন্ত পৰিবৰ হয়।

***কইনাৰ বিদায় সময় ঃ***

উৎসৱ মুখৰ দিনটো লাহে লাহে কৰুণ হৈ আহে। জন্মদাতা পিতা-মাতা, ভাই-ভনী, ককাই-বৌ আদি নিজৰ বুকুৰ মঙহ আৰু ওপজা ঘৰখন এৰি কইনা পতিগৃহলৈ যোৱাৰ সময় সমাগত। কইনাই বেদনা-গধুৰ মনেৰে সকলোকে শেষবাৰলৈ সেৱা-সৎকাৰ কৰি, মাত-বোল লগাই নতুন আৰু অচিনা ঘৰখনলৈ যাবলৈ ওলায়। দৰা-ঘৰীয়া দায়িত্বশীল লোকে কাঁহী-বাতি, লোটা, কলহ, ঘটি, তাঁতৰ সঁজুলি, পেৰা-পেতাৰী, আদি কইনা-ঘৰৰ পৰা কইনাৰ লগত দিয়া সকলো সামগ্ৰী আৰু উপহাৰৰ বস্তু সামৰি লয়। হিলৈ ফুটে । ঢুলীয়া, নামতীসকলে গায়ন-বায়ন কৰি চাউল, ফুল, বনগুটি আদি ছটিয়াই কইনা-দৰাক কিছুদূৰ আগবঢ়াই আহে । এই খিনি সময়ত কইনাৰ মাকে কইনাক ওলাই চাব, আৰু ওলাই যোৱা কইনাই ঘৰলৈ উলটি চাব নাপায় বুলি বিশ্বাস আছে।

আয়তীসকলৰ সুৰত—
ৰাম ৰাম অয়নে গমনে,
ৰাঁম ৰাম হস্তী গমনে
ৰাম ৰাম ৰামচন্দ্ৰই সীতাক লৈ যায়।

***পতি গৃহত কইনাৰ প্ৰথম খোজ ঃ***

ওৰে নিশা ওৰে বাট দুঃখ-আনন্দ আৰু ৰং-তামচাৰ অন্তত পুৱতি পৰত ন-কইনাক লৈ দৰা নিজ গৃহৰ কল পুলিৰ তলত উপস্থিত হয়গৈ। ল'ৰাৰ ভনীয়েক আদিয়ে হাতত লোটা, গামোচা লৈ আলফুলে দৰা-কইনাৰ ভৰি ধুৱায়। কোনোবাই আকৌ পিঠা- পনা, ফল-মূল, আদিৰে মুখ মিঠা কৰায়। দৰাৰ মাক বা বৌৱেকে হাতত ধূপ-ধুনা-চাকি আদি লৈ নৱ-দম্পতীহালক প্ৰথমে ভঁৰালগৃহ আৰু তাৰপিছত মূলঘৰৰ জখলাৰ মুখত সেৱা কৰিবলৈ আগবঢ়াই নিয়ে। সোণ-ৰূপৰ জখলাৰে(অৰ্থাৎ কৌ-পাতেৰে মেৰিওৱা নতুন কাঠৰ জখলাৰ লগত বাঁহৰো তদ্ৰূপ হেঁতা মাৰি) ঘৰত উঠি দৰা-কইনাই পানী-ভৰা যুৰীয়া কলহত থকা সোণ-ৰূপৰ আঙঠি বা মুদ্ৰা, ভৰা-চাউলৰ পাচি আদি স্পৰ্শ কৰে। এইখিনি কৰ্ম হৈ যোৱাৰ অন্তত আগতীয়াকৈ ৰখা ঠাইত ৰান্ধনী ঘৰৰ একাষত সখী আৰু লগৰীহঁতৰ সৈতে কইনাক আথে বেথে বহিবলৈ দি সোধ-পোচ কৰা হয়।

***দৰা-ঘৰীয়াৰ পাঠৰীয়া ভোজ ঃ***

কইনা পতিগৃহত প্ৰবেশৰ দিনা বা অতি দূৰণিৰটীয়া হ'লে পিছদিনা দিনৰ বেলালৈ দৰা-ঘৰত এটা ডাঙৰ ভোজৰ আয়োজন হয়। ইয়াৰ নামেই 'পাঠৰীয়া ভোজ'।

ইয়াতো কইনা-ঘৰৰ লেখিয়াকে ৰভা-তলত পূৰ্বে সজাই ৰখা শৰাইৰ ওচৰলৈ নি দৰা-কইনা দুয়োজনকে পুৰোহিত, ভকত আৰু ৰাইজক সেৱা জনাবলৈ দি সকলো সভাসদ-সমজুৱাৰ আগত কৰ-যোৰকৈ দৰাৰ পিতাকে দৰা-কইনাৰ পৰিচয়ৰে সৈতে উদ্দেশ্য-বিধেয় দাঙি ধৰে। পুৰোহিত জনেও এইকথা ভকত, ৰাইজ আৰু ঈশ্বৰ-ইষ্ট-দেৱতাক আনুষ্ঠানিকভাৱে, হৰিধ্বনি আদি দি অৱগত কৰে। কইনা সেইদিনাৰ পৰা পিতৃ-পুৰুষৰ বংশ, গোত্ৰৰ পৰা স্বামী পক্ষৰ বংশ-গোত্ৰৰ অৰ্ন্তভুক্ত হ'ল বুলি ঘোষণা কৰে। পুৰোহিত জনেই সকলোৰে হৈ দৰা-কইনাক উদ্দেশ্যি, নতুন বৈবাহিক জীৱনৰ বাবে লাগতিয়াল নীতি-কথা, আচৰণ, কৰ্ত্তব্যৰ বিষয়ে জ্ঞান আৰু উপদেশ দিয়ে— সকলো প্ৰকাৰৰ সুখ-সমৃদ্ধি কামনা কৰি আশীৰ্বাদসহ প্ৰাৰ্থনা জনাই হৰিধ্বনি দিয়ে। ৰাইজেও হৰিধ্বনিৰে সহাৰি জনায়। এইদৰে এই পৰ্ব সেৱা অন্ত পৰে।

***কইনাই ভাত - বিলোৱা ঃ***

সেৱা কাৰ্য হৈ যোৱাৰ পিছতেই ন-কইনাই নিজে ৰন্ধা(নামতে হ'লেও তাও মাৰি চুই) এচৰু ভাতৰ পৰা এতলিয়া ভাত লৈ ভকত আৰু সকলো ৰাইজক এমুঁৰৰ পৰা নিচেই অলপ অলপকৈ বিলাই যায়— যাতে এইখিনি ভাতেই সকলোকে জোৰা মাৰি অলপ 'লখিমী' ৰূপে ৰাখিব পাৰে। সেইদৰে এটা নতুন টেকেলিত মদ লৈ একেধৰণেৰে বিতৰণ কৰে। ইতিমধ্যে আন আন বিলনীয়া আৰু ৰান্ধনিহঁতেও মুখত বস্ত্ৰ বান্ধি সকলোৰে পাতে পাতে যাক যি লাগে বিতৰণ কৰে। বিতৰণৰ শেষত ন-বোৱাৰীয়ে আকৌ আঁঠু লয়। ৰাইজে হৰিধ্বনি দি মদ বাকি আশীৰ্বাদ দিয়াৰ পিছত ল'ৰা-বোৱাৰী, বুঢ়া-বুঢ়ী আটায়ে একেলগে খাবলৈ আৰম্ভ কৰে।

***মাজু বিয়া আৰু সৰু বিয়া ঃ***

বৰ বিয়াৰ কাম সাতদিন জুৰি চলাৰ দৰে মাজু বিয়াৰ কাম তিনিদিনীয়া আৰু সৰু বিয়াখন এদিনীয়া কৈ অনুষ্ঠিত হয়। বিয়াৰ আয়োজন ভাৰ-ভেটি আদিও সৰু। অৱশ্যে সাম্প্ৰতিক সময়লৈ চাই দেউৰীলোকসকলে এই বিয়া অনুষ্ঠিত নকৰাই হ'ল।

***খোবা- খুবুনী(খোবা- খুবী), আঠমঙলা খোৱা ঃ***

সকলো অসমীয়া সমাজৰ দৰে দেউৰী সমাজতো বিয়াৰ তিনিদিনৰ পিচত দুগৰাকীমান গোপিনী মাতি দৰা কইনাক খোবা-খুবুনীৰ কাহিনী শুনোৱা প্ৰথা আছে। খুন্ত ৰজাৰ ৰৰাণী মধুমামাৰ কোপদৃষ্টিৰ পৰা হাত সাৰিবলৈ এই অনুষ্ঠান পাতিব লাগে বুলি বিশ্বাস। এই দিনাখনৰ পৰাই নৱ-দম্পতীক একেলগে ৰজনী যাপন বা ফুলশয্যা কৰিবলৈ অধিকাৰ দিয়া হয়। আনহাতে বিয়াৰ সাতদিনৰ পিছত অসুবিধা হ'লে পলমকৈও জী-জোঁৱাই প্ৰথম বাৰৰ বাবে একেলগে পিতৃ গৃহলৈ

আছে। ইয়েই ঘৰ-উঠা বা আঠ-মঙলা খোৱা। এইটো অনুষ্ঠানৰ পিছত বিবাহ সম্পৰ্কীয় কাৰ্যবো সমাপ্তি হয়।

***'মেলনি' বা বুঢ়া-বুঢীৰ বিয়া ঃ***

অতীজৰে পৰা দেউৰী সমাজত 'চুৰ কৰা' বা গন্ধৰ্ব বিবাহ প্ৰচলন আছে। সেয়ে হ'লেও এদিন নহয়, দুদিনৰ পিছত হ'লেও এওঁলোক পতি-পত্নীৰ মাজত সমাজ-গৃহীত আনুষ্ঠানিক বিয়া খন হ'বই লাগিব। এয়েই 'মেলনি' বিয়া। মাক-বাপেকক নজনোৱাকৈ বা সমাজ-ভকতক সেৱা নকৰাকৈ এনে ধৰণে বিয়া পাতি, পতি-পত্নীৰূপে তেওঁলোকে জীৱন কটাইছে, গতিকে বিশেষভাবে ল'ৰাৰ ঘৰে ছোৱালীৰ মাক-বাপেকৰ ওচৰত গা-ধন আদি ভৰিব লগা হয়। কাৰণ দেউৰী সমাজত ছোৱালী পক্ষৰ সন্মান অধিক। এই খন বিয়া অনাড়ম্বৰ যদিও অপৰিহাৰ্য আৰু নীতি-নিয়মৰ ক্ষেত্ৰতো ঘাই বিয়াৰ সৈতে একে। এই বিয়াতেই জীয়ৰী গৰাকীক দিব লগীয়া আ-অলঙ্কাৰ, কাঁহী- বাতি আদি যৌতুকীয় বস্তুবোৰো পিতৃ-মাতৃ বা পৰিয়াল-বৰ্গই দিয়ে আৰু তেওঁৰ গোত্ৰাদি ছেদ কৰি জোঁৱাইৰ বংশলৈ উঠাই দিয়ে। কাৰণ তেতিয়াহে জীয়াৰী গৰাকীয়ে স্বামী কুলৰ পৰা পাব লগা অধিকাৰখিনি লাভ কৰে। মৰণৰ পিছতো তেওঁৰ আত্মাই পুত্ৰ-পৌত্ৰই দিয়া জল-পিণ্ড আদি পোৱাৰ যোগ্য হ'ব। ইয়াতো পিছদিনাখন দৰাৰ ঘৰত আনুষ্ঠানিকভাবে বোৱাৰী গৰাকীক গ্ৰহণ কৰি লয়। এনেকৈয়ে অতীজৰে পৰা দেউৰী সমাজ জীৱনত পৰম্পৰাগত বিভিন্ন লোকাচাৰ আৰু নীতি-নিয়মেৰে বিবাহ উৎসৱ অনুষ্ঠিত কৰা হয়।



# তিৱা জনগোষ্ঠীৰ বিবাহ পদ্ধতি

বলাইৰাম সেনাপতি

যুগৰ বুকুত আগুৱাই আঁহোতে তিৱাসকলে সময় আৰু খৰচ সীমিত কৰিবৰ বাবে বহুতো অলাগতিয়াল বুলি ভবা তিৱাৰ নীতি- নিয়ম আঁতৰাই যুগোপযোগী বুলি ভবা বহুতো নীতি- নিয়ম তিৱা সংস্কৃতিৰ লগত সংযোজিত কৰি আহিছে। এনেকৈয়ে হাজাৰ হাজাৰ বছৰ ধৰি আগুৱাই অহাৰ পিছত আজিৰ যিটো ৰূপত আমাৰ বাৰপূজীয়া অঞ্চলৰ তিৱাসকলৰ মাজত বিবাহৰ কৰ্ম পদ্ধতি বৰ্তি আছে; তাৰে এটি চিত্ৰ এই প্ৰবন্ধত দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে।

*বৈবাহিক প্ৰথা ঃ*

এসময়ত তিৱা সমাজত ছয় প্ৰকাৰৰ বিবাহৰ প্ৰচলন আছিল। যেনে— ধূম বিয়া বা হঠাতে পতা বিবাহ, বলেৰে ধৰি ৰাখি কৰা বিয়া, পলুৱাই নি পতা বিবাহ, ঘৰ- জোঁৱাই বা গভীয়া ৰখা বিয়া, জোৰণ বিয়া আৰু বৰ বিয়া।

*ধূম বিয়া বা হঠাতে পতা বিবাহ ঃ*

কোনো বিবাহৰ উপযোগী ছোৱালীৰ যদি কেনেবাকৈ অবৈধ সম্পৰ্কৰ কথা অভিভাৱকে গম পায় নাইবা কোনো ছোৱালী বিয়াৰ বয়স পাৰ কৰি ঘৰতে থাকে আৰু ইতিমধ্যে অভিভাৱকে মনঃপুত মানুহ পায়, তেতিয়া ছোৱালীৰ মতামতলৈ অপেক্ষা নকৰি হঠাতে বিয়া পাতি দিয়ে। এই ব্যৱস্থা ঘৰৰ অভিভাৱকে অতি গোপনে কৰে। ছোৱালীৰ মতামতলৈ আওকাণ কৰি পতা এনে বিবাহ বৰ্তমান তিৱা সমাজৰ পৰা প্ৰায়ে উঠি গৈছে।

*বলেৰে ধৰি ৰাখি কৰা বিয়া ঃ*

কোনো ল'ৰাই কোনো ছোৱালীক পচন্দ কৰিলে ছোৱালীৰ বন্ধু-বান্ধৱী অথবা কোনো লোকৰ জৰিয়তে ছোৱালীৰ মতামত জানিবলৈ বিচাৰে। যদিহে ছোৱালীয়ে অমত প্ৰকাশ কৰে তেনেহ'লে তাৰ প্ৰতিশোধ হিচাপে ছোৱালীক, ছোৱালীৰ অমতেও ধৰি ৰাখে। কেতিয়াবা ছোৱালীও ঘৰৰ পৰা পলাই যাবলৈ সুযোগ নেপালে কোনো ভাওনা-সবাহ, উৎসৱ আদিৰ পৰা ধৰি লৈ যাবলৈ ল'ৰাক ইংগিত দিয়ে। ছোৱালীৰ অমতে পাতিব বিচৰা এনে বিবাহো তিৱা সমাজৰ পৰা প্ৰায়ে উঠি গৈছে।

***পলুৱাই নি পতা বিয়া ঃ***

তিৱাসকলৰ একে বংশৰ মাজত বিয়া হ'ব নোৱাৰে। সেয়ে ল'ৰাই বিয়াৰ বাবে কোনো ছোৱালী পচন্দ কৰিলে, ছোৱালীজনী কোন বংশৰ সেই কথা আগতে জানি লয়। যদি ল'ৰাজনৰ লগত একে বংশৰ নহয়, তেতিয়া ল'ৰাজনে কোনো মধ্যস্থতাকাৰীৰ যোগেদি ছোৱালীজনীৰ আগত তেওঁক বিয়া কৰিবলৈ ইচ্ছা কৰাৰ কথা প্ৰকাশ কৰে। ছোৱালীজনীয়ে যদি ল'ৰাজনৰ লগত বিয়াত বহিবলৈ ৰাজী হয়, তেনে ছোৱালীজনী ল'ৰাজনৰ লগত, দুয়ো নিৰ্দিষ্ট কৰি থোৱা এটি দিনত ল'ৰাজনৰ ঘৰলৈ গুচি আহে। ছোৱালীজনী ল'ৰাজনৰ ঘৰলৈ গুচি অহাৰ দিনাই নাইবা তাৰ দুই এদিনৰ পিছত খেলৰ বুঢ়াবিলাকক ল'ৰাজনৰ ঘৰলৈ মাতি আনি ল'ৰা জনৰ ঘৰত খেলৰ বুঢ়াবিলাকক শাৰী পাতি বহুৱাই ল'ৰাজনৰ বংশৰ ঘৰৰ বুঢ়াই খেলৰ আগত এটি তামোল-পাণৰ বটা দি 'ল'ৰা-ছোৱালী হালৰ বিয়াখন পাতি দি যাব লাগে' বুলি অনুৰোধ কৰে। তেতিয়া খেলৰ বুঢ়াবিলাকে "আপোনালোকৰ বংশত যদি কাৰোবাৰ দায়-জগৰ আছে , বিয়া পাতিব নোৱাৰিম; যদি নাই তেহে বিয়া পাতি দি যাব পাৰিম" বুলি কয়। তেতিয়া বংশৰ ঘৰৰ বুঢ়াই ক'ব "আমি আৰু উঠিও দেখা নাপাওঁ, আপোনালোকে বহিও দেখা পায়, ক'ৰবাত যদি মোৰ দুষ্ট ল'ৰাই দায়-জগৰ লগাই থৈছে তেন্তে বন্দীয়ে(দোষীয়ে) নভৰিনো কোনে ভৰিব। এতিয়াও বিলৰ মাছ বিলতে আছোঁ, চঙৰ পছুও চঙতে আছোঁ, জাল ফালি বৰালিনো ক'লৈ পলাম?" ইয়াৰ পিছত খেলে বিচাৰ কৰি চাই যদি দায়-জগৰ পায়, দায়-জগৰ মাৰিবলৈ বংশৰ ঘৰৰ বুঢ়াক এটা দিন নিৰ্দিষ্ট কৰি দি ন-ছোৱালীক সমাজৰ ওচৰলৈ আহিবলৈ ক'ব। এজন খেলৰ বুঢ়াই ন-কইনাক সুধিব "অ' আই ছোৱালী কিবা বাট ভুল লাগিহে এই ঘৰত সোমালি, নে কি বুলি সোমালি?" তেতিয়া ন-ছোৱালীয়ে গৃহস্থি ধৰ্ম পালন কৰিবলৈ অহাৰ কথা ক'ব। তেতিয়া খেলৰ বুঢ়াই পুনৰ সুধিব "আই তহঁতৰ কুলটো বা কি?" তেতিয়া ছোৱালীয়ে নিজৰ কুলটোৰ কথা কোৱাত আকৌ খেলৰ বুঢ়াই সুধিব "আই তহঁতক হেনো কোনোবাই খোজা-বঢ়া কৰি থৈছিল? সেই মানুহ ঘৰে যদি ল'ৰাজনৰ ওপৰত কিবা কেছ (মোকৰ্দমা) দিয়ে তেনে বচাই দিব পাৰিবিনে?" তেতিয়া ছোৱালীজনীয়ে "মোক কোনেও খোজা-বঢ়া কৰা নাই আৰু কোনোবাই যদি কেছ (মোকৰ্দমা) দিয়ে তেনে বচাই দিব পাৰিম" বুলি কোৱাৰ পিছত ছোৱালীয়ে নিজ ইচ্ছাত অহা বুলি জানি খেলে উপস্থিত ৰাইজক মদ দিবলৈ গৃহস্থক কব। মদ খাই থকাৰ মাজতে সমাজৰ মাজত তামোল-পাণৰ শৰাই দি দৰা-কইনাই খেলৰ আগত আঁঠু ল'ব; আৰু খেলৰ বুঢ়া সকলে দৰা-কইনাক আশীৰ্বাদ দিব। তাৰ পিছত শৰাইখন পিছুৱাই আনি দৰাই কেইজনমান বন্ধুৰ সহায়ত উপস্থিত ৰাইজক তামোল-পাণ বিলাব আৰু কইনাই ডাৰণত মদ লৈ উপস্থিত ৰাইজক অলপ অলপকৈ মদ দি যাব। মদ আৰু তামোল-পাণ বিলাই শেষ হ'লে দৰা-কইনাক

খেলৰ বুঢ়াসকলে বহিবলৈ ক'ব। তাৰ পিছত দৰাক উদ্দেশ্য কৰি খেলৰ বুঢ়া এজনে ক'ব "অ' বোপাই ছাগলী কিনিলি পাঠী, ডিঙিত মেৰিয়াই ললি গাঁঠি।" ডেকা হৈ আছিলি মাৰ-বাপেৰৰ আথলত খাই আছিলি এতিয়া গৃহ-সংসাৰ কৰিলি, গৃহিণীক পোহ-পাল দিয়াৰ দায়িত্ব এতিয়া তোৰ। গৃহিণীয়ে যাতে কোনো বস্তুৰ অভাৱত পৰি লোকৰ ঘৰত বস্তু বিচাৰি গৈ অপমান পাব লগা নহয় তালৈ সদায় দৃষ্টি ৰাখিবি আৰু ছোৱালীক ক'ব "আই- অ' মাৰা-বাপেৰাৰ আলসুৱা জীয়ৰী, পাত পাৰি নেখাইছিলি ভাত, এতিয়া আহিলি দুখীয়াৰ গৃহলৈ নিতৌ চুৰা বাঢ়নীত হাত।" ৰাতিপুৱা গিৰি-ঘৰে শুই নুঠোতেই উঠি বাহী ঘৰৰ বাহী চোতাল সাৰিবা। শহুৰ-শাহু, জেঠাল-বৰজনাক সন্মান কৰিবা। আলহী-অতিথি ঘৰখনলৈ আহি তোমাৰ ব্যৱহাৰত যাতে মুগ্ধ হয় তেনে কামহে কৰিবা। তাৰ পিছত খেলৰ বুঢ়াই বংশৰ বুঢ়াক ক'ব "তোমাৰ বোৱাৰী খেলৰ জীয়ৰী, যদি ছোৱালীয়ে কেনেবাকৈ ঘাট এৰি অঘাটে যায়, পাত এৰি অপাতে খায়, তেনে হাত খোৰা নকৰিবা, ভৰি খোৰা নকৰিবা, ঘাটৰ নাও ঘাটত চমজি দিবা।" ইয়াৰ পিছত কইনাৰ ঘৰত মাত লগাবলৈ কেইজনমান মানুহ খেলে বাচি দি, দৰা-কইনাক আশীৰ্বাদ দি, খেলৰ বুঢ়া বিলাক ঘৰা-ঘৰি গুচি যাব। ল'ৰা-ছোৱালীৰ বিয়া দেখুৱাৰ দিনাই হওঁক বা দুই এদিনৰ পিছতেই হওঁক গৃহস্থই মদ একলহ, পিঠা এটোপোলা, তামোল-পাণ, বিড়ি-চিগাৰেট লৈ খেলে বাচি দিয়া মানুহসহ কইনাৰ ঘৰলৈ যাব। কইনাৰ ঘৰত সমূহ পৰিয়ালৰ মানুহ চাপিব আৰু দৰাৰ ঘৰৰ পৰা যোৱা খেলৰ বুঢ়াই কইনাৰ ঘৰৰ বুঢ়াৰ আগত তামোল-পাণৰ বটা এটি দি ক'ব "আপোনালোকৰ ঘৰৰ এজনী ছোৱালীক আমাৰ ঘৰৰ এজন ল'ৰাৰ লগত বিয়া পাতি দিয়া হৈছে। তাকে এষাৰি মাত দিবলৈহে আপোনালোকৰ ওচৰ চাপিলো।" তেতিয়া কইনাৰ ঘৰৰ বুঢ়াই ক'ব "ভাল, কন্যা হ'লে দিব লাগিব, পুত্ৰ হ'লে আনিব লাগিব, এইটোৱেই জগতৰ নীতি— পিচে ল'ৰাৰ বা কুল কি?" তাৰ পিছত ল'ৰাৰ কুলৰ কথা কোৱাত বিয়া হ'ব পৰা কুলৰ হ'লে দৰাৰ ঘৰৰ পৰা কি কি আনিছে সমাজক দিবলৈ ক'ব। তেতিয়া দৰাৰ ঘৰৰ পৰা নিয়া মদ, বিড়ি-চিগাৰেট সকলোকে বিলাই দিব। তাৰ পিছত ল'ৰা-ছোৱালীক আহিবলৈ দিয়াৰ লগতে এটি দিনত কুলৰ ভাৰ চিণ্ডি কইনাক দৰাৰ কুলত তুলিবৰ বাবে উপায় বিচাৰি পুনৰ এটি তামোল-পাণৰ বটা কইনাৰ ঘৰৰ বুঢ়াৰ আগত দিব। ঘৰৰ বুঢ়াইয়ো দুয়ো ঘৰৰ সুবিধা অনুযায়ী ল'ৰা-ছোৱালী আহিবলৈ এটি দিন স্থিৰ কৰি দিব; লগতে ইটো কুলৰ পৰা সিটো কুললৈ তুলিবলৈ হ'লে কি কি আনিব লাগিব তাৰো এটি হিচাপ দিব। কইনা-ঘৰৰ পৰা দিয়া হিচাপ অনুসৰি এপাচি চাউল, দুকলহ মদ, এপাচি পিঠা, তিনিটি বগা বাণ্ডী চৰাই, আগলি কলপাত একৈশ জাপ, কনমলা পাত এমুঠি, শৰাই, তামোল-পাণ, পিতৃ-মাতৃ, ঘৰ-বুঢ়া, হাবী-কুঁৱৰীক

একোখনকৈ বস্ত্ৰ লৈ দৰাৰ ঘৰৰ মানুহে দৰা-কইনাসহ কইনাৰ ঘৰলৈ যাত্ৰা কৰিব। সেই দিনাই কইনাৰ ঘৰত কইনালৈ বুলি নানা উপহাৰ লৈ আত্মীয়-স্বজন আলহী খাবলৈ আহিব। কইনাৰ ঘৰৰ বৰঘৰত দৰাৰ ঘৰৰ পৰা যোৱা খেলৰ মানুহ আৰু কইনাৰ ঘৰৰ খেলৰ মানুহে লগ লাগি, এৰৈশ জাপ আগলি কলপাতৰ ওপৰত ঈশ্বৰলৈ স্তুতি কৰি ৰঙা ৰাঙী চৰাই দুটি কাটি, এটি চৰাই দৰাৰ ঘৰলৈ ফিৰাই দি কইনাক দৰাৰ কুললৈ তুলি দিব। দৰা-কইনাই পিতৃ-মাতৃ বংশৰ ঘৰৰ বুঢ়া, হাৰী-কুঁৱৰীক একোখনকৈ বস্ত্ৰ দি সেৱা কৰিব। সেই দিনাই পিতৃৰ ঘৰৰ পৰা কইনাৰ মৰমত দিব লগা বস্তুবোৰ দিব।

*গভীয়া ৰখা বিয়া ঃ*

কোনো এখন ঘৰত যদি ছোৱালীজনীৰ বাহিৰে পৈতৃক সম্পত্তি ভোগ কৰিবৰ বাবে কোনো মানুহ নেথাকে তেতিয়া ছোৱালীক গভীয়া চপাই দিয়া হয়। সেই ছোৱালীজনীয়ে পৈতৃক সম্পত্তিৰ অধিকাৰী হোৱাৰ উপৰিও পৰিয়ালটোৰ হাৰী-কুঁৱৰীৰ বাব লৈ বৰঘৰৰ পূজা- পাতলতো অংশ ল'ব পাৰে। খেল-বংশৰ মানুহৰ সাক্ষাতত ল'ৰাৰ মতামত লৈ খেল-বংশৰ মানুহে ছোৱালীৰ লগত ল'ৰাজনৰ বিয়া পাতি দিয়ে। বিয়া পাতি দিয়াৰ পিছত ল'ৰাজনৰ ঘৰত মাত লগাবলৈ খেল-বংশৰ মানুহ যায়, আৰু ৰঙা ৰাঙী চৰাই এযোৰ কাটি ল'ৰাক ছোৱালীৰ বংশলৈ তুলি লয়।

*জোৰোণ বিয়া ঃ*

এই বিয়া দুয়ো ঘৰৰ অনুমোদন সাপেক্ষে হয় । ছোৱালীক যেতিয়া খুজিবলৈ যায়, তেতিয়া কইনা-ঘৰৰ পৰা দৰাৰ ঘৰৰ অভিভাৱকক কয় “ছোৱালী দেখা শুনাকৈ দিব পাৰিম কিন্তু বৰ বিয়া পাতি দিব নোৱাৰিম।” তাৰ মানে বৰ বিয়াত যিটো উলহ-মালহেৰে বহু মানুহক নিমন্ত্ৰণ কৰি বিয়া পতা হয়, জোৰোণ বিয়াত তেনে উলহ-মালহ নেথাকে। নিৰ্দিষ্ট কৰি থোৱা এটি দিনত দৰা-ঘৰীয়াই দৰাক লৈ কইনাৰ ঘৰলৈ যাত্ৰা কৰে। কইনাৰ ঘৰত ৰঙা ৰাঙী চৰাই এযোৰ কাটি কইনাক দৰাৰ ঘৰলৈ তুলি দিয়ে। কইনাক দৰা-ঘৰৰ মানুহে পিন্ধাই উৰাই দৰাৰ ঘৰলৈ লৈ আহে। শকতি অনুসাৰে কইনাৰ লগত পিতৃ-মাতৃয়ে সা-সম্পত্তি দিয়ে।

*বৰ বিয়া ঃ*

বৰ বিয়া প্ৰথাটো চুবুৰীয়া বৰ্ণ হিন্দুৰ বিয়াৰ প্ৰথাৰ লগত একেই, মাথোন তিৱাসকলে অগ্নিক সাক্ষী নকৰি সমাজক সাক্ষী কৰিহে দৰালৈ কইনা সম্প্ৰদান কৰে। বৰ বিয়াত ৰঙা ৰাঙী চৰাই এযোৰো নেকাটে, এনেয়ে কইনাক দৰাৰ কুলত ঠাই দিয়া হ'ল বুলি সমাজে ধৰি লয়।।



# ডিমাছাসকলৰ বিবাহ পদ্ধতি

ললিতা কেম্প্ৰাই

ডিমাছাসকলে "মুন হাবুবা' আৰু 'ন'- জাপিনবা' আদি প্ৰথাৰে বিবাহ পাতে। ল'ৰাৰ ১৮ বছৰ বয়সৰ পৰা ৫০ বছৰ বয়সলৈকে আৰু ছোৱালীৰ ১৫ বছৰ বয়সৰ পৰা ২৫ বছৰ বয়সলৈকে বিয়া পতাৰ উপযুক্ত বয়স বুলি গণ্য কৰে। অধুনা শিক্ষিত হৈ অহাৰ লগে লগে, ইয়াৰ ব্যতিক্ৰমো দেখা গৈছে। আঘোণ, পুহ, মাঘ, ফাগুন আৰু বহাগ মাহত ল'ৰাৰ ঘৰৰ পৰা ছোৱালীৰ ঘৰলৈ খবৰ পঠিয়ায় যে, এটা নিৰ্দিষ্ট দিন-বাৰত পুৱাবেলা তেওঁলোকে ছোৱালীৰ ঘৰলৈ যাব। তেওঁলোক অহাৰ কথা জানিব পাৰি ছোৱালী-ঘৰে বৰ আনন্দ পায় আৰু খোৱা-বোৱাৰ বাবে সকলো আয়োজন কৰে।

সঁজাতী দলটিক নঙলা মুখৰ পৰা আদৰি-সাদৰি নি মজিয়াত ঢাৰি পাৰি বহিবলৈ দিয়ে। গাঁৱৰ কেইবা যোৰা মানুহো ছোৱালীৰ ঘৰত গোট খায়হি। সঁজাতী দলে কয়, "হাঁই গাবাংনুং লেংখা। হাডিং স্নী গাহি পাঈবা। ডিখং স্নী বাইহী পাঈবা" । ইয়াৰ ভাঙনি— 'হয় বৰ ভাগৰ লাগিছে, সাতোটা পাহাৰ বগাই আহিছোঁ, সাতখন নৈ পাৰ হৈ আহিছোঁ।' ছোৱালী-ঘৰে তেওঁলোকক তামোল-পাণ, চাহ-জলপান, আৰু জু'ৰে অভ্যৰ্থনা জনায়। অতীজত হোকাত মলা-ধপাত আৰু কানিৰে অভ্যৰ্থনা জনোৱাৰ প্ৰথা আছিল।

খোৱা-বোৱাৰ পাছতে ছোৱালী-পক্ষই ল'ৰা-পক্ষক কয় "আইচৰঃ হাগংমা গাহি পাঈবালা। ডিখংমা লুহি পাঈবালা। সুমু গাৰাওমা দংবাব ? সুমু গাৰাওছা দংবাব ?" অৰ্থ— "ওহো ইমান দূৰৰপৰা আহিছা; কিনো কথা কিনো বতৰা ?"

ল'ৰাৰ পক্ষই কয়, "গ্ৰাও খলা সুমুখে থিনাং। পাণ্টাউ জোবাই খালা পাণ্টাও গাইছাইৰে। মৰচাই জোবাই খালা মৰচাই গাইচাইৰে আলাইনুং ..............." অৰ্থ— "কি কম কি কথা ?" বেঙেনা গুটি সিঁচিলে আকৌ পুলি ৰুব লাগে, জলকীয়া গুটি সিঁচিলে আকৌ ৰুব লাগে, তেনেকৈ ল'ৰা তুলিলে ঘৰ পাতি দিব লাগে, ছোৱালী তুলিলে ঘৰ কৰাব লাগে। গতিকে আপোনজনৰ সন্ধান কৰি আহিছোঁ কেৰাটাও ঘৰ বিচাৰি আহিছোঁ। কলৈনো যাম, ক'তনো বুৰিম ? দিনৰ দিনটো ভাবিলেও ইয়াত,

---

১. ডিমাছা, হাগজেৰ, নিৰুপমা, পৃঃ ৪৬।

ৰাতি ৰাতিটো ভাবিলেও ইয়াত। তইঁতৰ নিজৰ কোঁচত ডাঙৰ হোৱা ছোৱালী আছে বোলে[১] ?"

ছোৱালী-ঘৰীয়াই কয়, ছোৱালী দিবৰ হোৱা নাই। নাইবা হাতত টকা-পইচাও নাই আদি এশ-এবুৰি উত্তৰ দিয়ে। বহু কথাৰ অন্তত কন্যাৰ অভিভাৱকে কয়— আপোনালোকে আমাৰ ঘৰলৈ অহাৰ বাবে আমি বৰ সুখী হৈছো। আমি আত্মীয় পক্ষক সোধি-পোছি লৈহে, কোন দিনা সঠিক উত্তৰটো পঠাব পাৰিম জনাম। ডেমেৰাঞ্চলত ছোৱালী আলেঙে আলেঙে চাই লৈহে ছোৱালী খোজা প্ৰস্তাৱটো আগ কৰে। ইয়াকে 'বাহম্‌জু ছেন্‌বা' বোলে। কোনো কোনো অঞ্চলত কন্যা খুজিবলৈ যাওঁতে কটাৰী আৰু তামোল-পাণ নিয়াৰ নিয়ম আছে। প্ৰকৃততে ডিমাছাসকলে সাদৰী কন্যাহে পচন্দ কৰে।

কোনো অঞ্চলত ছোৱালী-ঘৰলৈ গৈ, নাগাৰ(ল'ৰাৰ) মাকে ছোৱালীৰ মাকক লগ ধৰাৰ প্ৰথা আছে। নতুন আলহী দেখি ছোৱালীৰ মাকে বৰ আনন্দ পায়, আৰু প্ৰশ্ন কৰে— "নালাইল এলাইবা সিংকাইয়া, দিনীলা ফাইঠাই জায়ালাউ ?....। " অৰ্থ— 'সদায় এনেকৈ নাহাচোন, আজি অহাটো কেনে ধৰণৰ ? মোৰ চ'তালত জুং (যাঠি) পোতিলা ? মোৰ দুৱাৰত হাত ৰাখিলা ? হাতত আনিছা তামোল-পাণ, হাতত আনিছা কটাৰীখন।'

ল'ৰা (নাগা)ৰ মাকে উত্তৰ দিয়ে এনেকৈ—" পাইমানী বৰ্গনহা দংবানী পাইমাইবা, য়াও ফাজাং মৰছাই পাং জবাইবা, ফাংজুকা, ফাণ্টাওপাং গাইচাইনে হানাইমা আংফাইবা।" অৰ্থ— 'অহাৰ কাৰণ আছে কাৰণে আহিছোঁ। হাতেৰে সিঁচা বেঙেনা পুলি ডাঙৰ হ'ল। হাতেৰে সিঁচা জলকীয়া পুলি ডাঙৰ হ'ল। বেঙেনা পুলি ৰুবলৈ মাটি বিচাৰি আহিলোঁ।'

কন্যাৰ মাকে উত্তৰ দিয়ে এনেকৈ— "বাজামা ইবোখেডে দুহাতে ঠিপুৰা বাউৰ্জী-বোখেডে দুহাতে জপুৰা, বুমাউশিকে সিংনাখ বুমায়ুংখে সিংনাংখ...।" অৰ্থ— 'সেইটো এতিয়া ক'ব নোৱাৰো বৌ, সেইটো এতিয়া কথা দিব নোৱাৰো। মাহীমাক আছে সুধি লম, বৰ মাক আছে সুধি লম, মহাকো আছে সুধি লম, বৰদেউতাকো আছে সুধি লম[২]।'

ল'ৰা আৰু ছোৱালীৰ ৰাশি, জুলু, চেমফং আদিৰ মিল হ'লে বিবাহৰ যোগ আহিছে আৰু মিল নহ'লে বিবাহৰ যোগ নাই বুলি ল'ৰাৰ ঘৰলৈ নিৰ্দিষ্ট তাৰিখত সঁজাতী দল পঠায়।

---

২. ডিমাছা গীত-মাত, বৰুৱা, নগেন, পৃঃ ১৪১-১৪৩।

*বিবাহ প্ৰস্তাৱক স্বীকৃতি জনোৱা ঃ*

কন্যা-ঘৰে ল'ৰা-ঘৰীয়া প্ৰস্তাব মানি ল'লেই 'ছান্দি দাং ছেংবা' পতাৰ প্ৰথা আছে। সেয়ে দৰা-ঘৰীয়াই নিৰ্দিষ্ট দিন এটা দি, কইনাৰ ঘৰলৈ পঠিয়ায়। কাছাৰৰ ডিমাছাই সেই দিনটোত ১৫টা তামোল, ২গুছি পাণ, আগলি কলপাতত সাতডাল তমালেৰে বা বেতৰ সূতেৰে সাত পাক দি বান্ধি, গামোচাৰে মেৰিয়াই কইনাৰ গৃহলৈ নিয়ে। উত্তৰ কাছাৰৰ ডিমাছাই আকৌ তামোল-পাণৰ সলনি, নিমখ এক কিলো আগলি পাতত বান্ধি কইনাৰ গৃহলৈ নিয়াৰ প্ৰথা আছে। উল্লেখিত ৭টা বান্ধ, দৰা-কইনাই দিয়া ৭টা খোজৰ কথাৰেই ইংগিত দিছে যেন লাগে। নিমখৰ টোপোলা পাঁচ বা সাত পাক দি বান্ধে। পাঁচ পাকে পঞ্চবানৰ কথাকেই ইঙ্গিত দিছে। এনে কাৰ্যক নিমখ দিয়া বুলি কয়। এই উছৱত উত্তৰ কাছৰৰ সমাজত পুৰুষে আৰু কাছাৰ জিলাত তিনি গৰাকী মহিলাই(আদহীয়া বা বুঢ়ী) উছৱলৈ যোৱাৰ ৰীতি আছে। কন্যাৰ ঘৰত, কন্যাৰ বংশৰ 'হাঁইংগা-হাই' গাজিক' বা 'জালাঈ' আৰু 'কুনাং' সেইদিনা উপস্থিত থকাটো বাধ্যতামূলক।

অতি শীঘ্ৰে বিয়া পাতিব লগা হ'লে, এসপ্তাহৰ অন্তত লাউত জুডি ভৰাই কইনাৰ ঘৰলৈ নিয়া কাৰ্য কৰিব লাগে। অৱশ্যে এই কাৰ্যৰ দিনটো নিৰ্দ্ধাৰিত কৰি লয়। এইটোৱেই বিবাহৰ দ্বিতীয় উছৱ। সোম, মঙ্গল, বুধ আৰু শুক্ৰবাৰক ডিমাছাই— পবিত্ৰ দিন বুলি ভাবে আৰু এই দিনাই দ্বিতীয় উছৱৰ কাৰ্য সমাধা কৰে।

ল'ৰাৰ অভিভাৱকে গাঁৱৰ মুখিয়াল ব্যক্তিক লৈ কোন তাৰিখত কইনাৰ ঘৰলৈ যাত্ৰা কৰিব আগতীয়াকৈ জনায়। সেইদিনা ল'ৰাৰ ঘৰত গাঁৱৰ মুখিয়াল ব্যক্তি আৰু মহিলাসকল গোট খায় আৰু গৃহস্থই জুডিৰে তেওঁলোকক আপ্যায়িত কৰে। এয়া তেওঁলোকক দিয়া মাননি। মাননিখিনি অৰ্থাৎ জুডি লাউ আৰু শুকতিখিনি একো একোখন পৃথক পৃথক কলপাতত সুন্দৰকৈ মেৰিয়াই তমাল আৰু বেতৰ সূতেৰে ভালকৈ বান্ধে। মাননিখিনি পাচিত স্থাপন কৰি, পুৰুষৰ বৰ কাপোৰেৰে ঢাকে। সাঁফৰ দিয়াটো মান-সন্মানৰ কথা নিহিত আছে। এয়ে ডিমাছাৰ 'লাউঠাই'। দৰাৰ সম্বন্ধীয় ভাতৃ দুজনে লাউ ঠাই কান্ধত লৈ কইনাৰ ঘৰলৈ যোৱাৰ ৰীতি আছে। সেইদিনা কইনাৰ ঘৰতো গাঁৱৰ মুখিয়ালকে আদি কৰি অনেক মানুহ গোট খাই এখন আদৰ্শনীয় সমাজ পাতে।

সঁজাতী দলক নগুলা মুখৰপৰা কইনাৰ সম্বন্ধীয় ভাতৃদ্বয়ে কান্ধত গামোচা লৈ আদৰি-সাদৰি নিয়ে। কইনাৰ পিতা-মাতাক প্ৰথমে, দ্বিতীয়তে কইনা-পক্ষৰ গুৰুজনক আৰু মান্যলোকক চৰণ চুই সেৱা জনায়। এই কাৰ্যৰ শেষত অভ্যাগত-অতিথিক ভজা মাংস আৰু জুডিৰে অভ্যৰ্থনা জনায়। জুডি আৰু ভজা মাংস দিয়াটো তেওঁলোকৰ সন্মানীয় কাৰ্য। খোৱা-লোৱাৰ অন্তত উভয় পক্ষৰ মাজত আলোচনা

কৰি স্থিৰ সিদ্ধান্তলৈ আহে। গাঁৱৰ মান্যলোকে ইয়াৰ এসপ্তাহৰপাছত দ্বিতীয়বাৰ লাউঠাই অনাৰ দিন নিৰ্দ্ধাৰণ কৰে। উল্লেখিত ডেকাদ্বয়ে পূৰ্ব্বৰ দৰে সেৱা কৰি ঘৰলৈ যায়। ডিমাছাৰ এয়ে বিবাহৰ প্ৰথম উছৱ।

***লাউঠাই নিয়া দ্বিতীয় উছৱ ঃ***

পূৰ্ব্বৰ দৰে লাউঠাই দৰাৰ পক্ষৰ মানুহে কইনা-ঘৰলৈ নিয়ে। দ্বিতীয় বাৰ দুটা লাউঠাই নিয়ে। সাধাৰণতে কইনাৰ ঘৰ এদিনৰ নিলগত থাকিব লাগে। 'গৰু কিনিবা বিংটোত, ছোৱালী আনিবা দিনটোত' এই বাক্য-বচন তেওঁলোকৰ ক্ষেত্ৰত ৰজে। একেদিনাই কইনা-ঘৰৰ পৰা ঘূৰি আহিব পৰা হ'লে, পুৱাই যাত্ৰা আৰম্ভ কৰে আৰু আবেলি ঘূৰি আহে। অৱশ্যে দূৰণিবটীয়া হ'লে দৰাৰ সম্বন্ধীয় বা চেম্ফঙৰ ঘৰত ৰাতি কটাই, পিছদিনা পুৱাই কইনাৰ ঘৰলৈ যায়। অৱশ্যে এনে যাত্ৰা কাচিৎহে দেখা যায়। এইয়ে কইনা খোজাৰ দ্বিতীয় পৰ্ব। এই পৰ্বটো খুড়া-খুড়ী, মামা-মামী আৰু আনুঃ গাঁৱৰ মান্য লোকসকল উপস্থিত থকা অতি প্ৰয়োজন।

দ্বিতীয়বাৰো সাঁজাতীক নগুলা মুখৰ পৰা আদৰি নি, আসন পাৰি ভিতৰত বহিবলৈ দিয়ে। কইনাৰ পিতা-মাতায়ো সাঁজাতীৰ ওচৰত বহে। শুভকাৰ্যলৈ অহা কইনা-ঘৰীয়া মান্যলোক আৰু মহিলাসকল দুভাগ হৈ বহে। ইয়াৰ অন্তত পূৰ্ব্বৰ পৰ্ব্বৰ দৰে দুজন ডেকাই গল-বস্ত্ৰ হৈ প্ৰথমে কইনাৰ পিতৃ-মাতৃক, দ্বিতীয়তে গুৰুজনা আৰু মান্যজনক সাষ্টাংগে পৰি সেৱা কৰে। এই কাযৰ্ত ডেকা দুজনে মাননি স্বৰূপে এচুঙাকৈ জুডি খাবলৈ পায়। দৰাৰ পক্ষৰ পৰা লাউঠাই আগ কৰাৰ পাছত, দুয়ো বিয়েয়ে শিব্ৰাইক স্তুতি প্ৰাৰ্থনা কৰে। ইয়াৰ অন্তত, যুক্তিপূৰ্ণ ফঁকৰাৰে উভয়-পক্ষৰ মাজত উত্তৰা-উত্তৰি হয়।

দৰাৰ পিতাকে কইনাৰ পিতাকৰ সমুখত লাউঠাই আগ বঢ়াই দি কয় "হাঁই....... দিনীম বাঁছাইংখে, শিব্ৰাই ৰিবানী ছাঁইং যাইবা, ... ।" অৰ্থ— 'আজি দিনটো শিব্ৰায়ে দিয়াতহে পাইছো। অমুকৰ বাপেকৰ লগত সম্বন্ধ পাতিম বুলি আহিছো দূৰ-দূৰণিৰ পৰা। আত্মীয় হম বুলি গুৰুত্বপূৰ্ণ মাত মাতিছোঁ। ৰাইজৰ আত্মীয়সকলে শুনিছে, ৰাইজৰ ডাঙৰীয়াসকলে শুনিছে।'

এনেকৈ আধা ঘণ্টা মান কথোপকথনৰ পাছত দৰাৰ পিতাকে কয়— 'সৰু সৰু শিলবোৰ অলপ সোঁতেতে উটি যায়, তদ্ৰূপ আমাৰ বাক্য যাতে উটি নাযায়, বিয়াগোম শিলক প্ৰবল সোঁতে বগৰাব নোৱাৰে, তদ্ৰূপ আমাৰ মাজত যিটো সিদ্ধান্ত লোৱা হৈছে, সেইটো যাতে উটি নাযায়। অসৎ মানুহৰ কু-মন্ত্ৰণাত যাতে আমাৰ বিয়াৰ প্ৰস্তাৱ নাকচ নহয়[৩] ।'

---

৩. ডি, পৃঃ ৫০-৫১।

বিয়েৰ এনে উত্তৰ শুনি কইনাৰ পিতাকে কয়— 'আজিৰ দিনটো আমাৰ পক্ষে বৰ শুভ দিন। আমাৰ মাজত বাইজসকল বহি সকলো কথা-বতৰা শুনিছে। যদি ঈশ্বৰে ভাল লগ্ন দিয়ে, তেন্তে কইনাৰ ভাগ্য উদয় হ'ব। তেতিয়া আমি শুভকাৰ্য সুকলমে কৰিব পাৰিম।' এই বুলি কৈ লাউঠাই আগ বঢ়াই দি, জুডি আৰু ভজা মাংস খোৱা পৰ্বৰ আৰম্ভ হয়। আপ্যায়নৰ মাজত দৰা-ঘৰীয়াই আগন্তুক বিয়াৰ কাৰ্য কৰিবলৈ পৰামৰ্শ দিয়ে। দুয়ো পক্ষৰ মাজত আলাপ-আলোচনাৰ মাজত বিয়াৰ দিন আৰু 'কাল্টি' দিয়াৰ শেষ সিদ্ধান্তলৈ আহে।

*কাল্টি প্ৰথা(গা-ধন) ঃ*

কাছাৰ, উত্তৰ কাছাৰ জিলাৰ ডিমাছাই গা-ধন লোৱাৰ প্ৰথা আছে। অৱশ্যে বৰ্তমান কাছাৰ জিলাত এনে প্ৰথাৰ শিথিলতা আহিছে। ডেমেৰা, মৌভঙা, মাটিখলা আদি গাঁৱত গৃহস্থভেদে এনে প্ৰথা লেখকে দেখা নাই। 'কাল্টি' গ্ৰহণ নকৰাটো উত্তৰ কাছাৰৰ ডিমাছাই অপমানজনক বুলি ভাবে। 'কাল্টি' প্ৰথা প্ৰচলনৰ কথাই ৪০ টা চেমফং আৰু ৪২টা জুলুৰ বন্ধনত থকাটোকে সূচায়। এনে প্ৰথা নমনাসকলক চেমফং আৰু জুলুৰ পৰা বাহিৰত বুলি ধৰে। এই প্ৰথা মতে— দৰা-ঘৰে কইনা-ঘৰক ৫০ টকাৰ পৰা ৫০০টকালৈকে গা-ধন দিয়াৰ নিয়ম আছে। অৱস্থাভেদে ১০০০টকালৈকে দাবী কৰাৰ প্ৰথা আছে। কইনা-ঘৰীয়াই দাবী কৰা মতে গা-ধন দিব নোৱাৰিলে, আগন্তুক হ'বলগীয়া বিয়াৰ স্থিৰতা নাইকিয়া হয়। অৱশ্যে বাইজে আলোচনা কৰি এটা স্থিৰ সিদ্ধান্তত উপনীত হয়। বাইজৰ সিদ্ধান্ত মানিলে, দৰা আৰু কইনা-ঘৰৰ উদ্যম পূৰাদমে বাঢ়ে।

*গুলুম গাছা নাইবা ঃ*

বিয়াৰ আগদিনা দৰা-ঘৰীয়াই কইনা-ঘৰলৈ গৈ কইনাৰ অসুখ-বিসুখৰ বাতৰি লয়। নিজ কুলৰ ভিতৰত কাৰোবাৰ অসুখ হ'লে বিয়াৰ দিন পিছুৱাব পাৰে। খবৰ ল'বলৈ অহা ব্যক্তিসকলক আদৰণি জনাবলৈ, গাঁৱৰ পূৰ্বৰ দৰে ডেকা দুজনে পিতা-মাতা, গুৰুজন আৰু মান্যজনক সেৱা জনায়। তেওঁলোকক ঘৰৰ ভিতৰত বহুৱাই, উভয় পক্ষৰ মাজত অসুখৰ খবৰ লয়। সেই দিনাখনো উভয়-পক্ষৰ মাজত নানা আলোচনা হয়। দৰা-পক্ষই কয়— 'অহা কালিলৈ দৰাক লগত লৈ আপোনালোকৰ ঘৰ পামহি। বাইজক লগত লৈ আহিলে কিবা অসুবিধা হ'ব নেকি? দৰা-ঘৰীয়াই কিবা অপমান পাব নেকি?' ইয়াকে শুনি কইনা-ঘৰীয়াই কয়— 'শিব্ৰাই'ৰ আশীৰ্বাদত আমাৰ মাজত এতিয়ালৈকে কোনো অমঙ্গল দেখা নাই। আশা ৰাখিছো তেৰাৰ কৃপাত আমাৰ মাজত অনুষ্ঠিত হ'বলগীয়া বিয়াখন কোনো অসুবিধা নোহোৱাকৈ অনুষ্ঠিত হ'ব। আমি দুখীয়া-নিছলা হ'লেও দৰা-ঘৰীয়াক গুৱা-পাণ এখন দি অভ্যৰ্থনা জনাম।'

এনেকৈ অনেক বাৰ্তালাপৰ মাজত জুডি আৰু ভজা মাংস খাবলৈ দিয়ে। ইয়াৰ অন্তত পূৰ্বৰ ডেকা দুজনে গল-বস্ত্ৰ হৈ সেৱা কৰে। এনে কাৰ্যৰ অন্তত দৰা-ঘৰীয়া ব্যক্তিসকলে কইনা-ঘৰৰ পৰা বিদায় লয়।

*দৰা কইনাক গা-ধুওৱাৰ নিয়ম ঃ*

দৰা-কইনা বহিবৰ বাবে কইনা-ঘৰত এখন ৰভা তৈয়াৰ কৰে। দৰাৰ ঘৰতো এখন ৰভা থাকে। ধনী ঘৰে ৰভা সুন্দৰকৈ আৰু দুখীয়া ঘৰে ৰভাঘৰত কলপাত দি লয়। দৰা-কইনাক গা-ধুৱাবৰ বাবে দৰা আৰু কইনাৰ ঘৰত বেই সাজে। বেইখন পূব মুৱাকৈ হ'ব লাগে। বেইৰ চাৰিটা মূৰত চাৰিটা কলপুলি পুতি, ইয়াৰ চৌপাশে লগ লগাই আমপাত বা ফুলৰ মালা আঁৰে। আমপাত মঙ্গলৰ প্ৰতীক। ফুল আকৌ সৌন্দৰ্যৰ প্ৰতীক। গা-ধুওৱাৰ ভেটি ১০/১২ছেঃ মিঃ উচ্চতাৰ হ'ব লাগে। ভেটিৰ ওপৰত পটুৱাৰ ঢাৰি বৈ দিব লাগে। এনে ঢাৰি ববলৈ, পটুৱাৰ পিঠিফালে পাঁচ বা ছয় ছেঃ মিঃকৈ ছুটিয়াব লাগে। ইয়াৰ অন্তত বাঁহৰ ঢৰাৰ দৰে বব লাগে। ঢৰাৰ পিঠিফাল ভেটিৰ ওপৰফালে স্থাপন কৰিব লাগে।

কোনোৱে বেইৰ চাৰি কোণত চাৰিটা খুঁটা(বাঁহৰ) পুতি এটা খুঁটাত চাৰি ডাল কামী এটা খুঁটাৰ পৰা আন এটা খুঁটাত সুমুৱাই ধনুভিৰীয়া কৰি লয়। দৰা-কইনাক স্নান কৰাবৰ প্ৰাক্‌মুহূৰ্তত মাহ-হালধি সানি উল্লেখিত বৰ পীৰাত বহুৱাই গা-ধুওৱা কাৰ্য সমাপন কৰে। গা-ধুওৱা পানী পূব ফালে থকা নৈ বা বিল বা পুখুৰীৰ পৰা অনা প্ৰথা আছে। কাঁহ বা পিতলৰ লোটাৰে পানী কঢ়িয়াব লাগে। ডেমেৰা অঞ্চলত স্নান কৰাওঁতে টকা-পইচা আদি সম্বন্ধীয় মানুহে উপহাৰ হিচাপে দিয়াৰ ৰীতি আছে।

*কন্যা সম্প্ৰদান ঃ*

পিতাক বা তেওঁৰ অবিহনে ককাক, খুড়াক আৰু বৰদেউতাকে কইনা সম্প্ৰদান কৰিব পাৰে। যদি কোনো নাথাকে, তেন্তে কইনাৰ সম্পৰ্কীয় কোনো পুৰুষে কন্যা সম্প্ৰদান কৰিব পাৰে। উত্তৰ কাছাৰৰ ডিমাছাই বিয়া সবাহত বামুণ লগোৱা প্ৰথা নাই। তেওঁলোকে টাই- আহোমৰ 'দেওধাই' সদৃশ বিশিষ্ট ব্যক্তিৰদ্বাৰা বিবাহ কাৰ্য্য সমাধান কৰে।

সাজ-পাৰৰ ক্ষেত্ৰত দৰাই বগা ধুতী, বগা কামিজ, বগা পাগুৰি আৰু হালধীয়া ৰঙৰ গামোচা ব্যবহাৰ কৰে। দৰাৰ লগত থাকিবৰ বাবে(দৰা বা কইনা)সখিৰ ব্যৱস্থা আছে। সখি নহ'লে ডিমাছাৰ বিবাহ কাৰ্য সমাধান নহয়।

কইনাৰ ঘৰলৈ যাত্ৰাৰ লগতে দৰাৰ আগে আগে দুজন ডেকাই বড়িয়াকৈ সজাই-পৰাই থোৱা জুলাউ দুটা আৰু ভজা মাংসৰ টোপোলা দুটা ধুনীয়াকৈ ঢাকন দি মূৰত লৈ যোৱা ৰীতি আছে। বয়সস্থ পুৰুষ-মহিলা, ডেকা-গাভৰু আৰু ল'ৰা-ছোৱালীবিলাকে

দৰাৰ পিছে পিছে যথাক্ৰমে যোৱাৰ প্ৰথা আছে। টাই-আহোমসকলৰ দৰে, বৰ-যাত্ৰীক কইনা-ঘৰৰ পদুলিত হেঙাৰ দি, টকা-পইচা দাবী কৰাৰ প্ৰথা আছে। দৰা-ঘৰীয়াই কেতিয়াবা আগচা দাবী মানি নললে দুয়ো পক্ষৰ মাজত তৰ্ক যুদ্ধত অৱতীৰ্ণ হয়। তৰ্ক যুদ্ধত অযথা পলম হ'লে বয়ো বৃদ্ধসকলে সু-মীমাংসা কৰে। ইয়াৰ অন্তত দৰা-পক্ষক আদৰি-সাদৰি আনি ৰভাৰ তলত বহুৱাৰ ৰীতি আছে।

***ৰভা- তলিত বহা ৰীতি- নীতি ঃ***

ৰভাৰ তলত মান্যবন্ত লোকসকল পত্নীৰ সৈতে যোৰে-যোৰে বহে। সোঁফালে দৰা-ঘৰীয়া গুৰুজন আৰু বাওঁফালে কইনা-ঘৰীয়া গুৰুজন বহে। এনেকৈ লানি পাতি বহা প্ৰথাক ডিমাছাই 'কামৰেণ কামবা' বোলে। কনিষ্ঠজনে বয়োবৃদ্ধ বা সম্বন্ধীয় জ্যেষ্ঠজনৰ সোঁফালে বহাৰ ৰীতি নাই। ৰভাৰ তলত ঢাৰি, পাটী, কঠ আদি স্থাপন কৰা থাকে। শৃংখলিতভাৱে সকলোৱে নিজ নিজ আসনত বহে । এনে ধৰণৰ শৃংখলিত সুন্দৰ ব্যৱস্থা লেখকে ক্ষেত্ৰাধ্যয়ন কৰি ফুৰোঁতে বৌদ্ধ ধৰ্মৰ ধৰ্মীয় অনুষ্ঠানবোৰত দেখা পাইছে। এই ক্ষেত্ৰত তেওঁলোকক শলাগিবলগীয়া। আনকি আমাৰ নামবোৰতো সমাজ বহোতে এনে ব্যৱস্থা দেখা নাযায়। বহা-মেলা কৰিবলৈ কইনা-ঘৰীয়াৰ কেবাগৰাকী ডেকা-ডেকেৰী থাকে। ডেকাই পুৰুষক আৰু ডেকেৰীয়ে মহিলাক যথা স্থানত শৃংখলাৰে বহুৱায়। বৰ্তমান ডিমাছা সমাজত এনে শৃংখলা ঠাইভেদে শিথিল হৈছে। বিয়া খাবলৈ যোৱাসকলে সাজ-পাৰ পিন্ধাৰো আদৰ্শনীয় নীতি আছে। পুৰুষে ধুতী, কামিজ আৰু পাগুৰি পিন্ধাৰ ৰীতি আছে। মহিলাই ফুলাম ৰিহা, মেখেলা, চোলা আৰু ঠাইভেদে ব্লাউজ পিন্ধে। অৰ্থনৈতিক অৱস্থাভেদে মহিলাই খাৰু, কাণফুলি, বাজু, হাৰ, চন্দ্ৰহাৰ, ডিঙিৰ মণি, থুৰিয়া, ওলমা কাণফুলি, প্ৰবাল মণি, সৰু সৰু গুটিৰ মালা, ঘূৰণীয়া ডোল, আঙঠি, সিকি পইচাৰ মুদ্ৰা, কবচ আৰু গামখাৰু পিন্ধে। যুগ পৰিবৰ্তনৰ লগে লগে অতীতৰ গধুৰ অলঙ্কাৰৰ ঠাইত পাতল অলঙ্কাৰ ব্যৱহাৰ কৰা দেখা গৈছে। এনে সাজ-পাৰে অতীজত ডিমাছাৰ জাতীয়তাবোধ জন্মাইছিল আৰু বৰ্তমানো তাক জীয়াই ৰাখিছে। এয়া সকলোৰে বাবে আদৰ্শনীয় আৰু অনুকৰণীয় বুলি ভাবো।

ৰভাত ৰাইজ বহাৰ পাছত, যথাবিহিত ৰীতি-নীতিৰে দৰাক ৰভাৰ তললৈ আনে। কন্যা সম্প্ৰদান কৰা কাৰ্যলৈ যাওঁতে দুযোৰা ডেকাই যি ভুমিকা পালন কৰে, সেই কাৰ্যও শলাগিবলগীয়া। এযোৰাই আকৌ দৰাই আঁঠু ল'বলৈ শীতল পাটী পাৰি যায় আৰু আন যোৰাই আঁঠু লোৱাৰ আগে আগে পুৰুষৰ চাদৰেৰে আঁৰ-বেৰ দি যায়। এনে কাৰ্য কৰিলে, পিছৰ মানুহে দেখা নাপায়। দৰাই ক্ৰমে কইনাৰ পিতৃ-মাতৃক, দৰা-কইনা-ঘৰীয়া গুৰুজনক, মান্যজনক আৰু শেষত সমাজক আঁঠুলৈ

মঙ্গলাশীৰ্বাদ লয়। গুৰুজনে দৰাৰ মূৰত হাতদ্বয় দি শিব্ৰাইৰ নামত আশীৰ্বাদ দিয়ে। ইয়াৰ অন্তত হাতদ্বয় আঁতৰাই দৰাক উঠিবলৈ কয়। এনেকৈ প্ৰতিবাৰ আঁঠু লোৱাৰ পাছত দৰাই আশীৰ্বাদ লয়। তেওঁলোকৰ আশীৰ্বাদ এনেকুৱা— "আমগীদাওজাং আমগাডিকে ফাগুন বাদাইনহা জায়খ্ৰি বহৰহা বনজু....।" অৰ্থ— 'অমুকজনৰ অমুকজনীৰ লগত ফাগুন দিনত চ'ত মাহৰ ৰাতি শিমলু ফুলাৰ সময়ত, অমুকজনৰ সৈতে অমুকজনীক বহুৱাইছোঁ। বংশ-পৰিয়াল মাতি, ওচৰ-চুবুৰীয়াক মাতি, ডাঙৰ চোতালখনত আসন পাৰি, ৰভাৰ তলিত আউজি(খুঁটাত) আজিৰ এই মধুৰ দিনটোত পিতৃ-পিতামহৰ সমুখত মিলন কৰাইছোঁ....।' ইয়াৰ অন্তত, দৰাই সমাজৰ চাৰিওফালে চাৰি জোপা কলপুলি ৰুই থোৱা থাপনাৰ কাষলৈ যায়। তেওঁ থাপনাৰ চৌপাশে এবাৰ ঘূৰি পূৰত থকা কলপুলি দুজোপাৰ মাজত সেৱা কৰে। এনেকৈ সাতবাৰ ঘূৰি সাতবাৰ সেৱা কৰি সমাজত বহেগৈ। এনে ৰীতি হাওৰাঘাট আৰু ডেমেৰাঞ্চলত প্ৰচলিত।

কইনা-দৰা এখন পাটীত বহি কাগজ বা ফুলৰ মালা সলনা-সলনি কৰে। অতীজত কইনাক ৰভাৰ তললৈ নানিছিল। ঠাইভেদে এনে ৰীতিৰ আজিও প্ৰচলন আছে।

ইয়াৰ পাছত আৰম্ভ হয় কইনাৰ পিতাকে, দৰাৰ পিতাকক কইনা গটাই দিয়া পৰ্ব। যাক ডিমাছাই 'যাওঁপাবা' বোলে। সম্প্ৰদানৰ আগতে কইনাৰ পিতৃয়ে মন্ত্ৰ উচ্চাৰণ কৰে। কইনাৰ হাত- ভৰি, আঙুলি আৰু বস্ত্ৰখিনি ভালে আছেনে নাই পৰীক্ষা কৰিবলৈ অনুৰোধ কৰে। কইনাই কোনো কাম কৰিব নাজানিলে, নিজৰ জীৱ নিচিনাকৈ শিকাই-বুজাই ল'বলৈ কয়। ইয়াৰ অন্তত দৰাৰ অভিভাৱকে কয়— 'শিব্ৰাই'ৰ আশীৰ্বাদত আজিৰ পৰা আপোনাৰ জীক ন-বোৱাৰী হিচাপে আঁকোৱালি ললো। ৰাইজৰ আশীৰ্বাদত আপোনাৰ জীৰ হাত, ভৰি সকলো সুস্থ আৰু সবল আছে বুলি মানি ললো। ন-বোৱাৰীয়ে তিৰোতাৰ কাম-বন কৰিব পাৰিছেনে নাই, সেই বিষয়ে কাণ-সাৰ দিয়া নাই। কাম-বন কৰিব জানিলেও আমাৰ বোৱাৰী আৰু কাম-বন কৰিব নাজানিলেও আমাৰ বোৱাৰী। ন-বোৱাৰী লক্ষ্মী স্বৰূপা, কাৰণ ভোক লাগিলে ন-কইনাই ৰন্ধা-বঢ়া কৰিবলৈ, গা-পা ধুবলৈ, কাপোৰ-কানি সলাবলৈ আৰু পিন্ধাৰ অভাব হ'লে কাপোৰ কানি বৈ ল'বলৈ আপোনা-আপুনি শিক্ষা ল'ব। এনে দৃঢ় বিশ্বাস মোৰ আছে বুলি কোৱাৰ লগে লগে 'যাওপাবা' পৰ্বৰ যৱনিকা পৰে। ইয়াৰ পিছত দৰা-কইনাক ভিতৰলৈ নিয়ে। ভিতৰত কটাৰী সলোৱা বা চাউলৰ দ'মৰ পৰা কণী বিচাৰি উলিওৱা আদি কোনো কাৰ্য নকৰে।

ইয়াৰ অন্তত ৰাইজৰ খোৱা-মেলা পৰ্ব আৰম্ভ হয়। ভাত, খাৰ-তৰকাৰি, তৰকাৰি, ভজা মাংস, মাছ, নানা বিধ দাইল আৰু বিবিধ চাট্‌নিৰে ৰাইজক অভ্যৰ্থনা জনায়। মাংসৰ আঞ্জা তিনিখন বনায়, যথা— গাহৰি, বুৰুশ আৰু দাউনো। যাৰ যি ইচ্ছা হয়,

তেওঁ তেনে ধৰণৰ আঞ্জা খাব পাৰে। ইয়াৰ বাদেও জুৰ প্ৰচলন অত্যাধিক দেখা যায়। লেখকে ক্ষেত্ৰাধ্যয়নৰ সময়ত ন-ভঙাৰ জয়মল বৰ্মনৰ ভাতৃৰ বিয়া এখনত অংশ গ্ৰহণ কৰিবলৈ সুযোগ পাইছিল। বিয়াত দৰা-ঘৰে ১০০ কিঃ গ্ৰাঃ মাছ, ১৭টা ছাগলীৰ মাংস আৰু ২০০ কিলো চাউলৰ মদ বনোৱা দেখা পাইছিল। অৱশ্যে চহকী ঘৰৰ বিয়াৰ খাদ্যৰ লগত দুখীয়া ঘৰৰ খাদ্যৰ পৰিমাণ তুলনা হ'ব নোৱাৰে। কাৰ্বি আংলং আৰু নগাওঁ জিলাত বসবাস কৰা ডিমাছাৰ বিয়া সমাজত খাদ্যৰ পৰিবৰ্তন ঘটিছে। দৰা-ঘৰে অনা ভজা মাংস আৰু জুডিক দৰা-ঘৰীয়াৰ জুডি-মাংস বুলি(কইনা ঘৰত) ৰাইজক অলপ অলপ দিয়ে। ইয়াতেই শুভ-বিবাহৰ মূল কাৰ্য সামৰণি পৰে।

বিয়াত দৰা-কইনাক পৃথক পৃথককৈ ৰান্ধি খুৱায়। দৰা-কইনা বহি থকা কোঠাত আবাল-বৃদ্ধ-বনিতাই কইনাৰ পৰা তামোল-পাণ এখন খুজি খায়। তেওঁলোকক দিবৰ বাবে বিড়ি, চিগাৰেট আৰু চফ আদিও সংগ্ৰহ কৰি ৰাখে। আলহী-অতিথিক আপ্যায়িত কৰাৰ অন্তত্ দৰাই কইনাক লগত লৈ গৃহলৈ যায়। সাধাৰণতে ডিমাছাৰ বিবাহ-কাৰ্য দিনৰ বাৰ বজাৰ ভিতৰত অনুষ্ঠিত কৰে। এই সময়খিনিত দৰা-কইনাৰ যুগ্ম জীৱন মধুৰ হয় বুলি বিশ্বাস কৰে।

*শান্তি পূজা ঃ*

বিয়াৰ দিনা সন্ধিয়া ওজা এজন আহি ৰাজহাঁহ বা কুকুৰা বলি দি, শান্তি পূজা পাতে। চোতালত 'বাৰবা'ৰ লগত পূজা দিয়ে। পূজাত ব্ৰাই-শিব্ৰাইক স্তুতি কৰা হয়। হৈ যোৱা বিয়াত কোনোৱে শত্ৰুতা আচৰণ কৰিলে, যাতে দৰা-কইনাৰ কোনো অমঙ্গল নহয়, তাৰ বাবে প্ৰাৰ্থনা জনায়। বলিৰ মাংসৰে আঞ্জা বনায়। দৰা-ঘৰত থকা আলহীয়ে জুডি খায় আৰু ইয়াৰ অন্তত মাংসৰে ভোজ-ভাত খায়।

উত্তৰ কাছাৰৰ ডিমাছা সমাজত ফুলশয্যাৰ ৰীতি নাই। ঠাই ভেদে বিয়াৰ দিনা কইনা-ঘৰতে ফুলশয্যাৰ ব্যৱস্থা আছে। পাছদিনা কইনা থকা কোঠালৈ দৰাক নিয়া হয়। ইয়াকে 'ডিছেংবা' বোলে। ডিছেংবাৰ দিনা কইনা-ঘৰত ৰাইজে খাবৰ বাবে আয়োজন কৰা জুডি আৰু ভজা মাংস উভৈনদী হয়। খোৱা পৰ্বৰ পাছত, কইনা-ঘৰত থকা গুৰুজনক সেৱা-সৎকাৰ কৰে। ইয়াৰ অন্তত দৰাৰ সমনীয়া বন্ধু-বান্ধৱসকলক কইনাৰ কোঠালৈ নিয়ে। তেওঁলোকে কইনাৰ লগত চা-চিনাকি হৈ দুঘণ্টামান ৰং-তামাচা কৰে। ইয়াৰ শেষত তেওঁলোকক জুডিৰে অভ্যথৰ্না জনায়।

*দৰাৰ ঘৰলৈ উভতি যোৱা কাৰ্য ঃ*

উত্তৰ কাছাৰৰ ডিমাছাই অ-যুগ্ম বাৰত অৰ্থাৎ তিনি, পাঁচ বা সাত দিনৰ পাছত শুভবাৰ চাই দৰাৰ ঘৰলৈ যায়। অৱশ্যে কোন দিনা যাত্ৰা কৰিব, সেই কথা আগতীয়াকৈ জনায়। দৰা-কইনাৰ জন্ম দিন, দেওবাৰ বা বৃহস্পতিবাৰে যাত্ৰা কৰা নিষেধ। সাধাৰণতে দিনটোৰ ভিতৰতে ঘূৰি অহাৰ নিয়ম আছে। সেইদিনা দৰা-ঘৰত সম্বন্ধীয় বহুতো

মানুহ কইনা চাবলৈ আহে। দৰা-ঘৰে নানাবিধ মাংসৰে ভাত আৰু জুডি খাবলৈ দিয়ে।

দৰা-ঘৰলৈ উভতি যোবাৰ পাছত আকৌ কইনাৰ ঘৰলৈ অহাৰ প্ৰথা আছে। এইয়ে 'ফিৰাচা'। অৰ্থাৎ কম দিনৰ (তিনি, পাঁচ বা সাত) বাবে যোৱা বুলি কয়। কইনাৰ ঘৰত তিনি, পাঁচ বা সাত দিন থকাৰ পাছত দুনাই দৰাৰ ঘৰলৈ যায়। ইয়াতেই বিবাহ কাৰ্য সম্পূৰ্ণ হৈছে বুলি ধৰি লয়। এই কাৰ্য শেষ কৰাৰ পাছত দৰা-কইনা য'তে ত'তে থাকিব পাৰে। দৰাৰ ঘৰত 'মাইয়াওফা' নামে এটি অনুষ্ঠান পাতে। সেইদিনা কইনাক দৰাৰ কুললৈ তোলে।

*ঠাইভেদে বিবাহৰ ৰীতি - নীতি ঃ*

কাছাৰৰ ডিমাছাই 'ছান্দি দাং ছেংবা' আৰু এবাৰ লাউঠাই লৈ যোবাৰ বাহিৰে, অন্যান্য কাৰ্য দ্বাদশ আদিত্য ব্ৰাহ্মণৰ দ্বাৰা সমাধা কৰে। মঙলাচৰণৰ পৰা আৰম্ভ কৰি চতুৰ্থ মঙল বৌ-ভাতলৈকে সকলো ক্ৰিয়া কাৰ্য বঙালীসকলৰ দৰে সম্পন্ন কৰে। এইসকলৰ বিবাহ কাৰ্য ৰাতিহে অনুষ্ঠিত হয়। বাংলা ভাষাৰে বিয়া গীত গায়। বঙালী অনুকৰণত পতা বিয়াত কাল্টি প্ৰথাৰ অৱসান ঘটাইছে। হাতী, ঘোঁৰা, গাড়ী আদি যান-বাহনৰে দৰা-কইনা ঘৰলৈ যোবা আৰু পিছদিনা উভতি অহা প্ৰথা আছে। বিয়াৰ পিছদিনা ফুলশয্যাৰ ব্যৱস্থা আছে। জুডিৰ প্ৰচলন নাই। অৱশ্যে ভাত-আঞ্জা খোৱাৰ ৰীতি আছে। অধুনা ডেমেৰা, বকলীয়া, হাওৰা-ঘাট আদি ঠাইত ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহৰ দৰে বিয়া পতা দেখা গৈছে।

ডিজুৱা অঞ্চলত ছান্দি, লাউঠাই আৰু কাল্টি প্ৰথাৰ প্ৰচলন আজিও আছে। বিবাহ কাৰ্য ৰাতিহে অনুষ্ঠিত হয়। এই অঞ্চলৰ মানুহে ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহৰ দৰে বিয়া নাম গায়। ঠায়ে ঠায়ে আকৌ কাছাৰৰ দ্বাদশ আদিত্য ব্ৰাহ্মণৰ যজমানি প্ৰচলন আছে। মহাৰাজ কৃষ্ণচন্দ্ৰই গয়া, নবদ্বীপ, কামাখ্যা আদি ঠাইলৈ গৈ, বাৰ ঘৰ এনে ব্ৰাহ্মণ ৰজাৰ ঘৰত যজমানি কৰিবলৈ আনিছিল। তেওঁলোকৰ উত্তৰ পুৰুষে আজিও যজমানি কৰি আছে।

*ঘৰ - জোঁৱাই ৰখা প্ৰথা ঃ*

উত্তৰ কাছাৰৰ ডিমাছাই কিছুমান দৰাক পিতাকৰ গৃহলৈ নপঠিয়াই, নিজৰ ঘৰতে ৰখাৰ প্ৰথা আছে। জোঁৱায়েকে শহুৰেকৰ ঘৰত এবছৰ মান থকাৰ পাছত, জোঁৱায়েকে নিজে বা শহুৰেকৰ সাহাৰ্য্যত, শহুৰেকৰ বাৰীতে ঘৰ সাজে। এনে ঘৰতে স্ত্ৰী-জোঁৱাই বসবাস কৰে। এয়ে 'নগৰ্দাইং' প্ৰথা। ঘৰ লোৱাৰ দিনা ৰাতি নতুন গৃহস্থীখনৰ মঙ্গলৰ হকে এটি অনুষ্ঠান পাতে। এনে অনুষ্ঠানত ভাত-আঞ্জা আৰু জুডিৰে নিমন্ত্ৰিত অতিথিসকলক অভ্যৰ্থনা জনায়। হোজাইয়ে হাঁহ বা কুকুৰা বলি-বিধান দিয়ে আৰু ভগৱানক স্তুতি প্ৰাৰ্থনা কৰে। এইয়ে 'মাঈয়াফা' পৰ্ব। এই পৰ্বত শহুৰেকে পাৰ্যমানে

সহায় কৰে। সেই বছৰৰ পৰা জোঁৱায়েকে নিজা ৰবীয়াকে খেতি কৰে। অৱশ্যে নতুন বছৰৰ ঝুম্ খেতিৰ ধান উঁৱালত নুসুমুৱালৈকে, শহুৰেকে জোঁৱাই-জীক খাদ্য যোগান ধৰে।

*পুনৰ বিবাহ কাৰ্য ঃ*

কাৰ্বিসকলৰ দৰে ডিমাছা সমাজতো বিবাহ বিচ্ছেদ হোৱা মতা-তিৰোতা, বিধবা-ৰবলাই পুনৰ বিবাহ পাতিব পাৰে। সন্তান-সন্ততি বেছি থকা লোকে পুনৰ বিবাহ নাপাতে। স্বামী-স্ত্রীৰ মাজত এৰা-এৰি হ'লে, উভয়ৰ মাজত ল'ৰা-ছোৱালী থাকিব পাৰে। প্রকৃত বিবাহৰ দৰে পুনৰ বিবাহত আড়ম্বৰতা নাই। গাঁৱৰ মুখিয়াল ব্যক্তি কেইজনমান আৰু গাওঁবুঢ়াক আমন্ত্রণ কৰি সমাজ পাতে। উপস্থিত ব্যক্তিসকলক জুডি আৰু মাংসেৰে আপ্যায়িত কৰে। বৰ্তমান কাছাৰ জিলাত পুনৰ বিবাহ প্রথা বিলুপ্তি পথত অগ্রসৰ হৈছে। গাৰোসকলে 'চাংচিছ' আনচিখা' নীতিমতে বংশ পৰম্পৰাগত তেজৰ সম্পৰ্ক ৰক্ষাৰ বাবে স্বামীৰ আপোন ভাতৃ বা 'মাহাৰী'ৰ তৰফৰ পৰা সম্বন্ধীয় জীক চপাই লয়।

*বিবাহ বিচ্ছেদ ঃ*

দৰা-কইনাৰ মাজত মনোমালিন্য হ'লে তেওঁলোকে নিজ নিজ অভিভাৱকৰ ওচৰত বিচ্ছেদৰ বাবে প্রার্থনা জনায়। পিতা-মাতা বা অভিভাৱকে বুজাই-বঢ়াই মিলাবলৈ যত্ন কৰে। মিলা-মিলি নহলে 'হোজাই'ক মণ্ডলামণ্ডল চোৱায়। হোজাইৰ মণ্ডল মতে জী-জোঁৱাইৰ পিতা-মাতাই, ভূত-পূজা, দেও-পূজা, শান্তি-পূজা, মন্ত্র-পঢ়া আৰু পানীয়ৰ ব্যৱস্থা কৰে। এনে কৰাৰ পিছতো যদি মিলা-মিলি নহয়, তেন্তে বিচ্ছেদ ঘটাবলৈ দম্পতীয়ে প্রার্থনা কৰে; এয়ে 'চিৰাণ'। সেয়ে দম্পতীয়ে দম্পতীৰ ওচৰ-চুবুৰীয়া মাতি "মেল" বহুৱায়; এয়ে 'পলিচ'। মেলে বিচাৰ কৰি, দম্পতীৰ ইচ্ছানুসৰি বিচ্ছেদ হোৱাত ৰায় দিয়ে।

সন্তান-সন্ততি থাকিলে, ল'ৰাক পিতাকে আৰু ছোৱালীক মাকে পোৱা ৰীতি আছে। মেলৰ বিচাৰ মতে দোষীয়ে ৫০ টকাৰ পৰা ২০০ টকালৈকে দণ্ড ভৰে। দোষীয়ে দোষ স্বীকাৰ নকৰিলে শপত খোৱাৰ প্রথা আছে। ডিমাছাৰ শপত খোৱাৰ সুন্দৰ ব্যৱস্থা আছে। কাৰ্বিসকলে বিবাহিতা কইনা দৰা- ঘৰলৈ উভটি নাহিলে বিবাহ বিচ্ছেদ হৈছে বুলি গণ্য কৰে। এইক্ষেত্রত কাৰ্বিৰ জোঁৱায়েকে এলাউ হৰলাং(মদ) শহুৰেকক খাবলৈ দি বিবাহ বিচ্ছেদ স্থায়ী কৰে⁴। উল্লেখযোগ্য যে, ডিমাছাসকলৰ বিবাহ উছৱত মুৰুী(পেঁপা) আদি বাদ্যযন্ত্র বজোৱা লেখকৰ চকুত পৰা নাই ।

---

৪. থগৈ, লোকেশ্বৰ, ডিমাছা সংস্কৃতিৰ ৰূপৰেখা, ২য় খণ্ড।



# খাম্‌তিসকলৰ বিবাহ পদ্ধতি

চন্দ্ৰ মানচে্‌

অসমৰ অন্যান্য জনগোষ্ঠীসমূহৰ দৰেই খাম্‌তিসকলৰ মাজতো স্বকীয় ৰীতি-নীতি অনুসৰি বিবাহ কাৰ্য সম্পন্ন কৰা হয়। সাধাৰণতে খাম্‌তিসকলৰ পৰিয়ালত বিবাহৰ বাবে উপযুক্ত ল'ৰা বা ছোৱালী থাকিলে তৃতীয় পক্ষ, অৰ্থাৎ— আত্মীয়স্বজন, বন্ধু-বান্ধৱ নাইবা ঘটকৰ জৰিয়তে পাত্ৰ-পাত্ৰীৰ সন্ধান কৰি নীতি অনুসৰি আগবঢ়া হয় যদিও ল'ৰা-ছোৱালীৰ নিজা পচন্দ মতেও বিবাহ কাৰ্য সম্পন্ন কৰা হয়।

সমাজতাত্ত্বিক দৃষ্টিভঙ্গীৰে চালে খাম্‌তি সমাজত প্ৰাজাপত্য, গান্ধৰ্ব, অসুৰ ৰাক্ষস আদি বিভিন্ন প্ৰকাৰৰ বিবাহৰ প্ৰচলন আছে। খাম্‌তি সমাজত বহুবিবাহৰ প্ৰচলনত বাধা নাই যদিও কোনো পুৰুষে দুগৰাকী পত্নী বিয়া কৰোৱাৰ উদাহৰণ নাই বুলিলেও হয়। খাম্‌তি সমাজত 'ৰৰভাৰ' দিয়া অনুষ্ঠানটোক 'থাম চপ থাম খাম' বা 'ফাক য়ন চাৱ' বোলা হয়। 'ফাক' মানে টোপোলা বা শৰাই 'য়ন' মানে খোজা আৰু 'চাৱ' মানে কন্যা।

এই 'ৰৰভাৰ' দিয়া অনুষ্ঠানত এখন ডাঙৰ শৰাইত ১৪টকা(১ খান) বা ১০০ টকা (১ চয়অন) বা ১৪০ টকা(১ চয় লৌ) তামোল-পাণ, চাৰিটা বা ছয়টা কুকুৰাৰ কণী, আৰৈ চাউল অলপ সাতখন পাতেৰে মেৰিয়াই দৌল আকৃতিৰ বনাই সাতডাল তমালেৰে ওলোটাকৈ পকাই বগা কাপোৰেৰে মেৰিয়াই কেইটামান বেজিৰে চিলাই কৰি শৰাইখনত দৌল আকৃতিৰে সজাই দৰা-ঘৰৰ এজন মনোনীত কটকীয়ে(চাও পাছাই) সম্মিলিত দৰা-কইনা ঘৰৰ দ্বাৰা আমন্ত্ৰিত ব্যক্তিৰ সমুখত কইনা-ঘৰৰ মুৰব্বীজনলৈ আগবঢ়াই দিব লাগে। আন এখন শৰাইত তামোল-পাণ, কেঁচা তামোলৰ এটি নিখুঁত থোক(খাওটোম = কৌ-পাত বা তৰা-পাতত দিয়া পিঠা ৩০০/৪০০ টা, বিভিন্ন মিঠাই, গাখীৰ আদিৰ সহ, নিম্ন বংশৰ হ'লে ১৪ × ৩ টকা আৰু উচ্চ বংশৰ হ'লে ১৪ × ৫ টকা, কইনা-ঘৰলৈ আগবঢ়ায়। ইয়াৰ উপৰিও কইনা-ঘৰলৈ দৰা-ঘৰৰ পৰা বিভিন্ন শৰাই আগবঢ়োৱা হয়। যেনে— (১) গুন পি- নংক(কইনাৰ আত্মীয়-কুটুমৰ বাবে বিচৰা শৰাই— ইয়াত ৫০০ টকাৰ পৰা ৩০০০/৪০০০ টকালৈ কইনা-ঘৰে দাবী কৰে। (২) গুন না চাও প'লুও/ যুইমাও লুওটা— কইনাৰ মোমায়েকে

দিবলগীয়া ধন— ৫০০ৰ পৰা ২০০০ টকা পৰ্য্যন্ত। (৩) ঙন চেন হো তাংকা— গা-ধন— ১৪০ টকা বা ২৮০ টকা। (৪) ঙন চাও পানাং খাম— উপবিষ্ট ৰাইজক দিবলগীয়া ধন— প্ৰায় ৫০০ টকা। এই টকা উপবিষ্ট ৰাইজক বিলাই দিয়ে আৰু ৰাইজে ব্যক্তিগতভাবে নিয়া উপহাৰ কইনাক অৰ্পণ কৰে। উক্ত শৰাইসমূহ দিয়াৰ পাছত ৰাইজৰ সমুখত কইনাক দৰা-ঘৰৰ পৰা আঙঠি বা কোনো সোণৰ অলঙ্কাৰ পিন্ধাই দিয়া হয়। লগে লগে এঘৰৰ জীয়ৰী আন ঘৰৰ বোৱাৰী হয়। পৰস্পৰৰ মাজত কথা চিঙা- কটাৰ পাছত ৰূপ এক টকা আৰু তামোল-পাণ এটাৰে পূৰ্বতে পত্তা শৰাইখন ভঙা হয়। ইয়াক 'থট বান খাই' বোলা হয়। ইয়াৰ পাছত কইনা-ঘৰৰ ফালৰ পৰা দৰা-ঘৰীয়াসকলক আপ্যায়ন কৰা হয়।

*'খাও চপ খাও খাম':*

দৰা-ঘৰীয়া লোকসকলক শুশ্ৰূষা কৰাৰ পাছত কইনাই দৰা-ঘৰৰ কটকীক বস্ত্ৰ-টকা- পইচা, তামোল-পাণেৰে উপহাৰ দি সেৱা জনায়। শেষত কইনাৰ ককায়েকক এশ চল্লিশ টকা আৰু তামোল-পাণ দি দৰা-কইনাই সেৱা কৰে।

*'চুকমু কিন খাও' ( দৰা-কইনা ভাত খোৱা) :*

উপস্থিত ৰাইজে দৰা-কইনাই সেৱা কৰা অৱস্থাত ফুল, আখৈ ছটিয়াই, এঁৱা সূতা বান্ধি দীৰ্ঘায়ু হ'বলৈ আশীৰ্বাদ দিয়ে। এই সমগ্ৰ প্ৰক্ৰিয়াটোত কইনাৰ গা-ধনকে আদি কৰি বহু ধনৰ আৱশ্যক হোৱালৈ চাই সমাজ শাস্ত্ৰীয় দৃষ্টিৰে এই বিবাহক 'কইনা-মূল্য' বিবাহৰ শাৰীতো ৰাখিব পাৰি। সাধাৰণতে এই 'য়ন চাও'(বৰভাৰ) দিয়া কামত যথেষ্ট সময়ৰ দৰকাৰ হয়। সেইকাৰণে বহু ক্ষেত্ৰত অন্য এটা শুভ দিন ধাৰ্য কৰি মানুহক ভোজ-ভাত খুৱাই ছোৱালী উলিয়াই দিয়াৰ নিয়মো প্ৰচলিত আছে। তেনেকুৱা অনুষ্ঠানত কইনাৰ ঘৰত বৌদ্ধ ভিক্ষুৰ উপস্থিতিত বৌদ্ধ ধৰ্মৰ 'পঞ্চশীল' দীক্ষিত কৰি কন্যা সম্প্ৰদান কৰা হয়। খামতি সমাজত কইনা উলিয়াই দিয়া 'লগণ' আৰু দৰা-ঘৰত কইনা উঠোৱা 'লগণ' গুৰুত্বসহকাৰে পালন কৰা হয়। কইনা উলিয়াই দিয়াৰ মুহূৰ্তত কইনাৰ পেহীয়েক, বায়েক, খুড়ীয়েক আদিয়ে কইনাক মাত লগায় আৰু কইনাই এবাৰ মাত লগায়। খামতি সমাজত কইনাক 'লখিমী'ৰ লগত তুলনা কৰা হয়। বিশ্বাস আছে যে কইনাই এবাৰ মাকক মাতিলে ঘৰৰ লখিমী ঘৰতে বৈ যায়। কইনাক উলিয়াই দিয়াৰ মুহূৰ্তত কইনাই ঘৰলৈ ঘূৰি চাব নাপায়। কইনাক বৰযাত্ৰীৰ লগত আগবঢ়াই দিয়াৰ সময়ত কইনা-ঘৰৰ মানুহে ঢাল, যাঠী, বন্দুক, পোহৰ আদি লৈ আহে। কইনাৰ লগত অহা যাত্ৰীসকলক বৰযাত্ৰীয়ে ঘৰৰ পদূলিমুখ পোৱাৰ লগে লগে তামোল-পাণৰ শৰাই দি দৰাৰ ঘৰলৈ আদৰি অনাৰ নিয়ম। দৰাৰ ঘৰত কইনা

প্ৰৱেশ কৰাৰ মুহূৰ্ততে কইনাক দুৱাৰ বা জখলা মুখ(খাম্‌তিসকলৰ পৰম্পৰাগত চাংঘৰলৈ উঠা খট-খটিৰ সমুখ)ত ৰখাই 'লিক আওমিন চাও'(কইনা উঠোৱা গীত/পাঠ) কটকীয়ে পাঠ কৰাৰ পাছত জখলাত, বিৰিণা গছত সাত পাক দি বান্ধি থোৱা এঁৱা সূতা চিণ্ডি কইনা পাৰ কৰাই ধানৰ টোম, চাউলৰ পাচিত হাত দি, পানীভৰ্তি কলহত হাত ভৰাই কলহত থকা সোণৰ অলঙ্কাৰ বা মুদ্ৰা কইনাক ল'বলৈ দিয়া হয়। তাৰ পাছত শিলত ভৰি দিয়াই কইনাক ভিতৰলৈ নিবলৈ, পুত্ৰ-কন্যা মৃত্যু নোহোৱা কোনোবা এগৰাকী তিৰোতাক ভাৰ দিয়া হয়। কইনাই শিলত ভৰি দিলে ভৱিষ্যত জীৱন শিলৰ দৰে মজবুত হয় আৰু এঁৱা সূতা চিণ্ডি আহিলে অপ-দেৱতা বোধ কৰে বুলি খাম্‌তিসকলৰ মাজত লোক-বিশ্বাস আছে।

এনেদৰেই সহজ-সৰল আৰু শান্তিপূৰ্ণভাৱে জীৱন নিৰ্বাহ কৰি অহা খাম্‌তিসকলৰ মাজত বিবাহৰ মাধ্যমেৰে সাংসাৰিক জীৱনৰ পাতনি মেলা হয়।



# টাই ফাকে বিবাহ সংস্কৃতিৰ এটি আলোকপাত

ডিপেথৌন গোহাঁই

প্ৰকৃতিৰ চিৰন্তন সত্য পাকচক্ৰ লয়ৰ ক্ৰম যোজনাত মিলন আলিঙ্গন, অৰ্থাৎ— সৃষ্টি -সংযোজন । যাক বৈবাহিক অৰ্থৰে প্ৰকাশ কৰিব পাৰি। বৈবাহিক নামাকৰণৰ প্ৰসঙ্গত জাতি ভেদে নীতিৰ বৈষম্যতা আছে যদিও শুভ বিবাহৰ ভাৱাৰ্থত সকলোৰে সমঅৰ্থৰে বুজোৱা হয়।

অসমীয়া পৰম্পৰাগত বৈবাহিক সংস্কৃতি অনুদিতৰ আলোকপাতেৰে টাই ফাকেসকলৰ 'আও-লুং-ছাও' বা 'আও-লুং-মেই' অৰ্থৰে বুজোৱা হয়। 'আও-লুং-ছাও' সমাহাৰ শব্দৰ 'আও' প্ৰতিশব্দৰ অৰ্থ 'অনা বা লোৱা', 'লুং' মানে 'নমা', 'ছাও' অৰ্থ 'ছোৱালী'। এই সমাহাৰ শব্দৰ অনুদিত ভাবাৰ্থ হ'ল— ছোৱালী নমাই অনা। নমাই অনা শব্দৰ তাৎপৰ্য্যই টাই ফাকেসকলৰ চাং-ঘৰ সংস্কৃতি সু-স্পষ্ট নিদৰ্শন। শুভবিবাহৰ কাৰোবাৰ জী বা ছোৱালী কইনাৰূপে সজ্জিত কোনোবাৰ নিৰ্দিষ্ট পুত্ৰ শুভক্ষণৰ দৰাৰূপে হ'ব পৰা সঙ্গিনী, চাং-ঘৰৰ পৰা নমোৱাই অনা কাৰ্যৰ সমানুপাতে টাই ফাকেসকলৰ 'আও লুং ছাও' বিবাহ নামাকৰণ সুস্পষ্ট ভাবে বুজোৱা হৈছে। ঠিক এইদৰে 'আও- লুং-মেই' সমাহাৰ শব্দৰ 'আও' আৰু 'লুং' প্ৰতিশব্দৰ অৰ্থ পূৰ্বে উল্লেখিত অৰ্থৰে বুজায়; আৰু 'মেই' শব্দৰ অৰ্থ 'ঘৈণী' বা 'স্ত্ৰী'। অৰ্থাৎ হ'ব পৰা ঘৈণী তুল্য চাঙৰ পৰা নমাই অনা অৰ্থৰে সূচায়। গতিকে টাই ফাকেসকলৰ 'আও-লুং-ছাও' বা 'আও-লুং-মেই' শুভ বিবাহৰ মান্য অৰ্থত বুজাবলৈ 'আও-লুং-ছাও' নামাকৰণেই প্ৰযোজ্য হয়।

টাই ফাকে বৈবাহিক মিতিৰালিৰ বাবে সাধাৰণতে ল'ৰাৰ পৰিয়ালৰ পৰা আৰম্ভ হয় বুলি ক'ব পাৰি। প্ৰকৃতিৰ অৱদানৰ পুৰুষ আৰু স্ত্ৰীৰ স্বাভাৱিকতা অসমানুপাত বৈষম্যতাৰ গুণা-গুণ প্ৰমাণিত স্বৰূপ। পুত্ৰৰ বয়স বাঢ়ি যোৱাৰ লগে লগে পুত্ৰ-জীৱনৰ সঙ্গীৰূপে হ'ব পৰা সমভাগীৰ অৰ্দ্ধাঙ্গিনী হিচাপে মনে ধৰা ছোৱালী এজনী বিচৰাৰ নৈতিক দায়িত্ব সম্পূৰ্ণ মাক-দেউতাকৰ ওপৰত ন্যস্ত থকাৰ দৰে টাই ফাকেসকলৰো এই পৰম্পৰা নীতি বৰ্তি আছে। আজিৰ আধুনিকতাৰ পৰশত জীৱন সঙ্গীৰ সমাহাৰ সময় সাপেক্ষে কৰবাত কিবা কাৰণত বিজুটি ঘটিছে যদিও মাক-দেউতাকৰ মান্যতাৰ

নীতি ফাকেসকলৰ জাতীয় জীৱনত ম্লান পৰা নাই। তেওঁলোকৰ বৈবাহিক প্ৰথা তিনি প্ৰকাৰে ভাগ কৰিব পাৰি। প্ৰথম প্ৰথা ৰূপে দুয়ো পক্ষৰ পিতৃ-মাতৃ, ল'ৰা আৰু ছোৱালী তিনিওৰে সন্মতিক্ৰমে হোৱা বিবাহক নৈতিক প্ৰথা বুলি কব পাৰি। দ্বিতীয়টো হ'ল— মাক-দেউতাকৰ অমতত দুই প্ৰণয়ী ল'ৰা আৰু ছোৱালীৰ মাজত বন্ধুত্ব-প্ৰীতি ৰঙতেই সঙ্গিনীৰূপে বিবাহ হয়। আনহাতে টাই ফাকে লোকৰ সমাজত বাধ্যতামূলক নীতি বিবাহ প্ৰচলিত নোহোৱা নহয়। কেতিয়াবা কোনো অনিবাৰ্য কাৰণত সমুখীন হোৱা জটিলতাত নিবন্ধ নীতিৰ দ্বাৰা বিবাহ অনুষ্ঠিত হয়।

নৈতিকতা প্ৰথা অনুসাৰে টাই ফাকেসকলৰ ল'ৰাৰ পিতৃ-মাতৃৰ গোপন অনুসন্ধানৰ সুযোগতে সময়মতে ল'ৰাজনৰ যদি কোনো মনে ধৰা ছোৱালী থাকে, আৰু যদি ল'ৰাজনৰ লগত ৰাহি আছে, তেতিয়া পৰিয়ালৰ কোনোবাৰ যোগেদি সংযোগ ঘটায়। সংযোগত ছোৱালীজনী আৰু ছোৱালীৰ মাক-দেউতাক যদি সন্মত হয়, তেতিয়া ল'ৰাৰ মাক-দেউতাক নতুবা সম্বন্ধৰ কোনোবাৰ হতুৱাই ছোৱালীজনীৰ পিতৃ-মাতৃৰ ঘৰত কৌ-পাতেৰে বন্ধা চাদাৰ মান্য টোপোলা এটা থোৱন কাৰ্যৰে সম্পন্ন কৰে। এই টোপোলা দুয়ো পক্ষৰ বিশ্বাস আৰু শ্ৰদ্ধাৰ সম্বলিত, এটা সম্পদৰ সাক্ষৰিত প্ৰতিশ্ৰুতি। জোখৰ চাদাৰ টোপোলাৰ মূল্য বৰ বেছি নহয় যদিও প্ৰতীক ৰূপে উচ্ছেদ কৰিব নোৱাৰা, ই যেন এটা ভেটি। এই ভেটিয়েই তেওঁলোকৰ নিৰ্দিষ্ট ল'ৰাজনৰ প্ৰতি নিৰ্দ্ধাৰিত মনে ধৰা ছোৱালীজনীৰ অনাগত নিৰ্দিষ্ট এটা দিনৰ শুভমিলনৰ প্ৰাৰম্ভণি বুলি ধৰা হয়।

টাই ফাকেসকল বৌদ্ধ - ধৰ্ম্মাৱলম্বী। বৌদ্ধ ধৰ্ম্মৰ বছৰেকৰ মাহাৰী পূৰ্ণিমাৰ পৰা আহিনী পূৰ্ণিমা, ত্ৰৈমাসিক বৰ্ষাবাসৰ মহত্ব ৰাখি সামাজিকভাৱে বিয়া, সভা, মাঙ্গলিক কাৰ্য আদি নিষিদ্ধ নীতিৰে পালন কৰে। ইয়াৰ উপৰিও 'নৌন কাম', 'নৌন' মানে মাহ, 'কাম' মানে নিষেধ। অসমীয়া কেলেণ্ডাৰ হিচাপত পুহ সমমাহ টাই ফাকেসকলৰ সামাজিক দায়বদ্ধ সম্পূৰ্ণ নেপায় অৰ্থৰে মানি চলে। বিয়াৰ নিমন্ত্ৰিত মান্য-সংযোগ ৰূপে জাতি ভেদে ভিন্ন প্ৰকাৰ নিমন্ত্ৰণীৰ নীতি প্ৰচলন হয় যদিও সৰু সৰু কৌ-পাতেৰে বন্ধা চাদাৰ টোপোলাৰে নিমন্ত্ৰণৰ সংযোগত টাই ফাকে লোক সংস্কৃতি নীতিৰ উজ্জীৱিত হৈ থকা এক বিশেষত্ব বুলিব পাৰি। বিয়াৰ নিৰ্দ্ধাৰিত দিনৰ আগতে কৌ-পাতেৰে বন্ধা সৰু সৰু টোপোলাৰে ঘৰৰ গৰাকীয়ে গাঁৱৰ ঘৰে ঘৰে গৈ নিৰ্দিষ্ট দিনত 'আও-লুং-ছাও' অৰ্থাৎ শুভবিবাহ সম্বোধনেৰে সকলোৰে উপস্থিতি আৰু পৰম আশীৰ্বাদৰ পত্ৰৰে নিমন্ত্ৰণ জনায়। তেওঁলোকে জ্যোতিষী বিদ্যা গণনা লোক বিশ্বাসেৰে মানি চলে। জ্যোতিষ গণনাৰে ধাৰ্য কৰি দিয়া অনাগত দিনৰ দীৰ্ঘ আয়ুস বাসনাৰ হ'ব পৰা দৰাৰ ৰাহি- গ্ৰহৰ আমোক ৰবীয়া বোৱাতী বা আয়তী নিমন্ত্ৰণ,

বিশেষ ব্যক্তিৰূপে স্থান পায়। টাই ফাকেসকলৰ বৈবাহিক সম্বন্ধৰ আন গুৰুত্ব নিবন্ধ কৃষ্টি হ'ল— 'পা-ছুম্' মানে টেঙা মাছ। পৰম্পৰাগত কৃষ্টি-সংস্কৃতিৰ খাতিৰত বিয়াৰ নিৰ্দ্ধাৰিত ১০/১২ দিন আগতে 'পা-ছুম্' কৰায়। আদিতে বিবাহৰ প্ৰয়োজনীয় সামগ্ৰী দুয়ো পক্ষৰ ভিতৰত দৰাৰ দায়িত্ব মুখ্য আছিল। যুগৰ পৰিৱৰ্তনৰ বাবে পৰম্পৰা নীতি বৃত্তৰ পৰা হেৰুৱাই দিব লগা হৈছে যদিও কইনা-পক্ষৰ বাবে প্ৰয়োজনীয় চাউল-পাত-সামগ্ৰী আংশিক হ'লেও দৰা-পক্ষই যোগান ধৰিব লগা সংস্কৃতিৰ নীতি ৰূপে বৰ্ত্তি আছে। শুভ বিবাহৰ ক্ষণত গ্ৰাম্য সমাজ ৰূপে তেওঁলোকৰ খোৱা-বোৱা ভোজনৰ আজিৰ নিৰিখ আগৰ সময়ৰ দৰে নাই বুলি ক'ব পাৰি।

নিৰ্দিষ্ট দিনৰ দোক্‌মোকালি পুৱাকেই 'য়া-পা-ছুম' শুভবিবাহৰ প্ৰাৰম্ভণি কাৰ্য বুলি ক'ব পাৰি। আইতাহঁতে দৰাৰ ঘৰত উৎসৱ পৰিৱেশেৰে সমৱেত হয়। 'য়া-পা-ছুম' যোগিক শব্দৰ 'য়া' প্ৰতিশব্দৰ অৰ্থ হ'ল— 'ভঙা'। আনটো 'পা' শব্দৰ অৰ্থ মাছ; 'ছুম' মানে 'টেঙা'। তাৰমানে 'টেঙা-মাছ-ভঙা' অৰ্থাৎ শুভ বিবাহৰ কাৰ্য মুকলি কৰা বুজায়। শুভ ক্ষণত সমবেত বাহি-যোৱা বোৱাতী বা আইতাই নিৰ্দেশিত দিশ মুখে টেঙা মাছৰ টোম ভাঙুনৰ কাৰ্য আৰম্ভ কৰে। মুকলি কাৰ্যৰ লগে লগে আইতাহঁতে দৰা আৰু কইনা মিলনৰ বিয়া নাম গাই সুখী বাসনাৰ আশীৰ্বাদ স্মৰণ কৰে আৰু কৌ-পাতেৰে সৰু সৰু ভাগৰ টোপোলা বন্ধা হয়। সেই ক্ষণতে ফুলৰ শৰাইৰ সৈতে সৰু টোপোলাৰ এটা ভাগ ঘৰ-দেৱতালৈ অন্তঃকৰণেৰে আগবঢ়ায়। পাছত সৰু টোপোলাবোৰ সমবেত হোৱা সকলো আইতাক বিলোৱা হয়। মুহূৰ্ততে আগতীয়াকৈ ধাৰ্য কৰা শুভক্ষণৰ বাহি-যোৱা বোৱাতী বা আইতাৰ হাততেই বন্ধনৰ প্ৰথম জুই ধৰাও তেওঁলোকৰ পৰম্পৰা বুলি ক'ব পাৰি। পাছত কইনা-পক্ষৰ বাবে আটোম-টোকাৰিকৈ মাছৰ টোম, চাউল-পাত আদি সামগ্ৰী হোৱাত ভৰাই লৈ যোৱা কাৰ্য্যত দুই পক্ষৰ মাজত হ'ব লগা বিবাহৰ পাতনি মেলে। ডেকা-ছোৱালীহঁতে বিবাহৰ সামাজিকতা যথা নীতি অনুসাৰে প্ৰীতি, আনন্দ-উৎসৱেৰে ৰন্ধা-বঢ়া কাম সমাধা কৰে। এইদৰে ঘৰৰ গৰাকীয়ে সমাজৰ ডেকা-গাভৰুৰ সহযোগত আমন্ত্ৰিত সকলো বাইজক সাদৰেৰে সম্ভাষণ জনাই ভিন্ন ব্যঞ্জন আহাৰৰ সৈতে লাহি চাউলৰ টোপোলা-ভাত, টেঙা মাছৰ আঞ্জাৰ ভোজেৰে আপ্যায়িত কৰে ।

টাই ফাকেসকলৰ বৈবাহিক প্ৰথাৰ কটকীৰ সুভাষ অপূৰণীয়। দৰা আৰু কইনা মিলনৰ সমন্বয়ত কটকীয়েই আদি। শুভমিলনৰ সকলো কৰ্ম পালন কটকীৰ দ্বাৰাই সম্পন্ন কৰে। আন কথাত কটকীয়েই শুভবিবাহ সংযোগৰ সৰ্বে-সৰ্বা লোক। তেওঁলোকৰ বিবাহৰ শুভদিন— ৰাতি পৰৰ ১২টা সময়লৈ নিৰ্দ্ধাৰিত হয়। কটকীয়ে নিৰিখ সময়ৰ আগতে সুকলমে ভোজনৰ সেৱা-শুশ্ৰুষাত সন্তুষ্টি লভ্যৰ বাবে তদাৰক

কৰে। সাধাৰণতে টাই ফাকেসকলৰ ন-কইনা, দৰা-ঘৰৰ চলন ৰাতি ভাগতেই স্থাপন হয়। আদিতে কইনাই পৰিয়ালৰ কোনো লোকৰ ঘৰত থকাৰ নিয়ম আছিল যদিও আজিৰ শুভবিবাহৰ কইনা নিজ পিতৃ-মাতৃৰ ঘৰতেই থাকে। ন-কইনাৰ সোণ-ৰূপৰ অলঙ্কাৰ পৰিবেশনৰ সেই তাহানিৰ তেওঁলোকৰ পৰম্পৰা সংস্কৃতি নৈমিত্তত স্বকীয় কৃষ্টিৰ 'নাং-ৰাত্-পো-চোং'; ছিন নাই, মাইখাত্-হৌ- খাম্, লাং-চপ্, ছ্যই ভুন পৰিবেশনে ন-কইনাৰ সুভাষ পৰিলক্ষিত হয়। শুভমিলন সংযোগ সম্বন্ধত টাই ফাকেসকলৰ কইনাৰ পক্ষই উচ্চ। গতিকে শুভ বিবাহৰ ক্ষণত বিয়াৰ সুকলমে সমাধাৰ বাৰ্তা, দৰাৰ পক্ষৰ বাবে মান্য টোপোলাৰ মাধ্যমেৰে সম্পন্ন কৰে। অসমীয়া পৰম্পৰা সমাজৰ লগ্ন বা হোম পোৰাৰ দৰে কোনো নীতি নাই। যদিও ৰাতিৰ সময় পলম নহ'বৰ বাবে নিৰিখ প্ৰয়োজন উপহাৰ আগবঢ়াৰ জ্ঞাতাৰ্থে নিবেদিতেৰে অনুৰোধ কৰে। টাই ফাকেসকলৰ কইনাৰ সম্বন্ধ পূজ্য ব্যক্তি যেনে— ককা-আইতা, পিতৃ-মাতৃ, দদাই- খুড়ীদেউ, ককাই, পেহা-পেহী, মোমাই আৰু বাইজ। দৰাৰ পক্ষই মান্য সাপেক্ষে ৰূপৰ সৈতে ফুলৰ শৰাই উপহাৰ ৰূপে দিয়া নীতি আছে। ইয়াৰ উপৰিও বৈবাহিক নীতিৰ 'ৱান খাই' মানে 'কণী বান কাঁহী' (চাৰিটা সিদ্ধ কণী বান কাঁহী, আনটোত চাৰিটা কেঁচা কণী বান কাঁহী), এটা শৰাইত 'ভুন-চয়্ লৌং', মানে 'এটা ১৪০ টকা' আৰু আনটো শৰাইত 'ভুন খান্-লৌং' মানে 'এটা ১৭ টকা' বাইজক মান্য উপহাৰ হিচাপে দিয়া ফাকে লোক সংস্কৃতিৰ বৈশিষ্ট্য বুলি ক'ব পাৰি। এই সকলো প্ৰয়োজনী সামগ্ৰী ৰূপ, কণী, ফুলৰ শৰাই নিৰ্দ্ধাৰিত সময় মতে যোগান ধৰি দৰাক সহধৰ্ম্মী জাকৰ সৈতে কটকীয়ে কইনা-ঘৰলৈ আগবঢ়াই নিয়ে। পাছত কটকীয়ে বাইজৰ অধীনেৰে পৰম্পৰা সন্মানিতে কইনা ভিক্ষা নীতি গাথাৰে অনুৰোধ জনায়। শেষত কটকীয়ে লৈ যোৱা 'ৱান খাই, 'ভুন-চয়', ভুন খান আৰু ফুলৰ শৰাই নিৰিখ পূজ্য ব্যক্তি সকলোলৈকে ভাগে ভাগে আগবঢ়াই দিয়ে। পাছত সম্ৰমেৰে কইনাৰ পিতৃ-মাতৃয়ে দৰা-কইনাৰ হাতত এমুঠি চাউল দি একেলগে বহুৱাই, দুয়ো মিলনৰ সুখী জীৱন বাসনাৰ আশীৰ্বাদেৰে 'ফি-নাম'(ঘৰ-দেৱতা) লৈ সেৱা কৰি এখনি শৰাই আগবঢ়ায়। পাছত পিতৃ-মাতৃ আৰু বাইজ পৃথককৈ মঙ্গল-সূত্ৰ শুদ্ধিকৰণ বগা সূতাৰে দৰা-কইনাৰ হাতত বান্ধি শুভ-মিলনৰ সুখ-সমৃদ্ধি, দীৰ্ঘ আয়ুস জীৱন কামনাৰে আশীৰ্বাদ দি কইনা-ঘৰৰ শুভবিবাহৰ কাৰ্য্য সমাপ্ত ঘটায়।

কইনা-কন্যীয়াৰ বাইজে বুজনিৰ মাজেৰে সুকলমে কইনাক আগবঢ়াই নিয়াৰ আদেশ দিয়ে। সমাপ্ত ঘটা দৰা-কন্যীয়া বিদায়ী ক্ষণত, কইনা-কন্যীয়াৰ দৰা-ছোৱালীইতে জাকৰ পৰা তেওঁলোকৰ লগৰীয়া এজনী এৰি দিব লগা হোৱাত যেমেলীয়া কথা বিনিময়ৰে দৰা-কন্যীয়াক আগভেটি হুলস্থূলীয়া ৰং-ৰহইচ টাই ফাকেসকলৰ মাজত

প্ৰচলিত আছে। আগভেটা দৰা-ছোৱালীহঁতৰ মন সন্তুষ্ট লভাৰ বাবে দৰা-ফলীয়াই পাণ-তামোল-মছলা, কিঞ্চিৎ মান্য অৰিহণা দি সেৱা কৰে। পাছত দৰা-ফলীয়াই বিনীত নিবেদনেৰে 'মা-হাও-লৌই', মা-হাও-লৌই অৰ্থাৎ— আহক, আহক নম্ৰ সম্ভাষণেৰে কইনাক আদৰি আনে। ফাকেসকল গ্ৰাম্য সমাজৰূপে, সামাজিক শুভ বিবাহৰ কইনাক ঘৰৰ চাঙৰ পৰা আদৰি অনা ডেকা-ডেকেৰীৰ এক অপূৰ্ব ৰং-ৰহইচ পৰিৱেশৰ উৎসৱে উদুলি-মুদুলি হয়। আন জনগোষ্ঠী নীতিৰ দৰা আৰু কইনা একেলগে বহি বা সমিল-মিলে খোজত অহাৰ দৰে, টাই ফাকে লোকৰ নহয়। যদিও দৰাৰ-ফলীয়াই কইনা-ফলীয়া জাকৰ আগত থাকি সমিল-প্ৰীতিৰে কইনাক আগবঢ়াই আনে। ফাকেসকলৰ বৈবাহিক কাৰ্যত ন-ছোৱালী আৰু দৰা, যুগ্ম-জীৱনৰ দৰাৰ পদুলিত ন-খোজ লওঁতে দৰা-আৰু কইনা পলম হ'লেও থমকি ৰৈ যাব লগা হয়। একেলগে থিয় হৈ, দৰাৰ পৰিয়ালৰ জ্যেষ্ঠ দুজনী আইতাৰ হাতত 'খ-জা'ৰে শুদ্ধিকৰণ নীতি আছে। 'খ-জা'ৰ 'খ' প্ৰতিশব্দৰ অৰ্থ খকুৰি; অপদেৱতা; 'চা' মানে ভাগ অংশ। তাৰ মানে অপদেৱতাৰ ভাগত আগতীয়াকৈ বাঁহৰ টঙাৰেৰে সজোৱা সজা আকাৰ বা টোমত অলপ ভাত-আঞ্জা, ফল-মূল ইত্যাদিৰে সাজু কৰি ৰাখে। কইনা আৰু দৰা আহি পোৱাৰ লগে লগে, পাৰ্থিৱ জগতৰ অপ-দেৱতা, ভূত-প্ৰেত, অশুভ-অশুয়া, লোক বিশ্বাস ভাৱধাৰা প্ৰতিকাৰৰ বাবে 'খ-চা'ৰে খণ্ডণ কৰি ন-ছোৱালী শুভ লখিমী যুগ্ম-জীৱনৰ চিৰ-কালৰে শান্তি স্থায়ী আশিস দি ঘৰৰ ওপৰলৈ সাদৰেৰে আগবঢ়াই আনে। লগে লগে ঘৰৰ গৰাকীয়ে শ্ৰদ্ধাৰে 'ফি-হৌন'(ঘৰ-দেৱতা)ক ন-ছোৱালী চিৰ-শান্তি দীৰ্ঘ আয়ুস আশীৰ্বাদ কামনাৰে চাউল ছটিয়াই সম্ভাষণ জনায়। ন-ছোৱালীৰ হাতত আইতাহঁতে শুদ্ধিকৰণ সূতাৰে বান্ধি সকলো ৰাইজৰ আশীৰ্বাদ সেৱা কৰে। আগতীয়াকৈ উপ(শৰাই)ত সাজু কৰি ৰখা যুগ্মজীৱনৰ পিতৃ-মাতৃ উপহাৰ স্বৰূপ সামৰ্থ সাপেক্ষে আ-অলঙ্কাৰ, সাজ-পোছাক, খাদ্যৰ এটোপোলা ভাতৰ সৈতে কণী, ন-ছোৱালী ঘৰৰে লখিমী অন্তঃকৰণেৰে দিয়া নীতিও আছে। অৱশেষত কইনা-ফলীয়াৰ সকলো ৰাইজক জা-জলপান বা ভাত আঞ্জাৰ ভোজেৰে আপ্যায়িত কৰি বিদায়ী নিৰ্জনতা পৰিৱেশৰ মাজেৰে বিবাহৰ সমাপ্তি ঘটে।

অসমৰ সজীৱ হৈ থকা বাৰেৰহণীয়া সংস্কৃতি নীতিৰ টাই ফাকেসকল অন্যতম। ফাকেসকলৰ পিতৃ প্ৰধান সমাজ ব্যৱস্থা ভিন্ন প্ৰধান জনগোষ্ঠীলোকৰ বৈবাহিক নীতি নিমিলাৰ দৰে টাই ফাকেসকল পিতৃ প্ৰধান হেতু, মাতৃ পৰিয়ালৰ মামা-মামী, পেহা-পেহীৰ ছোৱালী আনিব পৰা বিবাহৰ সম্বন্ধ নীতি আছে। ফাকেসকলৰ বৈবাহিক নীতিৰ আন বৈশিষ্ট হ'ল— দৰা আৰু কইনাৰ শোৱা কোঠালি, ন-কইনাৰ ন-কাপোৰ একাদি সমন্বয়ৰে ন-দৰাৰ নতুন বিচনাত পাৰি দিয়া আমোদজনক মধুৰ শুভ মিলনৰ

প্ৰতীক। ন-কইনাৰ হাতত সূতা বন্ধা আৰু আশীৰ্বাদ পাত্ৰৰ পৰিসমাপ্তিত ওখল-মাথল, বং-বহইচৰ মাজেৰে কইনাৰ মা-দেউতাহঁতে যোগাৰ কৰি দিয়া ন-বিছনা কাপোৰৰ ওপৰত দবাৰ বাবে আগতীয়াকৈ যোগাৰ কৰি থোৱা ন-বিছনাৰ কাপোৰ, ৰাহি বোৱাতীৰ হাতেৰে পৰিপাটিকৈ পাৰি দিয়া সৃষ্টিৰ সংযোজন বস্ত্ৰ বিছনাই, টাই ফাকেসকলৰ শুভমিলনৰ বৈষম্যতা কৃষ্টি-সংস্কৃতিৰ নীতি অব্যাহত, অন্যতম তাৎপৰ্যৰে আকৰ্ষিত কৰি তোলে। আজিৰ ধাৰাবাহিক নিবন্ধ উৎপত্তি বৃত্তাকাৰ গতিত, হেৰুৱাই যাব লগা পুৰণিৰ পৰম্পৰা সংৰক্ষিত আন্দোলনৰ, টাই ফাকেসকলৰ উমৈহতীয়া বৈবাহিক নীতিৰ সংস্কৃতি আলোকপাতৰ মাজেৰে সজীৱ হৈ থকা বাঞ্চনীয়।



# টাইফাকেসকলৰ বিবাহ পদ্ধতি

পেইম থি গোহাঁই

*পাতনি ঃ*

টাইফাকেসকল অসমত বসবাস কৰা এটি ক্ষুদ্ৰ জনগোষ্ঠী। বৃহৎ টাইগোষ্ঠীৰ এটি ঠাল টাইফাকেসকল অসমলৈ আহে ১৭৭৫ চনত। তাৰ পূৰ্বে তেওঁলোক বৰ্তমান উত্তৰ ম্যানমাৰৰ হুকং উপত্যকাত কেইবা শ বছৰ ধৰি স্বাধীনভাৱে ৰাজ্য শাসন কৰিছিল। বৰ্তমানে অসমৰ ডিব্ৰুগড় জিলাৰ নাহৰকটীয়া আৰু তিনিচুকীয়া জিলাৰ মাৰ্ঘেৰিটা, লিড়ু, জাগুন আদি অঞ্চলত টাইফাকেসকল বসবাস কৰে আৰু তেওঁলোকৰ জনসংখ্যা প্ৰায় দুহাজাৰ। এই অঞ্চলত থকা টাইফাকে গাঁওসমূহ হ'ল— নামফাকে গাঁও, টিপামফাকে গাঁও(নাহৰকটীয়া), বৰফাকে গাঁও, মান্ ম' গাঁও, নংলাই গাঁও, লংফাকে গাঁও(মাৰ্ঘেৰিটা), মৌং লাং(লিড়ু), নিংগাম গাঁও(টিৰাপ), ফানেং গাঁও(জাগুন) আদি। ইয়াৰ উপৰিও অৰুণাচলৰ চাংলাং আৰু লোহিত জিলাত কিছুসংখ্যক টাইফাকে লোক বসবাস কৰে। এই গাঁওসমূহ প্ৰতিষ্ঠা কৰা আগলৈকে প্ৰব্ৰজন কৰি তেওঁলোকে বৰ্তমান অৰুণাচলৰ নংতাও, শদিয়া, যোৰহাটৰ সমীপৰ দিঁচে, অৰুণাচলৰ নামচিক, মাৰ্ঘেৰিটাৰ ইংলং, টিৰাপমুখ, টিপলিং আদি ঠাইতো কিছু বছৰৰ বাবে বসবাস কৰিছিল।

*বিবাহ সংস্কৃতি ঃ*

টাইফাকেসকল সাংস্কৃতিকভাবে অতি চহকী এটি জনগোষ্ঠী। জনসংখ্যাৰ ফালৰ পৰা কম হ'লেও তেওঁলোকে এতিয়াও নিজৰ ভাষা চৰ্চা অব্যাহত ৰাখিছে। তদুপৰি অন্যান্য লোকাচাৰ, উৎসৱ, গীত-মাত, সাজ-পাৰ, খাদ্যভ্যাস আদিৰ ফালৰ পৰাও নিজৰ স্বকীয়তা বজাই ৰাখি আহিছে। টাইফাকেসকলৰ  সাংস্কৃতিক ঐতিহ্য প্ৰতিফলন ঘটে তেওঁলোকৰ বিবাহ পৰম্পৰাত। বিবাহ পৰম্পৰাত কেৱল পৰম্পৰাগত ৰীতি-নীতিয়েই প্ৰতিফলন ঘটে এনে নহয় তাৰ লগে লগে বৈশিষ্ট্যপূৰ্ণ সাজ-পাৰৰো পূৰ্ণ প্ৰতিফলন ঘটে। বিবাহ অনুষ্ঠানক টাইফাকেসকলে যথেষ্ট গুৰুত্ব দিয়া দেখা যায়। সেইবাবে প্ৰত্যেক পৰিয়ালে বিবাহ আয়োজনৰ ক্ষেত্ৰত পৰম্পৰাক সম্মান কৰি আয়োজন কৰিবলৈ যত্ন কৰে।

*টাইফাকেসকলৰ বিবাহ পৰম্পৰা ঃ*

টাইফাকেসকলৰ বিবাহ পৰম্পৰাক কেইবাটাও ভাগত ভাগ কৰিব পাৰি । যেনে— (ক) সামাজিক বিবাহ আৰু (খ) পলুৱাই নিয়া বিবাহ। সামাজিক বিবাহক আকৌ তিনি

ভাগত ভাগ কৰিব পাৰি। প্ৰথম ব্যৱস্থাটোত সমাজৰ সকলোৱে উপস্থিতিত সম্পন্ন হয়। দ্বিতীয় পদ্ধতিত পৰিয়ালৰ সদস্য আৰু আত্মীয়-কুটুম্বৰ উপস্থিতিত কিছুমান বিবাহ সম্পন্ন কৰা হয়। তৃতীয় ব্যৱস্থাত দৰাই কইনাৰ ঘৰলৈ জোঁৱাই উঠে। সেইফালৰ পৰা টাইফাকে সমাজত চাৰি ধৰণৰ বিবাহ দেখিবলৈ পোৱা যায়।

*(ক) সামাজিকভাৱে হোৱা বিবাহ ঃ*

এই বিবাহ পদ্ধতিত প্ৰথম অৱস্থাত দৰা-ঘৰে কইনা বিচাৰি আনুষ্ঠানিকভাবে এটি টোপোলা অৰ্পণ কৰে। টোপোলাটোত বগা কাগজৰ ভিতৰত সামান্য ধপাত বন্ধা হয়। (কইনা ঠিক কৰাৰ ক্ষেত্ৰত দৰা-কইনাৰ সন্মতিক গুৰুত্ব দিয়া হয় আৰু কেতিয়াবা ঘৰখনৰ বয়োজ্যেষ্ঠসকলে পৰস্পৰৰ মাজত আলোচনা কৰি ঠিক কৰে) । কইনা-ঘৰে টোপোলাটো গ্ৰহণ কৰিলে বিবাহৰ বাবে ঠিক হোৱা বুলি ধৰা হয়। টোপোলা গ্ৰহণ কৰাৰ পিছত ছোৱালী অন্য ল'ৰালৈ পৰিয়ালে বিয়া দিলে বা ছোৱালী নিজে পলাই গ'লে গুৰুতৰ সামাজিক অপৰাধ বুলি ধৰা হয়। এই ক্ষেত্ৰত টোপোলা দিয়া পৰিয়ালটোক ছোৱালী-ঘৰে জৰিমনা ভৰাৰ ব্যৱস্থাও আছে। টোপোলা দিয়া আৰু গ্ৰহণ কৰাৰ পিছত ল'ৰা আৰু ছোৱালীৰ ঘৰে পৰস্পৰে আলোচনা কৰি বিয়াৰ দিন-বাৰ ঠিক কৰেঁ। সাধাৰণতে বিয়াৰ দিনাৰ কইনা-ঘৰৰ সকলো খৰচপাতি দৰা-ঘৰে বহন কৰে(কেতিয়াবা কইনা-ঘৰে সেয়া নিবিচাৰে)। সেইবাবে তাৰ তদাৰক আৰু অন্যান্য প্ৰয়োজনীয় যোগাযোগৰ বাবে দৰা-ঘৰে এজন বা দুজন কটকী নিয়োগ কৰে। তেৱেঁই বিবাহ সম্পন্ন নোহোৱালৈ সকলো খবৰ তথা যোগাযোগ ৰাখে। অৱশ্যে বিবাহ দিনৰ আগদিনা কইনা-ঘৰত সমবেত হোৱা মানুহৰ আপ্যায়ন কইনা-ঘৰে নিজে কৰে।

বিবাহৰ দিনা পুৱাই কইনা সজাবলৈ দৰা-পক্ষৰ ফালৰ পৰা কইনাৰ সাজ-পাৰ, গহনা আদিকে ধৰি প্ৰয়োজনীয় অন্য বয়-বস্তু নি কইনাৰ ঘৰত উপস্থিত হয়(একেখন গাঁৱত হ'লে দৰা-পক্ষই ঘৰৰ পৰাই যায়, অন্য গাঁৱৰ হ'লে দৰা-পক্ষই আগদিনাই গৈ বাহৰ পাতেগৈ)। উপস্থিত হৈ কইনাক পৰম্পৰাগত সাজেৰে সজোৱায়। কইনাক পিন্ধাবলৈ ব্যৱহাৰ কৰা চাদৰখন হ'ল— 'নাংৱাত পজুং'। সম্পূৰ্ণ মুগাৰে এই কাপোৰ বৈ উলিওৱা হয়। কইনাই এই সাজ কাপোৰ লোৱাটো একপ্ৰকাৰ নিয়ম (আৰ্থিকভাৱে দুৰ্বল পৰিয়ালে উক্ত কাপোৰ সংগ্ৰহ কৰিব নোৱাৰিলে বিবাহৰ দিনত ব্যৱহাৰৰ বাবে ধাৰে লোৱাও দেখা যায়) । কইনাক সজোৱাৰ সময়ছোৱাত দৰা-ঘৰে যোগান ধৰা 'পাচৌম'(টেঙা মাছ), বিশেষভাৱে টাইফাকে সমাজতে প্ৰচলিত আৰু তেওঁলোকে পৰম্পৰাগত পদ্ধতিৰে টেঙা মাছ বা 'পাচৌম' প্ৰস্তুত কৰে। ইয়াক প্ৰস্তুত কৰিবলৈ কমেও এসপ্তাহৰ প্ৰয়োজন হয়। সেইবাবে বিবাহৰ দিনৰ এসপ্তাহৰ আগতে তাক প্ৰস্তুত কৰা হয়। টোপোলা কৰি উপস্থিত ৰাইজক বিলায় আৰু কইনাৰ ঘৰত ৰান্ধি আপ্যায়ন কৰে। ৰাতিপুৱাৰ আনুষ্ঠানিকতা সমাপ্ত কৰি দৰা-পক্ষ উভতি যায়।

তাৰ পিছত দিনটো দুয়োঘৰতে অভ্যাগতসকলৰ আপ্যায়ন চলি থাকে। এই ক্ষেত্ৰত কইনা-ঘৰৰ ভাত সাজো দৰা-ঘৰৰ পৰা যোগান ধৰা হয়। (অৱশ্যে কেতিয়াবা বুজাবুজিৰ ভিত্তিত কেঁচা সামগ্ৰীও যোগান ধৰা হয়, যদিও যোগান ধৰিবই লাগিব বুলি ধৰাবন্ধা নিয়ম নাই। দুয়োঘৰে বুজাবুজিৰ মাজেৰে তাক ঠিক কৰে।)

সন্ধিয়া দৰা-পক্ষৰ ফালৰপৰা কইনা আনিবলৈ নিৰ্দ্ধাৰিত কিছু মানুহ যায়। এই ক্ষেত্ৰত কটকীয়ে বিশেষ ভূমিকা পালন কৰে। দৰাৰ পক্ষই কইনা-পক্ষক মান ধৰিব লাগে। কইনা-ঘৰৰ 'ঘৰ দেৱতা'— 'চাও ফি নাম', পৰিয়ালৰ মুৰব্বীৰ বাবে শৰাই আগবঢ়োৱা হয়। এই শৰাইত চাৰিটাকে কণী দিয়া হয়। 'চাও ফি নাম'ৰ বাবে কেঁচা আৰু পৰিয়ালৰ বাবে সিজোৱা কণী দিয়া হয়। তদুপৰি কইনা-ঘৰত আত্মীয় অন্য জ্যেষ্ঠ সদস্যসকলৰ বাবেও মান ধৰা হয়। এই ক্ষেত্ৰত কইনাৰ দেউতাকৰ পৰিয়াল, কইনাৰ মাকৰ পৰিয়াল, মোমায়েক, কইনাৰ বিয়া নোহোৱাকৈ কোনো জ্যেষ্ঠা ভগ্নী থাকিলে মান ধৰা হয়। এইবোৰ মান ধৰিবলৈ একোখন শৰাই একোজনকৈ দৰাৰ লগত যাব লাগে। ফলত কেতিয়াবা দৰাৰ দল বহু ডাঙৰ হৈ পৰে। যথা সময়ত তেওঁলোকে সমদল কৰি যায়। কইনাৰ ঘৰত উপস্থিত হৈ দৰা-পক্ষক নেতৃত্ব কৰি যোৱা লোকজনে সমাজৰ আগত বিবাহৰ কথা সদৰি কৰি যথাৰীতি মান আগবঢ়ায়। এইক্ষেত্ৰত কইনা-ঘৰ তথা সমাজৰ কোনো আপত্তি নাথাকিলে কইনাক উলিয়াই আনি সমাজৰ আগত দৰাৰ কাষত বহুওৱা হয়। তাৰ পিছত প্ৰথমতে কইনাৰ মাকে দৰা-কইনা উভয়কে সূতাৰে হাতত বান্ধি আশীৰ্বাদ কৰে। পিছত পৰিয়াল, আত্মীয়স্বজন সকলোৱে একে পদ্ধতিৰে আশীৰ্বাদ দিয়ে।

টাইফাকেসকলৰ বিবাহ পদ্ধতিত কইনা, দৰাৰ লগত যোৱাৰ নিয়ম নাই। সকলো আনুষ্ঠানিকতা শেষ কৰি দৰা আগতীয়াকৈ যায়গৈ। পিছত কইনা-পক্ষই কইনাক দৰাৰ ঘৰত থৈ আহে। দৰা নাথাকিলেও অৱশ্যে দৰা-পক্ষৰ অন্য লোকসকলে কইনা-পক্ষক লগে লগে আগবঢ়াই আনে আৰু বাটে বাটে আপ্যায়ন কৰি আহে। সাধাৰণতে বিবাহ দিনটোতেই কইনাক দৰা-ঘৰত উপস্থিত কৰোৱাব লাগে। অৰ্থাৎ নিশা বাৰ বজাৰ আগতেই কইনা-ঘৰৰ পক্ষই কইনাক লৈ দৰাৰ ঘৰত উপস্থিত হয়। কইনা উপস্থিত হোৱাৰ লগে লগে পদুলিত পৰম্পৰাগতভাৱে আদৰা হয় আৰু ঘৰত উপস্থিত হোৱাৰ পিছতো ঘৰত পূৰ্ব-পুৰুষৰূপে মানি অহা 'দেৱতা' 'চাও ফি নাম'ক ঘৰৰ নতুন সদস্যৰ আগমনৰ বিষয়ে অৱগত কৰে। তাৰ পিছত দৰা-পক্ষই কইনাৰ লগত অহাসকলক আপ্যায়ন কৰে। কইনাৰ ঘৰ একেখন গাঁৱত হ'লে নিশাতেই কইনা-পক্ষ ঘূৰি যায় আৰু দূৰৈৰ হ'লে পুৱাৰ লগে লগে উভতি যায়। তেওঁলোক সকলোকে দৰা-পক্ষৰ ফালৰ পৰা নামমাত্ৰ মাননি দিয়াটো নিয়ম।

(খ) ***পৰিয়ালৰ উপস্থিতিতে সম্পন্ন হোৱা বিবাহ ঃ***

বিভিন্ন কাৰণত কেতিয়াবা পৰিয়ালৰ সদস্যৰ মাজতে বিবাহ কাৰ্য সম্পন্ন কৰা হয়। সাধাৰণতে দৰা বা কইনা-পক্ষই সমূহ ৰাইজক আপ্যায়ন কৰিবলৈ অসমৰ্থ হ'লে বা খুব কম সময়ৰ ভিতৰতে বিবাহৰ আয়োজন কৰিবলগীয়া হ'লে বা আন যিকোনো কাৰণত দৰা আৰু কইনা-পক্ষই পৰস্পৰৰ বুজাবুজিৰে কেৱল পৰিয়াল তথা আত্মীয়-কুটুম্বৰ উপস্থিতিত বিবাহ আয়োজন কৰা হয়। এই ক্ষেত্ৰত দৰা-পক্ষই কইনা-পক্ষক আপ্যায়ন সামগ্ৰী যোগান ধৰা, 'পাচৌম' আদি যোগান কৰা পৰম্পৰাবোৰ বাদ পৰে। অৱশ্যে ঘৰৰ পূৰ্ব-পুৰুষ, দেৱতা আৰু পৰিয়ালৰ বাবে কণী যুক্ত বাতি আগবঢ়োৱাৰ নিয়ম মানি চলা হয়। সকলো নীতি-নিয়ম আনুষ্ঠানিকতা সম্পন্ন হোৱাৰ পিছত কইনাক দৰাৰ ঘৰলৈ পঠিয়াই দিয়া হয়।

(গ) ***ঘৰ-জোঁৱাই উঠা বিবাহ ঃ***

টাইফাকে সমাজত ঘৰ-জোঁৱাই উঠা প্ৰথা প্ৰচলিত হৈ আহিছে। এই বিবাহ প্ৰথাক 'খৌন খৈ' বোলা হয়। এই ব্যৱস্থাটোতো সামজিক বিবাহ প্ৰথাৰ দৰেই সকলো আয়োজন চলে। কিন্তু দৰা-পক্ষই কইনা-ঘৰলৈ আহি সমাজৰ জ্যেষ্ঠসকলৰ উপস্থিতিত বিবাহ কাৰ্য সম্পন্ন কৰাৰ পিছত দৰা-কইনাৰ ঘৰতে থাকি যায়। সাধাৰণতে কইনা-ঘৰৰ বিশেষ অসুবিধা হ'লেহে এনে বিবাহৰ প্ৰস্তাৱ দিয়া হয় আৰু দৰাৰ সন্মতিত আয়োজন কৰা হয়।

(ঘ) ***পলুৱাই নি কৰা বিবাহ ঃ***

বৰ্তমান সময়ত টাইফাকে সমাজত প্ৰচলিত এটি বিবাহ প্ৰথা হ'ল পলুৱাই নি কৰা বিবাহ। সাধাৰণতে ল'ৰা-ছোৱালীয়ে পৰস্পৰক ভাল পালে কিন্তু ঘৰৰ কোনো পক্ষ সন্মত নহ'লে ল'ৰাই-ছোৱালী পলুৱাই লৈ বিবাহ পাতে। কেতিয়াবা আকৌ দুয়ো পক্ষৰ সন্মতি সাপেক্ষেও এনে বিবাহ কাৰ্য সম্পন্ন হয়। বিবাহৰ বাবে সঠিক দিন বা নহ'লে তাৎক্ষণিকভাৱে ৰাইজক অভ্যৰ্থনা কৰিবলৈ অসুবিধা হ'লে বা আন যিকোনো কাৰণত দুয়ো পক্ষৰ জ্ঞাতে ল'ৰাই ছোৱালী পলুৱাই নিয়ে। তেনেক্ষেত্ৰত ল'ৰা-পক্ষই লগে লগে ছোৱালী নিয়াৰ বিষয়ে ছোৱালীৰ পৰিয়াল আৰু সমাজক(সাধাৰণতে গাঁও বুঢ়াক) অৱগত কৰে। তাৰ বাবে পৰিয়াল তথা সমাজে বান্ধি দিয়া জৰিমণা ল'ৰা-পক্ষই দিব লাগে। বিবাহৰ ক্ষেত্ৰত জৰিমণা ধৰাৰ একক হ'ল 'জয়'। এক 'জয়'ৰ পৰিমাণ ১৪০ টকা। সেই হিচাপেহে জৰিমণা দিয়া হয় বা মান ধৰা হয়। ছোৱালী পুলৱাই আনি বিবাহ কাৰ্য সম্পন্ন কৰিলেও পিছত যিকোনো সময়ত দুয়ো পক্ষই আনুষ্ঠানিক বিবাহৰ আয়োজন কৰিব লাগে। তেতিয়া আকৌ সামাজিক বিবাহৰ সকলোবোৰ নিয়ম মানি চলা হয়। এনে বিবাহৰ আনুষ্ঠানিকতা কেতিয়াবা লগে লগে আৰু কেতিয়াবা কেইবা বছৰৰ মূৰত কৰা হয়।

*বিবাহৰ পিছত আনুষ্ঠানিকতা ঃ*

বিবাহৰ কিমান দিনৰ পিছত কইনাই মাকৰ ঘৰলৈ যাব পাৰিব এনে কোনো ধৰা-বন্ধা নিয়ম নাই। সেইবাবে ওচৰত ঘৰ হ'লে বিবাহৰ পিছ দিনাই কইনাই মাকৰ ঘৰলৈ যাব পাৰে বা যোৱা দেখা যায়। অৱশ্যে সাত দিনৰ পিছত দৰা-কইনাই যথা ৰীতিৰে কইনাৰ মাকৰ ঘৰলৈ গৈ আশীৰ্বাদ গ্ৰহণ কৰে। অকল মাকৰ ঘৰেই নহয় আত্মীয় অন্যসকলৰ ঘৰলৈকো গৈ দৰা-কইনাই আশীৰ্বাদ গ্ৰহণ কৰে। এনে আশীৰ্বাদ লওতে দৰা-কইনাই প্ৰত্যেককে একোটি সামান্য উপহাৰ দিয়ে। এইখিনি শেষ হোৱাৰ পিছত বিবাহৰ সকলো আনুষ্ঠানিকতা শেষ হয়।

*যৌতুক প্ৰথা ঃ*

টাইফাকে সমাজত যৌতুক প্ৰথাৰ প্ৰচলন নাই। দৰা-পক্ষই কোনো কাৰণতেই কইনা-পক্ষক কইনাই লগত কি আনিব লাগিব ইত্যাদি ধৰণৰ দাবী কৰিব নোৱাৰে। বৰং তেওঁলোকৰ সমাজত কইনা-পক্ষই গুৰুত্ব লাভ কৰে আৰু বিবাহ আয়োজনৰ ক্ষেত্ৰত আপ্যায়নৰ বাবে প্ৰয়োজনীয় সামগ্ৰী দাবী কৰিব পাৰে। (যৌতুকক লৈ পৰিয়াল বা দাম্পত্য জীৱন অশান্তি হোৱাৰো নজিৰ নাই টাইফাকে সমাজত।)

*ফৈদ, কুলৰ বিচাৰ ঃ*

টাইফাকে সমাজত দহৰো অধিক উপাধিৰ লোক আছে। সেইসকলক পৃথক পৃথক ফৈদ হিচাপে ধৰা হয়। এই উপাধিসমূহ হ'ল — থামৌং, বেইংকেন, চাখাপ, হাইলৌং, পমুং, চতন, মান হাই, মাংনয়, টুমটেন, খেন আদি। একেটা উপাধিৰ মাজত বিবাহ সম্পন্ন কৰা নহয়। (অৱশ্যে থামৌং আৰু বেইংকেনৰ দুটাকে ফৈদ আছে। গতিকে কেতিয়াবা থামৌং আৰু বেইংকেন উপাধিৰ মাজত বিবাহ হোৱা দেখা যায়। এই ক্ষেত্ৰত কিন্তু পৃথক ফৈদৰ হোৱা প্ৰয়োজনীয়।)

*সামৰণি ঃ*

টাইফাকে সমাজ পিতৃ প্ৰধান সমাজ। বিবাহৰ পিছত ল'ৰা-ছোৱালীয়ে পিতৃৰ উপাধি গ্ৰহণ কৰে। টাইফাকে সমাজৰ বিবাহত ধৰ্মীয় গুৰু, পুৰোহিত আদিসকলৰ কোনো ভূমিকা নাই। সমাজৰ বয়োজ্যেষ্ঠসকলেই বিবাহ কাৰ্য সম্পন্ন কৰে। বিধৱা বিবাহ নিষিদ্ধ নহয়। আয়োজনৰ ফালৰ পৰা বিবাহেই সকলোতকৈ ডাঙৰ সামাজিক অনুষ্ঠান বুলিব পাৰি। সাধাৰণতে বিবাহৰ দিন ঠিক হোৱাৰ পিছত দৰা আৰু কইনা-পক্ষ উভয়ে সকলো টাইফাকে সমাজৰ ঘৰে ঘৰে গৈ নিমন্ত্ৰণ কৰে। নিমন্ত্ৰণৰ বাবে সামান্য ধপাত বগা কাগজত বান্ধি টোপোলা কৰি দিয়ে। আৰু পৰিয়ালৰ মুৰব্বীৰ নামত নিমন্ত্ৰণ কৰাৰ উপৰিও অন্যান্য দায়িত্বৰ বাবেও পৃথকে পৃথকে টোপোলা দিয়ে। টাইফাকে সমাজত পৰম্পৰাগত বিবাহ পদ্ধতি এতিয়াও পূৰ্বৰ দৰে তাৰ ঐতিহ্য আৰু মৰ্যদা অটুট আছে, ইয়ে সামাজিক পৰিচয় ৰূপেও চিহ্নিত হৈ আহিছে।



# চিংফৌসকলৰ বিবাহ পদ্ধতি

চাও ল্যু জ্যে

চিংফৌ সমাজত তিনি শ্ৰেণীৰ গোষ্ঠীৰ মানুহ দেখা যায়। যেনে— ৰাজবংশ(Du, Aagifan)— এই ৰাজবংশৰ মানুহে সমাজত সকলোতকৈ উচ্চ স্থান পায়। পুৰোহিত শ্ৰেণী(Dumsa)— এই শ্ৰেণী লোককেই চিংফৌ সমাজৰ প্ৰতিষ্ঠাতা বুলি কয়। তেওঁলোকে সমাজৰ সকলো পূজা-পাতলৰ কাৰ্য পৰিচালনা কৰে। দাস বা চাকৰ শ্ৰেণী(Miyam Fan)— এই শ্ৰেণী চিংফৌ আটাইতকৈ নিম্ন শ্ৰেণীৰ লোক। সামাজিক কাম-কাজত এওঁলোকক নিম্ন স্থান দিয়া হয়। এই শ্ৰেণীৰ মানুহ সদায় ৰজাৰ পৰিয়ালে দাস হিচাপে ৰাখে আৰু ৰজা-ঘৰৰ চৌপাশে বসবাস কৰিবলৈ দিয়ে।

কোনো এজন নিম্ন শ্ৰেণীৰ ল'ৰাই উচ্চ শ্ৰেণীৰ ছোৱালী বিয়া কৰিলে যৌতুক হিচাপে গৰু, ম'হ, হাতী আৰু বহুতো মূল্যবান বস্তু দিয়াৰ প্ৰথা আছে। চিংফৌ সমাজত সাধাৰণতে মোমায়েকৰ জীক(ছোৱালীক) বিয়া কৰাব লাগে। ই তেওঁলোকৰ ধৰাবন্ধা নিয়ম। কোনোৱে এই নিয়ম লঙ্ঘন কৰিলে, তেওঁক মোমায়েকে নিজ ইচ্ছানুসৰি জৰিমনা ভৰোৱাৰ অধিকাৰ আছে। মোমায়েকৰ ছোৱালী নাথাকিলে, মোমায়েকে নিজে অন্য পৰিয়ালৰ পৰা বিয়াৰ উপযুক্ত ছোৱালী ভাগিন ল'ৰাৰ উদ্দেশ্যে বন্দবস্ত কৰে। ইয়াৰ অন্ততহে ল'ৰাৰ অভিভাৱকে নিজৰ পুত্ৰৰ বিয়াখন পাতি দিয়ে। এই ক্ষেত্ৰত সকলো কামত মোমায়েকে উভয় পক্ষৰ লগত যোগাযোগ ৰক্ষা কৰে।

কেতিয়াবা ল'ৰা-ছোৱালীৰ মাজত ভালপোৱাৰ সম্বন্ধ গঢ়ি উঠিলে, ল'ৰাৰ অভিভাৱকে গোপনে এই বিষয়ে মোমায়েকক সদৰি কৰে। তেতিয়া মোমায়েকে ল'ৰাজনৰ গতি-বিধিৰ ওপৰত দৃষ্টি ৰাখে। আনফালে ছোৱালীৰ গতি-বিধি গোপনীয়তাৰে সংগ্ৰহ কৰি লয়। উপযুক্ত বুলি বিবেচিত হোৱাৰ পাছত ল'ৰাৰ অভিভাৱকে মোমায়েকৰ নিৰ্দেশ অনুযায়ী বিয়াৰ প্ৰস্তাৱ পঠিয়ায়— ছোৱালীৰ অভিভাৱকৰ ঘৰলৈ কটকীৰ (Khung Mang)যোগেদি।

কটকীজনৰ হাতত উপহাৰ হিচাপে তিনিটকা কলপাতত বান্ধি ছোৱালীৰ ঘৰলৈ পঠায়। ইয়াকে চিংফৌ ভাষাত 'কোমফা' বোলে। কটকীজন পাছ দুবাৰেদি সোমায় আৰু বিয়াৰ বিষয়ে আলোচনা কৰি আগ দুবাৰেদি প্ৰস্থান কৰে। চিংফৌ সমাজত ঘৰৰ

মানুহৰ বাহিৰে আন পৰিয়ালৰ মানুহে আগ দুৱাৰেদি প্ৰৱেশ কৰি পিছ দুৱাৰেদি প্ৰস্থান কৰা বা পিছ দুৱাৰেদি প্ৰৱেশ কৰি আগ দুৱাৰেদি প্ৰস্থান কৰা নিষেধ। ই ঘৰখনৰ বাবে অমঙ্গল সূচায় বুলি ভাবে। বিশেষকৈ ৰজাৰ (Asi) পৰিয়ালত এনে নিয়ম অতি কঠোৰ। এনে নিয়ম নমনাসকলক গুৰুতৰ অপৰাধ বুলি অত্যাধিক জৰিমনা বিহে। কটকীয়েই ঘটক। ঘটকে কন্যাৰ ঘৰত প্ৰৱেশ কৰি অভিভাৱকৰ লগত ঘৰুৱা অনেক কথাৰ প্ৰস্তাৱ আলোচনা কৰি বিয়াৰ প্ৰস্তাৱ ডাঙি ধৰে। কটকীৰ কথা ছোৱালীৰ অভিভাৱকে মানি ল'লে, ঘটকে ঘূৰি আহি দৰাৰ ঘৰত বিয়াৰ সু-খবৰ দিয়ে। এয়া অত্যাধুনিক যুগৰ বিবাহ পদ্ধতি।

চিংফৌসকলে বিবাহ কৰিবলৈ মনে ভৰা ছোৱালীৰ ভৱিষ্যৎ ভাগ্যৰ মঙ্গলামঙ্গল মঙলতিৰ দ্বাৰা চোৱাৰ ৰীতি আছে। ভৱিষ্যৎ গণনা কৰাৰ আগতে ছোৱালীলৈ আগবঢ়োৱা মাননি অলঙ্কাৰ বা সাজ কেতবোৰ দিয়াৰ প্ৰথা আছে। চিংফৌৰ বিবাহ প্ৰথা দুটা, তাৰে এটা হ'ল ছোৱালী হৰণ কৰি, ৰীতি-নীতি অনুসৰি বিবাহ পতা আৰু আনটো হৈছে, ছোৱালী হৰণ কৰি নি পতা বিবাহ। দ্বিতীয় প্ৰথা মতে বিয়া আনুষ্ঠানিক নহয়। প্ৰথমবিধ প্ৰথা, ৰজা, ধনী আৰু ক্ষমতাশালী লোকৰ ভিতৰত আৰু দ্বিতীয়বিধ সাধাৰণ শ্ৰেণীৰ মাজত অনুষ্ঠিত হয়।

মঙলাতিৰ ভৱিষ্যৎ গণনানুসৰি যদি গণনা অনুকূল হয়, তেতিয়া ছোৱালীৰ গাঁৱৰ সম্ভ্ৰান্ত পৰিয়ালৰ গৃহলৈ দৰাৰ বন্ধু কেইজনমান পঠোৱা ৰীতি আছে। তেওঁলোকে কোন গৰাকী ছোৱালীক হৰণ কৰিব সদৰি কৰে আৰু কোন ল'ৰালৈ নিব তাকো অৱগত কৰে। লগতে ইচ্ছাকৃত ল'ৰাৰ উপহাৰবোৰ প্ৰদৰ্শন কৰে। চিংফৌ সমাজত কন্যাৰ মান-মৰ্যদা অনুসৰি উপহাৰ নিৰ্ধাৰিত কৰা থাকে। দৰাৰ বন্ধুকেইজনেই ঘটক। ঘটকেই কইনাৰ উপহাৰৰ পৰিমাণ স্থিৰ কৰাৰ মূল ব্যক্তি। অৱশ্যে এই কাৰ্য কন্যাৰ অভিভাৱকৰ লগত আলোচনা কৰিহে স্থিৰ সিদ্ধান্তলৈ আহে। উপহাৰৰ পৰিমাণ কন্যাক হৰণ কৰাৰ আগতে দিয়াৰ নিয়ম আছে। অৱশ্যে কোনোৱে যথা সময়ত উপহাৰ দিবলৈ অসমৰ্থ হ'লে, বিয়াৰ পাছত দিলেও কোনো আপত্তি নাথাকে।

পূৰ্বৰ কথানুসৰি ঘটকে কন্যাক ফুচুলাই ঘটকৰ ঘৰলৈ আনে আৰু ৰাতি দৰাৰ পক্ষৰ মানুহে কন্যাক হৰণ কৰি লৈ যায়হি। পিছদিনা পুৱাতেই ঘটকে কন্যাৰ অভিভাৱকৰ ঘৰলৈ গৈ কন্যাৰ খা-খবৰ জনায়। অকল এয়ে নহয়, লগতে কন্যাক দিয়া উপহাৰ খিনিও প্ৰদৰ্শন কৰে। পূৰ্বৰ সিদ্ধান্ত অনুসৰি উপহাৰখিনি দেখিলে কন্যাৰ অভিভাৱক সন্তুষ্ট হয় আৰু কেতিয়াবা সন্তুষ্ট নহ'লে কন্যাক বিচাৰি চলাথ কৰে। কন্যাক বিচাৰি পালে অভিভাৱকে ঘৰলৈ লৈ আহে। যেতিয়ালৈকে ল'ৰা-ছোৱালী যোৰাই স্বামী-স্ত্ৰী হিচাপে ঘৰ-সংসাৰ কৰিব নোৱাৰে বা ধৰ্মমতে বিয়া নাপাতে, তেতিয়ালৈকে বাক্‌দত্তা

কন্যাগৰাকী অভিভাৱকৰ লগতে থকাৰ নিয়ম আছে। এই কাৰ্যখিনি সমাধা হ'লেহে কন্যাক পিতা-মাতাৰ ঘৰৰ পৰা দৰাৰ ঘৰলৈ পঠিওৱাৰ প্ৰথা আছে।

***ৰীতি মতে পতা বিবাহ ঃ***

চিংফৌ সমাজত মাননি হিচাপে মদ আৰু কাপোৰ-কানি দি দুজন ব্যক্তিক ঘটকৰ ওচৰলৈ পঠোৱাৰ ৰীতি আছে। ব্যক্তিদ্বয়ে ৰীতি মতে বিয়া পতাৰ প্ৰস্তাৱ দিয়ে। ইয়াৰ অন্তত তেওঁলোক কন্যাৰ অভিভাৱকৰ ঘৰলৈ যোৱাৰ প্ৰথা আছে। তেওঁলোকে কন্যাৰ অভিভাৱকৰ লগত কন্যাৰ যৌতুকৰ বিষয়ে আলোচনা কৰে। সেইদিনা কন্যাৰ ঘৰত ওচৰ-চুবুৰীয়া মানুহেও আলোচনা কাৰ্যত অংশ গ্ৰহণ কৰে আৰু কন্যাৰ অভিভাৱক সন্মত হ'লে সমবেতসকলক লাওপানীৰে অভ্যৰ্থনা জনায়। বিয়া বন্দবস্তৰ এয়া প্ৰথম পদক্ষেপ। মদ যচাৰ ক্ষেত্ৰত তেওঁলোকৰ সন্মান নিহিত আছে। এনে ধৰণৰ বিয়াত কন্যাৰ মতামত লোৱা নহয়। বিয়াৰ দিন-বাৰ, মাহ আদিও স্থিৰ কৰা নহয়; অৰ্থাৎ— বিয়া কেতিয়াকৈ অনুষ্ঠিত হ'ব তাৰ ইয়ত্তা নাই। বিয়াৰ দিনা দৰা নিজৰ গৃহৰ বাদে কলৈকো নাযায়। দৰাৰ বন্ধু-বান্ধৱ, অঙহী-বঙহীসকল প্ৰথমে ঘটকৰ গৃহলৈ, তাৰ পাছত কইনাৰ ঘৰলৈ যায়। কইনা গৰাকীয়ে কইনাৰ সাজ-পাৰ পিন্ধি জাকত জিলিকা হৈ থাকে।

মণ্ডলতিয়ে মণ্ডল চাই দুজনী ছোৱালী নিৰ্বাচন কৰে। এই ছোৱালী দুজনী কইনা গৰাকীৰ লগৰীয়া হিচাপে থাকে। ছোৱালীদ্বয়ে কইনাৰ ঘৰে দিয়া উপহাৰখিনি দুটা হোৰাত ভৰাই কইনাৰ ঘৰৰ পৰা দৰাৰ ঘৰলৈ কঢ়িয়াই নিব লাগে। অন্যান্য যৌতুকখিনি বিয়াৰ পাছত দিয়াৰ প্ৰথা আছে। হোৰাত দুখনমান দা, যাঠী আৰু কইনাৰ কাপোৰ-কানি থাকে ।

***কইনা দৰা - ঘৰলৈ যাত্ৰা ঃ***

মণ্ডলতিয়ে মণ্ডল চাই প্ৰথমে কইনা দৰা-ঘৰৰ অভিমুখে যাত্ৰা কৰাৰ ক্ষণ গণনা কৰে। শুভ ক্ষণ গণনাৰ আগতে মণ্ডলতিয়ে বলি-বিধান দিয়াৰ ৰীতি আছে। কইনা, কইনাৰ লগৰীয়া দুজনী আৰু কইনাৰ বন্ধু-বান্ধৱ, অঙহী-বঙহীসকল প্ৰথমে ঘটকৰ ঘৰলৈ যায়। তাৰ পাছত ক্ষণ মিলিলে দৰাৰ ঘৰলৈ যোৱাৰ বিধি আছে। দৰাৰ ঘৰ পোৱাৰ লগে লগে কন্যাক দৰাৰ ঘৰৰ ওচৰত বহুৱাৰ প্ৰথা আছে। কইনা দৰাৰ ঘৰত প্ৰবেশ কৰিবৰ বাবে বিশেষ ব্যৱস্থা কৰা হয়। এনে সুন্দৰ ব্যৱস্থাৰ আয়োজন কৰে মণ্ডলতিয়ে। ব্যৱস্থাটো এনে ধৰণৰ, নতুনকৈ গজা ঘাঁহৰ ঢাপলি সাজি কইনা বহা ঠাইৰ পৰা দৰাৰ ঘৰলৈ পাৰে। এয়া যেন আধুনিক যুগৰ দলিচা সদৃশ সৌন্দৰ্য। এনে ধৰণৰ আটকধুনীয়া দলিচাৰ ওপৰেদি হোৰা নিয়া ছোৱালীদ্বয় আৰু কইনাগৰাকী খোজকাঢ়ি পাৰ হ'ব লাগে। উল্লেখযোগ্য, যে 'দোৱা' নামৰ আকৌ 'ঘৰ দেউতি'ক

পূজা-অৰ্চনা কৰি চিক আৰু পানী ঢালে। দলিচাখনৰ ওপৰত আৰু সৰ্বসাধাৰণ মানুহে মদৰ চুঙা কিছু সময় দেওৰ বেদীৰ ওপৰত থাঁৰে আৰু কিছু সময়ৰ পাছত চুঙাবোৰ নমাই নিজৰ গাত ঢালে। আনহাতেদি কুকুৰা, গাহৰি বধি তাৰ তেজখিনি কইনাৰ গাত ছটিয়ায় আৰু দলিচা খনৰ ওপৰত ঢালে। কইনা দৰা-ঘৰত উঠি 'ঘৰ দেউতি'ক পূজা কৰে— শুকতি, আদা আৰু সিজোৱা কুকুৰা কণীৰে। এনেকৈ বিবাহ উছৱৰ সামৰণি পৰে, অৱশ্যে দৰাই এই উছৱৰ কোনো ক্ষেত্ৰতে অংশ গ্ৰহণ নকৰে।

উছৱৰ সামৰণি পৰাৰ দিনা ৰাতিৰ আহাৰ খোৱা সময়লৈকে কইনাগৰাকী অভিভাৱকৰ ঘৰতে থাকে। আহাৰ গ্ৰহণ কৰিবৰ সময়ত দৰা-কইনা দুয়ো মুখামুখিকৈ বহে আৰু পৰস্পৰে পৰস্পৰক ভাত খুৱাব লাগে। প্ৰায় গোটেই ৰাতি অভ্যাগতসকলক মদ-মাংসৰে ভোজ-ভাত খুৱাই ৰং-তামচা কৰে। চিংফৌ সমাজত কম বয়সীয়া ছোৱালীক বিয়া কৰোৱাৰ বাবে বহুত দিনলৈকে তেওঁলোকে একেখন শেতেলীত শোৱা দেখা নাযায়। যদি অভিভাৱকৰ অমতত বিয়া হয়, দৰাৰ দুজন বন্ধুৱেই কইনাৰ লগৰীয়া হয়। চিংফৌ সমাজত ওৰণি লোৱাৰ প্ৰথা নাই। দেওৰেকে বিধৱা বৌৱেকক বিয়া কৰাত বাধা-নিষেধ নাই। স্বামীৰ অভিভাৱকে অনুমতি দিলে, বিধৱাই আন পুৰুষৰ লগত বিয়া হ'ব পাৰে।

বিবাহৰ আগতে ল'ৰা-ছোৱালী যোৰাক গৰ্ভসম্ভাৱনাৰ পৰীক্ষাৰ বাবে সংসৰ্গ কৰিবলৈ দিয়া হয়। যদি দুয়োৰে মন-প্ৰাণ মিলে তেতিয়া বিয়া হয়, আৰু নিমিলিলে বিবাহ নহয় বা বিচ্ছেদ হয়। অৱশ্যে সংসৰ্গৰ পাছত ছোৱালীয়ে সতীত্ব বজাই ৰাখে। যদি বিয়াৰ আগতে গৰ্ভধাৰণৰ ইংগিত পায়, তেতিয়া ছোৱালীক ল'ৰাৰ গৃহত সন্তান জন্ম হ'বলৈ ৰাখে। ল'ৰাই অৰ্থাৎ স্বামীয়ে স্ত্ৰীৰ 'ঘৰ দেউতি'ক পূজা-অৰ্চনা দিবলৈ গাহৰি আৰু বলধ মৰাৰ প্ৰথা আছে। জোঁৱায়েকে কইনাৰ অভিভাৱকক দণ্ড হিচাপে এখন দা, এখন বৰকাঁহ, এপাত যাঠি আৰু কেইপদমান বস্ত্ৰ দিয়াৰ প্ৰথা আছে। ইয়াকে দিবলৈ অসমৰ্থ হ'লে ল'ৰাই কইনা গৰাকীক বিয়া কৰাবই লাগিব(ড° এন্দাৰচন তথ্যানুসৰি)।

***বিবাহ বিচ্ছেদ ঃ***

চিংফৌ সমাজত একে গোত্ৰৰ মাজত বিবাহ নিষেধ, কিন্তু একে গোত্ৰৰ বাই-ভনীৰ সন্তানৰ মাজত আৰু মোমায়েকৰ জীৰ লগত বিয়া হোৱাত কোনো বাধা নাই। অৱশ্যে পিতাকৰ বাই-ভনীৰ মাজত বিয়া হোৱাত বাধা-নিষেধ আছে। এই নিয়মবোৰ দক্ষিণত বসবাস কৰা চিংফৌসকলৰ সমাজত সামান্য পৰিবৰ্তন হৈছে। উত্তৰ ফালে বসবাস কৰা চিংফৌ সমাজত বাই-ভনীৰ পুত্ৰই বাই ভনীৰ ছোৱালীক বিয়া কৰাবলৈ মান্তি নহ'লে ছোৱালীৰ অভিভাৱকৰ মনত আঘাত হানে বুলি ধৰি লয় আৰু জৰিমনা দিলেহে তেনে ল'ৰাক অন্য ছোৱালীক বিয়া কৰাবলৈ অনুমতি দিয়া হয়।

*বিবাহ হ'ব নোৱাৰা সম্বন্ধসমূহ ঃ*

একে গোত্ৰৰ মাজত বা ফৈদৰ মাজত বিবাহ নিষিদ্ধ। দোৱাবিলাকৰ ভিতৰত নিজ বংশৰ ভিতৰত বিবাহ পতাৰ বাধা নাই। তেওঁলোকে সাধাৰণ চিংফৌৰ লগত বিয়া পতাত কোনো বাধা নাই। ককা, বুঢ়ী-আইতা, পিতা-মাতা; পেহীৰ পুত্ৰ-কন্যা; পো, জী-নাতি আৰু দদাই, মাহীদেউৰ পুত্ৰ-কন্যাৰ লগত বিবাহ হোৱাত বাধা-নিষেধ আছে। চজিবিলাকৰ আকৌ এটা বংশই তেওঁলোকৰ আন এটা বংশলৈ কন্যা বিয়া দিব পাৰে, কিন্তু আনিব নোৱাৰে। চজিবিলাকৰ ভিতৰত এথৰাহিমান বংশ আছে। প্ৰথমটো বংশই দ্বিতীয়টো বংশৰ ছোৱালীৰ বাদে অন্য এটা বংশৰ পৰা ছোৱালী বিয়া কৰাব পাৰে। চজিবিলাকৰ মিছলু, লাবন, মলং, হপৌয়ান, টৰছি, চিনহং ফৈদে চুমলেট ফৈদৰ কন্যা বিয়া পাতিব পাৰে। আকৌ চুমলেট ফৈদৰ লোকে উল্লেখিত ফৈদৰ কন্যা বিয়া পাতিব নোৱাৰে। তেওঁলোকে লুমও, হপন্যু, জংমও আদি ফৈদৰ পৰাহে কন্যা বিয়া পাতিব পাৰে। বহুপত্নী বিবাহৰ প্ৰথা নাই যদিও বিশেষ কাৰণত বহুপত্নী ৰখাত বাধা-নিষেধ নাই। চিংফৌসকলৰ সাধাৰণ মানুহ, লখুম, আৰু চজিবিলাকৰ ভিতৰত এথঁৰাহি-এপাচিকৈ গোত্ৰ আছে। সিবিলাকৰ নাম ইয়াত উল্লেখ কৰা ন'হ'ল। বৰ্তমান চিংফৌসকলৰ মাজত শিক্ষাৰ পোহৰ পৰাত বিয়া-বাৰুৰ ক্ষেত্ৰত বহুত পৰিবৰ্তন হৈছে।



শব্দৰ অৰ্থ—

বিয়াৰ উপহাৰ— Likit Imsa.

পুৰোহিত— Dumsa.

গা-ধন— Fu matang.

কুকুৰাৰ তেজ থাপনাৰ ওপৰত ছটিওৱা— Gumsang slai.

মাৰ জাতীয় ভাত ৰান্ধি আত্মীয়ক খুওৱা— Skangsai.

কইনাই সম্মানীয়লোকক দিয়া উপহাৰ— Khowy dao.

চিৰু— ঘৰুৱা মদ।

সহায়ক উৎস ঃ ৰাজকুমাৰ, সৰ্বানন্দঃ পৃঃ ১৩-১৪; চিংফৌ জনগোষ্ঠী।

# হাজং সামাজিক বিবাহ

ৰতন কুমাৰ ৰায় হাজং

'হাজং সামাজিক বিবাহ'ৰ ক্ষেত্ৰত হাজংসকলৰ নিজা নীতি-নিয়ম পালন কৰিব লাগে। আনকি এই নিয়ম ভাঙিব লাগিলে, নিয়ম ভাঙোতাক সমাজচ্যুত কৰা হয়। সামাজিক বিবাহৰ ক্ষেত্ৰত এইদৰেই তেওঁলোকে পৰম্পৰাগতভাৱে তেওঁলোকৰ নীতি-নিয়ম পালন কৰি চলি আহিছে। হাজং নিয়ম অনুসৰি দৰা-ঘৰীয়াই, 'দামাত ঘৰ' কইনা-ঘৰীয়াক 'খোলটি' অৰ্থাৎ গা-ধন দিয়াৰ নিয়ম আছে। হাজং সমাজত 'জাহু' অৰ্থাৎ ঘটকৰ যোগেদি কইনা বিচৰাৰ নিয়ম প্ৰচলন আছে। উল্লেখযোগ্য যে হাজং সমাজত দৰা-ঘৰতহে শুভ-বিবাহৰ কাম সমাপন কৰা হয়। অৱশ্যে অৰ্থনৈতিকভাৱে প্ৰাচুৰ্যশালী তথা কোনো পুত্ৰ সন্তান নথকাজনে ঘৰ-জোঁৱাই চপাই লোৱাৰো নিয়ম হাজং সমাজত দেখা যায়।

দৰা-ঘৰৰ জাহু জনে প্ৰথমতে কইনাৰ গাঁৱৰ মুখিয়াল অৰ্থাৎ গাঁওবুঢ়াৰ স'তে আলোচনা কৰি লৈ, কইনাৰ ঘৰলৈ গৈ কইনা চোৱাৰ নিয়ম। প্ৰাথমিক আলোচনা-বিলোচনাৰ পাছত কইনা-ঘৰৰ সকলোবোৰ খুটি-নাটি দৰা-ঘৰক জনায়। সেইদৰে দৰা তথা দৰা-ঘৰৰ সকলো খুটি-নাটি কইনা-ঘৰক জনাব লাগে। সেয়ে হাজং সমাজত 'জাহু' জনক সন্মানীয় ব্যক্তি হিচাপে গণ্য কৰা হয়। এইদৰে দুয়ো ঘৰৰ মত বিনিময়ৰ পাছত, মত সাপেক্ষে দুয়ো পক্ষৰ সুবিধা-অসুবিধাৰ কথা আলোচনা-বিলোচনা কৰি লৈ ভাল দিন-বাৰ চাই হাজং প্ৰথামতে 'পাণ-চিনি-গুৱা খোৱা' অৰ্থাৎ জোৰণ দিয়া অনুষ্ঠান পতা হয়।

এই অনুষ্ঠানত কইনা-ঘৰে গাঁৱৰ ৰাইজক আমন্ত্ৰণ কৰিব লাগে। গঞা ৰাইজৰ উপস্থিতিত 'পাণ-চিনি-গুৱা খোৱা' পৰ্ব অনুষ্ঠিত হয়। এই অনুষ্ঠান পৰ্বত উপস্থিত ৰাইজৰ সমুখত শুভ বিবাহৰ দিন ধাৰ্য কৰা হয়। এই অনুষ্ঠানত কইনাৰ বাবে দৰা-ঘৰৰ ফালৰ পৰা নতুন বস্ত্ৰ, শংখৰ শাখা, সেন্দূৰ, অলঙ্কাৰ-পাতি আদি প্ৰেৰণ কৰা হয়। উল্লেখযোগ্য যে এই সকলো মাঙ্গলিক কাৰ্য(আয়ৱক) আয়তীৰ দ্বাৰা সম্পন্ন কৰা হয়।

বিয়াৰ বহুদিন আগৰেপৰাই দৰা-ঘৰত আনন্দমুখৰ পৰিৱেশে ৰজনজনাই থাকে। আমন্ত্ৰিত গাঁৱৰ জীয়ৰী-বোৱাৰীসকলে ধান বনা, আখৈ ভজা, চিৰা খুন্দা আদি কৰি

বিভিন্ন কামত ব্যস্ত হৈ পৰে। ইফালে ডেকাচামে খৰি যোগান ধৰা, বভা সজোৱা ইত্যাদি কামত দৰা-ঘৰক সহায়-সহযোগ কৰে। বজাৰ-সমাৰ, মাছ-কাছ কিনাৰ পৰা ভাত বন্ধা, বিলোৱা, কলৰ দোনা তোলা আদি কাম গাঁৱৰ বাহিৰে কৰি দিয়ে। উল্লেখযোগ্য যে এইসকলক যিদৰে সন্মানসহকাৰে আমন্ত্ৰণ কৰি আনি বিয়াৰ কামত লগোৱা হয়, সেইদৰে তেওঁলোকক সন্মানসহকাৰে বিয়াৰ পিছত বিদায় দিয়াৰো নিয়ম হাজং সমাজত পৰম্পৰাগতভাৱে পালন কৰি আহিছে।

হাজং সমাজত বিবাহ কাৰ্য সম্পন্ন কৰিবলৈ এখনি কলাসুলভভাৱে 'বিয়ামণ্ডপ' সজোৱা হয়। দৰাৰ দুহাত বহলাই দি সমান জোখৰ, চাৰি ফালে চাৰিটা গাঁত খান্দি, গাঁতত এযোৰকৈ তামোল-পাণ আৰু কিছু মুদ্ৰা ৰাখি গাঁতত পূৰঠ কলগছ পুতিব লাগে। চাক-চিকুনকৈ লেপি-মচি লৈ বিবাহ মণ্ডপখনত আয়তীসকলে 'আয়ৰক' এদোণ বা তাতোকৈ বেচি ধানেৰে মণ্ডপ পৰিপূৰ্ণ কৰে। পিছত তাত যোল্ল গছি গছা-চাকি, যোল্লটি ঘট, কেঁচা কলৰ আঁথি, তামোল-পাণ, হৰিতকী, দুৰ্বাহ, বেলপাত, আমপাত, ঘি-মধু, ধূপ-ধূনা, সেন্দূৰ আদি যাবতীয় বয়-বস্তু সুন্দৰ আৰু পৰিপাটিকৈ সজাই ৰাখে। উল্লেখযোগ্য যে হাজং সমাজৰ সামাজিক বিয়া পৰিচালনা কৰিবলৈ পাঁচজনীৰ পৰা ন-জনীলৈকে 'আয়ৰক' আয়তীৰ একান্ত প্ৰয়োজন হয়। এই আয়তীসকলক দৰা-ঘৰে তামোল-পাণ দি সন্মানসহ মাতিব লাগে। আয়তীসকল বিবাহিতা আৰু সধবা হ'ব লাগে। আয়তী নহলে হাজং সামাজিক বিবাহ পৰিপূৰ্ণ নহয়।

যি খন ঘৰৰ কোঠালিত নব-দম্পতীয়ে সহবাস কৰিব, সেই খন ঘৰৰ কোঠালিৰ বেৰত আয়তীসকলে কলাসুলভভাৱে এখন দেৱাল চিত্ৰ(আল্পনা) আঁকি লয়। হাজংসকলে তাক 'বেৰাপাতা চিটা' বুলি কয়। প্ৰাথমিকভাৱে বিয়া মণ্ডপ সজাবৰ বাবে যিখিনি বয়-বস্তুৰ প্ৰয়োজন, সেই আটাইবোৰ বয়-বস্তু নব-দম্পতীৰ বাবে আছুতীয়াকৈ ৰখা কোঠালিত সজাই ল'ব ল্যাগে। কইনা আদৰি অনাৰ পিছত 'কলভৰা' বুলি মাঙ্গলিক কাৰ্য আয়তীসকলে কৰিব লাগে। 'কলভৰা' কাৰ্য সম্পন্ন হোৱাৰ লগে লগে সেই একেখিনি বয়-বস্তুসমূহ তৎক্ষণাত আঁতৰাই লৈ মূল বিয়া মণ্ডপত সজাব লাগে। সেয়ে আয়তীসকল কৰ্মপটু আৰু দক্ষতাপূৰ্ণ হোৱা প্ৰয়োজন।

হাজং বিয়াৰ প্ৰাক্মুহূৰ্তৰ পৰাই 'গীতালে' বিয়া গীত গাই আয়তীসকলক সহযোগৰ হাত আগবঢ়ায়। 'গীতলু' গীতৰ সুৰে সুৰে আয়তীসকলে আল্পনা আঁকিবলৈ লয়।

*গীত —*

কি নমঃ নমঃ সমন ভৰায়—
পুইলাতে আয়ৰক ঘিলা বেৰাপাত চিতাই
কি নমঃ নমঃ সমন ভৰায়।

তানি পাছে লিখে থুছে চান আৰ' বেলা
কি নমঃ নমঃ সমন ভৰায়।
তানি পাছে লিখে থুছে কত ৰকম 'বগা'(বগলী)
কি নমঃ নম সমন ভৰায়।
তানি পাছে লিখে থুছে খিল কদম গাছ
কি নমঃ নমঃ সমন ভৰায়।
তানি পাছে লিখে থুছে বীৰ হনুমান
কি নমঃ নম সমন ভৰায়।

হাজং সামাজিক বিয়াত এহাল দম্পতীৰ অতীব প্ৰয়োজন। এই দম্পতীহালকো দৰা-ঘৰে আগতীয়াকৈ যোগাযোগ কৰি অনুমতি ল'ব লাগে। মত সাপেক্ষে তামোল-পাণ দি আমন্ত্ৰণ কৰিব লাগে। এই দম্পতীহালক 'ধনী মাও-ধনী বাপ' ধৰ্ম মাতা-পিতা বুলি কয়। হাজং সামাজিক বিয়াত এই দম্পতী অপৰিহাৰ্য। কইনাৰ দৰে এই দম্পতীৰ লগতো নতুনকৈ এক এৰিব নোৱাৰা সম্বন্ধ গঢ়ি লোৱা হয়। এই দম্পতীদ্বয়ে দৰাৰ পিতৃ-মাতৃৰ হৈ বিবাহৰ সকলো মাঙ্গলিক কাৰ্য সম্পন্ন কৰে। এলেকা বিশেষে এজন মিত্ৰ, অৰ্থাৎ— সখীৰ প্ৰয়োজন দেখা যায়।

ধৰ্ম মাতা-পিতাৰ সৈতে গাঁৱৰ কেইজনমান সহপাঠী হিচাপে দৰাৰ ঘৰলৈ আহিব লাগে। ধৰ্ম মাতা-পিতাই লগত চান্দৰ ভাৰ আনিব লাগে। চান্দৰ ভাৰত চাউল-দালি আদি কৰি মাছ আৰু দৈ অনাটো পৰম্পৰাগত ৰীতি। চান্দৰ ভাৰ বহন কৰি আনিবলৈ এজন সুস্থ-সবল ডেকা ল'ৰাৰ দৰকাৰ। ধৰ্ম মাতা-পিতাক দৰা-ঘৰৰ পৰা আয়তীৰ উৰুলি-ধ্বনিৰে আদৰি আনিব লাগে। সাধ্যানুসাৰে ধৰ্ম মাতা-পিতাই গএগ্ৰা ৰাইজক ভোজ-ভাত দিয়াৰ নিয়ম আছে।

বিয়াৰ বাবে আয়তীসকলে যেতিয়া নৈৰ ঘাটৰ পৰা পানী তুলি আনিবলৈ যায়, তেতিয়া গীতালে গোৱা গীতত আয়তীসকলৰ ৰূপ বৰ্ণনা সুন্দৰভাবে প্ৰকাশ পায়।

ৰাঙা পাটিন নীলি ডৰা
আয়ৰক ঘিলা যায় যোৰা যোৰা
আহাৰে হায়...
কিৰে— আয়ৰক ঘিলা যায় জয় জখা দিয়াৰে
কতক আয়ৰক কালা কালা
কতক আয়ৰক দেখিবা ভালা
আহাৰে হায়...
কিৰে— আয়ৰক ঘিলা যায় জয় জখা দিয়াৰে।

তাকছ্যবিয়া কিছু দূৰ যায়
ডাণ্ডৰ বৰগাছ লাগল পায়
আহাৰে হায়...
কিৰে— উদাতে আয়ৰক ঘিলা একতেপা ঝিৰাইৰে
আৰ' অৰ্ধেক পথ যায়া
ডাণ্ডৰ গাংৰা লাগল পায়
আহাৰে...
কিৰে— উদাতে আয়ৰক ঘিলা কহলাৰা নামায়।

উল্লেখ্য যে হাজং সমাজত নৈৰ ঘাটৰ পৰা বৈ যোৱা পানী অনা নিষেধ। নৈৰ বালি পৰা এডোখৰ ঠাই সূতাৰে চাৰিওফালে ঘেৰি লৈ বালি খান্দিলে যি শুদ্ধ পানী পোৱা যায়, সেই পানী কলহত ভৰাই লৈ আহে আয়তীসকলে।

জয় দেৱী গংগা মাও ...
শুদ্ধ ভাগ্যলা মাটি তুলি আয়ৰক স্থাপন কৰিলে
অশুদ্ধ ভাগ্যলা মাটি আয়ৰক কাটিয়া ফেলালে
আৰ' ব্ৰহ্মনালা সূতা দিয়া আয়ৰক কৰিলে ঘিৰণি
পুইলাতে ভৰায় পানী জাওয়ৰাগে লাগিয়া
মনতে নালাগে পানী ফেলায় ধালিয়া
তিনবাৰ চাৰবাৰ পাঁচবাৰ ভৰায়
মনতে নালাগে পানী ধালিয়া ফেলায়।
ছয় সাতবাৰ ভৰায় পানী
মনতে লাগিছে নেয় বিয়াৰ লাগিয়া।

কইনা আনিবলৈ দৰা-ঘৰৰ ফালৰ পৰা আয়তীৰ সৈতে জনা বুজা মানুহ পঠিয়াব লাগে। কইনা-ঘৰত যিখিনি মাঙ্গলিক কাৰ্য কৰিব লাগে, সেইখিনি কৰি লৈ কইনা অনা হয়। কইনাৰ লগত আত্মীয়-কুটুম্ব আৰু গাঁৱৰ ৰাইজ অহাৰ নিয়ম। কইনাৰ লগত অহা সকলক হাজংসকলে 'দাৰালি' অহা বুলি কয়। কইনাৰ লগতে এই সকলোকে আদৰি আনিব লাগে। পৰম্পৰাগতভাৱে নগুলা মুখৰ পৰা কইনা আদৰি আনিব লাগে। আয়তীসকলে ধৰ্ম মাতা-পিতাৰ সৈতে উৰুলি-ধ্বনিৰে কইনা আদৰাত সহযোগ কৰে। ধৰ্ম মাতাই নতুন বস্ত্ৰৰ সৈতে কোলাত সজাই ৰখা চাকি-বন্তি, ধূপ-ধূনাৰে, বিচনীৰ বাও দি দি আয়তীৰ উৰুলি-ধ্বনিৰে কইনা আদৰি অনা হয়। কইনা আদৰাৰ পিছত, যিখন ঘৰত নব-দম্পতীয়ে সহবাস কৰিব, সেই ঘৰৰ কোঠালিলৈ কইনাজনীক অনা হয় আৰু 'কলভৰা' অনুষ্ঠান পতা হয়; অৰ্থাৎ— কইনাজনীৰ আঁচল ভৰাই তামোল-

পাণ দি অনুষ্ঠান পর্ব শেষ কৰি, দৰা-কইনাক মাহ্-হালধি সানি লৈ ওচৰা-ওচৰিকৈ দুয়োকো পীৰাত বহাই লৈ গা-ধুৱাই দিয়া হয়। পিছত দৰা-কইনাক পৰি-পাটিকৈ বিবাহ-বস্ত্র পৰিধান কৰাই লৈ, বিবাহ মণ্ডপত পূব মুৱাকৈ বহিবলৈ দিয়া হয়। বিয়া মণ্ডপ ধূপ-ধূনা আৰু যোন্ন গছি চাকিৰ পোহৰে উজ্বলাই তোলে। ধূপৰ গোন্ধে আমোলমোলাই পৰিবেশ সুন্দৰৰ পৰা সুন্দৰতম কৰি তোলে। অনতি দূৰৈত গীতালসকলে গীত গাই গাই আনন্দত মতলীয়া হৈ পৰে।

দেবী কয় শুনিক ফণা
সমতে তয় ভাগ্‌না মলা
আহাৰে হায়.................
কিৰে দেব ঋষিগে আংগা ডাকেয়াৰে
দেবীলী হুকুম পায়ী
নাৰদ মনি যায় লৰ দিয়ী
আহাৰে কিৰে ঋষি ডাক্‌বাগে
আনে লগে লগে
আহিয়ী দেব ঋষিঘিলী
মণ্ডপনি হামালে যায়ী
আহাৰে হায়............
কলা কলা ৰাম কলা
পুতিক তৰা সনালা কলা
আহাৰে হায়..........
কিৰে নানান ফুল দিয়ী সাজাও তৰাৰে...........।

ইফালে আয়তীসকলেও মাঙ্গলিক উৰুলি-ধ্বনি দি বিবাহ কাৰ্যত আগবাঢ়ে। প্রথমতে কইনাজনীক বহাৰ পৰা উঠাই লৈ বিয়া মণ্ডপৰ চাৰিওফালে ঘূৰাই লৈ ফুৰে। প্রতি পাক ঘূৰণিত কইনাই দৰালৈ আৰু দৰাই কইনালৈ বুলি একোটাকৈ গোটা বস্তু(ফুল জাতীয়) দলিয়াই দিয়ে। এইদৰে সাতপাক ঘূৰাই অতাই লৈ পুনৰ দৰাৰ কাষত কইনাজনীক বহিবলৈ দিয়া হয়, দৰা-কইনাৰ উৰণা 'ফুলা আগন' জাতীয় কাপোৰেৰে দুয়ো মূৰ ভালদৰে গাঁঠি বান্ধি দিয়া হয়। 'আয়বক' সকলৰ দ্বাৰা উৰুলি-ধ্বনিৰে বিয়াৰ প্ৰাথমিক কৰ্ম সম্পন্ন কৰা হয়।

হাজংসকল হিন্দু ধৰ্মৰ লোক। হিন্দু ৰীতি-নীতি মতে সকলো কাৰ্য শাক্তবাদী হাজংসকলে পুৰোহিতৰ দ্বাৰা পূজা-পাত পৰিচালনা কৰে। আনহাতে বৈষ্ণৱপন্থীসকলে 'অধিকাৰী'ৰ দ্বাৰা মাঙ্গলিক কাম-কাজ সম্পন্ন কৰে। হাজংসকল দুই পন্থাত বিশ্বাসী

হ'লেও বিয়া- বাৰু তথা আন আন ধৰ্মীয় মাঙ্গলিকৰ ক্ষেত্ৰত কিছু এৰা-ধৰাৰ মাজেৰে চলে আৰু এইদৰে চলি আহিছে। সেয়ে হাজং সমাজত দেখা যায় বিয়াৰ আগমুহূৰ্তত সত্যনাৰায়ণ পূজা, পিণ্ড দিয়া, বিয়াত মন্ত্ৰ- পাত, হোম-যজ্ঞ ইত্যাদি মাঙ্গলিক কাম-কাজ পুৰোহিতৰ দ্বাৰা সম্পন্ন কৰা হয়। সেইদৰে বৈষ্ণব প্ৰথাত বিশ্বাসীসকলৰ মতে বিয়াৰ প্ৰাথমিক কাৰ্য সমাপনৰ বাবে 'ধাপাকীৰ্ত্তন' বুলি এবিধ মাঙ্গলিক কাৰ্য সমাপন কৰিব লাগে। বৈষ্ণৱ পন্থাৰ মতে অধিকাৰীৰ দ্বাৰাহে শুভ বিবাহৰ কাৰ্য পৰিচালনা কৰা হয়। ইয়াৰ উপৰিও শাক্ত প্ৰথামতে মানস অনুযায়ী মনসা দেৱীকো পূজা এভাগ দিব লাগে। এই পূজাক হাজংসকলে মাৰ' পূজা বুলি কয়। বিয়াৰ এই সম্পূৰ্ণ প্ৰক্ৰিয়াটোত বহু টকা-পইচা, ধন-ধানৰ প্ৰয়োজন হৈ পৰে। সেয়ে হাজং সমাজত বিয়াৰ পিছত বহু গৃহস্থক অৰ্থনৈতিকভাবে দুৰ্বল হৈ পৰা দেখা যায়।

ধৰ্ম মাতা-পিতাৰ ধৰ্মীয় কাম-কাজ শেষ কৰাৰ পিছত, আয়ৰকসকলে উৰুলি-ধ্বনি দি বিয়াৰ মাঙ্গলিক কাৰ্য অতাই লৈ দৰা-কইনাৰ সৌহাত দুখন মুঠি মাৰি কাহিবনেৰে বান্ধি দিয়ে। ধৰ্ম মাতা-পিতাই কিছু ধন-বিত দি মূৰত ধৰি আশীৰ্বাদ দিয়ে। এই প্ৰক্ৰিয়াটো পৰিয়াল বৰ্গৰ পৰা আদিকৰি আত্মীয়-কুটুম্ব, বন্ধু-বান্ধৱ, গএগ্ৰা-ৰাইজে সামৰ্থ অনুযায়ী টকা-পইচা, বস্ত্ৰ-বস্তু, উপহাৰ দি দৰা-কইনাক আশীৰ্বাদ দিয়ে। এই কাৰ্যক হাজংসকলে যৌতুক দিয়া বুলি কয়। তাৰ পিছত আয়তীসকলে দৰা-কইনাক উঠাই লৈ বিয়া মণ্ডপৰ চাৰিওফালে সাতপাক ঘূৰাই দৰা- কইনাক ফুলৰ মালা আদান-প্ৰদান কৰিবলৈ দিয়া হয়। পিছত আয়তীসকলে দুয়োকো 'যোৰা-ঘৰ'(য'ত নৱ-দম্পতী হালে সহবাস কৰিব)লৈ লৈ যোৱা হয় আৰু দুয়োকো পাশা খেলিবলৈ দিয়া হয়।

লগ্ন চাই নিশাৰ ভিতৰতে সম্পন্ন কৰা এই বিয়াক 'ভৰবিয়া' বুলি কয়। আকৌ পুৱা বেলি উঠাৰ লগে লগে পুনৰ একেই প্ৰক্ৰিয়াৰে বিবাহ কাৰ্য সম্পন্ন কৰিব লাগে। এই বিয়াক বাহীবিয়া(বাসী) বুলি কোৱা হয়। ইয়াত পুৰোহিত অনুপস্থিত। 'আয়ৰক'সকলে এই বিবাহ কাৰ্য পৰিচালনা কৰে।

এনেকৈয়ে হাজংসকলৰ সামাজিক বিবাহকাৰ্য সমাপন কৰা হয়।



# কোচ- ৰাজবংশীসকলৰ বিয়া

প্ৰবীণ বৰ্মন

অসমত সৰু-বৰ অজস্ৰ জনগোষ্ঠী আছে। এই জনগোষ্ঠীবিলাকৰ ভিতৰত কোচ- ৰাজবংশীসকল অন্যতম। বিভিন্ন জনগোষ্ঠীৰ মাজত প্ৰচলিত বিবাহৰ দৰেই সামাজিক প্ৰথা কোচ-ৰাজবংশীসকলৰ মাজতো আছে। সময় প্ৰবাহত প্ৰচলিত প্ৰথাসমূহলৈ পৰিবৰ্তন অহাটো অত্যন্ত স্বাভাৱিক। তথাপি বহু নীতি-নিয়ম, দস্তুৰ আদিয়ে আজিও জনগোষ্ঠীটোৰ স্বকীয় সত্বাক জীয়াই ৰাখিবলৈ সক্ষম হৈছে। এনে প্ৰথাসমূহৰ অন্যতম তেওঁলোকৰ বিবাহ।

প্ৰত্নতত্ববিদসকলে মানৱ জাতিৰ বিবাহ প্ৰথাক দুই ভাগত বিভক্ত কৰিছে। এটা মাতৃ বংশীয় প্ৰথা আৰু আনটো পিতৃ বংশীয় প্ৰথা। কোচ- ৰাজবংশীসকলে পিতৃ বংশীয় প্ৰথাৰে বিবাহ কাৰ্য সমাধা কৰে। কোচ- ৰাজবংশীসকলৰ মাজত প্ৰচলিত বিবাহ কাৰ্য সমূহ এনেধৰণৰ— (১) প্ৰাজাপত্য বিবাহ (২) গন্ধৰ্ব বিবাহ (৩) দাম দুমীয়া বিবাহ (৪) ঘৰ-জোঁৱাই ৰাখি দিয়া বিবাহ (৫) ঢোকা বিবাহ (৬) ধুপ-চাউল দিয়া বিবাহ ইত্যাদি। ইয়াৰ ভিতৰত প্ৰাজাপত্য বিবাহকেই শ্ৰেষ্ঠ সামজিক স্বীকৃত বিবাহ বুলি গণ্য কৰা হয়। সেইবাবে এই প্ৰাজাপত্য বিবাহৰ লগত সংপৃক্ত দস্তুৰ আৰু বৈবাহিক কাৰ্যৰ নীতি-নিয়মৰ বিষয়ে বিশেষকৈ ইয়াত আলোচনা কৰাৰ প্ৰয়াস কৰা হৈছে।

বিবাহ কাৰ্যত 'ঘটক' বা 'কাৰবাৰীয়া' ই এক গুৰুত্বপূৰ্ণ স্থান দখল কৰে। বিবাহযোগ্যা ছোৱালীৰ বাবে বিবাহযোগ্য ল'ৰাৰ সন্ধান কৰা নাইবা বিবাহযোগ্য ল'ৰাৰ বাবে বিবাহযোগ্যা ছোৱালীৰ সন্ধান কৰাটো 'ঘটক'ৰ মূখ্য কাম। ঘটকৰ মূল কাম হয় দৰা আৰু কইনা-পক্ষৰ মাজৰ সমন্বয়ৰক্ষী হোৱাটো। ঘটকৰ মধ্যস্থতাত দৰা-পক্ষৰ হৈ দৰা, দৰাৰ পিতৃ-মাতৃ বা অন্যান্য আত্মীয়স্বজনে কইনা চাবলৈ যায়। কইনা চাবলৈ ওলোৱাৰ সময়ত ভাল-মণ্ড, শুভা-শুভ আদি বিভিন্ন দিশ নিৰীক্ষণ কৰা হয়। সকলো ঠিকেঠাকে থাকিলে আৰু দুয়ো পক্ষৰ মত-মিলিলে বিবাহ কাৰ্যৰ প্ৰথম পদক্ষেপ আৰম্ভ কৰা হয়। এটা সময়ত কোচ - ৰাজবংশী সমাজত বিবাহযোগ্যা ছোৱালীৰ অধিক মৰ্যদা আছিল। সম্মানসহকাৰে আৰু উপযুক্ত মৰ্যদাৰে ছোৱালীক বিবাহৰ প্ৰস্তাৱ

আগবঢ়াবলগীয়া হৈছিল। বিবাহৰ দিন-বাৰ আদি ঠিক কৰাৰ আগতে দৰা-পক্ষৰ পৰা কইনা-পক্ষলৈ 'ধান-টাকা দেওৱা' 'খাহী সানি দেওৱা' 'চোতাল-চট্‌কা' আদি বিভিন্ন দস্তুৰৰ প্ৰচলন আছিল। অৰ্থাৎ দৰা-পক্ষই কইনা-পক্ষৰ ৰাইজৰ বাবে তিনি কুড়ি টকা(ষাঠি টকা) আৰু তিনি-বিছি ধান(৭.৫মোন ধান)দিয়াটো নিয়ম আছিল। লগতে খাহী ছাগলী দিবলগীয়া হৈছিল। দৰা-পক্ষৰ মানুহে কইনা-পক্ষৰ চোতালত ভৰি দিয়াৰ আগতে পাণ-তামোল আগবঢ়াব লাগিছিল। অন্যথা চোতালত ভৰি দিয়াটো দৰা-পক্ষৰ কাৰণে সম্ভৱপৰ নাছিল। এনেদৰে দুই পক্ষৰ মধ্যস্থতাত ছোৱালী-ঘৰৰ চোতালত বিবাহৰ দিন-বাৰ ঠিক কৰা হৈছিল। এই নিৰ্দিষ্ট উৎসৱক 'পাণ-চেনি' বা 'ভাৰ-খুওৱা' বুলি আখ্যা দিয়া হয়। 'পাণ-চেনি' কাৰ্যত দৰা কইনাৰ ঘৰলৈ যোৱাটো নিয়ম নাছিল। দৰা-পক্ষৰ মানুহ তামোল-পাণ, নাৰিকল বিভিন্ন খাদ্য সামগ্ৰী আদি লৈ কইনা-ঘৰৰ চোতাল পাইছিল। তাত ইতিমধ্যে উপস্থিত হোৱা ৰাইজৰ লগত বিভিন্ন আলোচনা কৰি বিয়াৰ দিন-বাৰ ঠিক কৰিব লগা হৈছিল। কিছু কিছু অঞ্চলত অৱশ্যে দৰাও ৰাইজৰ লগত যোৱাৰ দস্তুৰ আছে। দৰা যাব লগা হ'লে দৰাৰ লগত আত্মীয় কিছুসংখ্যক মহিলাও যোৱাটো নিয়ম। এনে প্ৰথাত দুই পক্ষৰ ৰাইজৰ উপস্থিতিত দৰাই ন-কইনাক সেন্দূৰ, শাখা পিন্ধোৱাটো নিয়ম। দুই পক্ষৰ ৰাইজে ফুল-চাউল ছটিয়াই দৰা-কইনাক আশীৰ্বাদ দি প্ৰকৃততে সিদিনা দৰা-কইনাৰ বিবাহৰ আধা কাৰ্য সমাপন হোৱা বুলিয়েই ধৰা হয়। বিবাহৰ দিন-বাৰ ঠিক কৰি দৰা-পক্ষ উভতি যায় নিজ ঘৰলৈ। ইয়াৰ পিছতে আহে বিবাহৰ মূল কাৰ্যসূচী।

বিবাহৰ নিৰ্দিষ্ট দিনৰ আগৰ দিনটোক 'লঘোণ' বা 'অধিবাস' বুলি কোৱা হয়। লঘোণৰ দিনৰ আগদিনালৈকে কইনাই আত্মীয় স্বজনৰ ঘৰত এসাঁজ খোৱাটো দস্তুৰ। কিন্তু লঘোণৰ দিনা কইনাই উপবাসে থাকিব লাগে। দৰাও দিনটো উপবাসে থাকিব লাগে। সিদিনা দৰা-পক্ষৰ পৰা তেল, কাপোৰ, চাউল, দুই এপদ পাচলি, ঘিউ আদি কইনাৰ বাবে পঠিয়াই দিয়া হয়। এই ব্যৱস্থাটোক 'জাননী-ভাৰ' বুলি কোৱা হয়। দৰা-ঘৰৰ পৰা লৈ অহা চাউল, ঘিউ, পাচলি, আদিৰে সিদিনা সন্ধ্যা কইনাই 'হবিচ' খোৱাটো নিয়ম। লঘোণৰ দিনা কইনাই দৰা-পক্ষৰ পৰা পঠিওৱা তেল-কাপোৰ পিন্ধি বিভিন্ন পূজা-পাৰ্বণ আৰু শ্ৰাদ্ধাদি কৰ্মত অংশ গ্ৰহণ কৰিব লাগে। আনহাতে লঘোণৰ দিনাৰ পৰাই দুয়ো পক্ষত 'তেলধৰী' নামৰ অতি গুৰুত্বপূৰ্ণ মানুহ এগৰাকীৰ প্ৰয়োজন আহি পৰে। এই 'তেলধৰী' মাতুল-বংশীয় মানুহৰ পৰাই হোৱাটো প্ৰয়োজন যদিও কেতিয়াবা অন্য আত্মীয় পক্ষৰ মানুহকো এই ক্ষেত্ৰত দায়িত্ব দিবলগীয়া হ'ব পাৰে। তেলধৰীৰ লগতে পাঁচ গৰাকী অ-কুমাৰী ছোৱালীকো দুয়ো পক্ষৰ দৰকাৰ হয়। এই ছোৱালীসকলে 'তেলধৰী'ৰ লগত বিভিন্ন কাৰ্যত সহায় কৰে। ইহঁতক 'বৈৰাতী' বুলি

কোৰা হয়। তেলধৰীৰ দৰে বৈৰাতীসকলবো সৰু-সুৰা বিভিন্ন কাম থাকে। বিবাহৰ নিৰ্দিষ্ট দিনা সূৰ্য উদয় হোৱাৰ আগতে 'পানীতোলা' পৰ্ব অনুষ্ঠিত হয়। দৰা বা কইনা-পক্ষ বুলি কোনো কথা নাই, পানী তোলাৰ নিয়ম- নীতিসমূহ একেই। অৱশ্যে ঠাই বিশেষে দস্তুৰসমূহ ভিন্ন ভিন্ন হোৱা দেখা যায়। পানীতোলাৰ বাবে মাটিৰ কলহ এটা আৰু মাটিৰ ঘট পাঁচটাৰ প্ৰয়োজন হয়। কলহ বা ঘট বিলাকত সেন্দুৰৰ ফোঁট দিয়াৰ লগতে আমপাত সূতাৰে মেৰিয়াই বান্ধি দিয়া হয়। বৈৰাতীসকলৰ উৰুলি, ওচৰ-চুবুৰীয়া বিশেষকৈ মহিলা-ছোৱালীসকলৰ সহযোগত তেলধৰীয়ে ওচৰৰ নৈ পাৰৰ পৰা নাইবা কোনো কুঁৱাৰ পৰা পানী তুলিলৈ আহিব লাগে। পানী তোলাৰ আগতে ঘাটত বা কুঁৱাৰ পাৰত ঘাটৰ মূল্য দিয়াটো নিয়ম। এনেদৰে পানীতোলা কাৰ্যৰ জৰিয়তে গংগাদেৱীক বিবাহ উপলক্ষে আদৰি অনা হয় বুলি বিশ্বাস কৰা হয়। তেলধৰী আৰু বৈৰাতীসকলে লৈ অহা পানী-ভৰ্ত্তি কলহ আৰু ঘটসমূহ বিবাহ মণ্ডপত সুন্দৰভাবে ৰাখি থোৱা হয়। ইয়াৰ পিছতে আৰম্ভ হয় স্বৰ্গগামী হোৱা স্বকীয় বংশৰ উপৰি পুৰুষসকলৰ স্মৰণাৰ্থে শ্ৰাদ্ধাদি। দৰাৰ ঘৰত দৰাৰ উপৰিপুৰুষ, কইনাৰ ঘৰত কইনাৰ পিতৃ-মাতৃৰ উপৰিপুৰুষৰ শ্ৰাদ্ধাদি আৰম্ভ হয়। দৰা গৰাকীয়ে নিজেই শ্ৰাদ্ধকৰ্মত জড়িত হ'লেও কইনাৰ ক্ষেত্ৰত পিতৃ বা পিতৃৰ অনুপস্থিতিত জ্যেষ্ঠ ভাতৃ বা নিজবংশৰ কোনোবা জ্যেষ্ঠজনে এনে শ্ৰাদ্ধকৰ্মত জড়িত হয়। ৰাজবংশী সমাজৰ গৰিষ্ঠ সংখ্যক ঘৰত 'মনসা পূজা'ৰ প্ৰচলন থকাৰ বাবে এই শ্ৰাদ্ধাদি সম্পন্ন হোৱাৰ আগতে 'মনসা দেৱী' লৈ পূজা-অৰ্চনা আগবঢ়োৱা হয়।

কোচ- ৰাজবংশীসকলৰ বিবাহৰ কাৰ্য ক্ৰমণিকাত 'তেলচৰোৱা' বুলি এটা পৰ্ব আছে। দৰা আৰু কইনা উভয়ৰ ক্ষেত্ৰতে 'তেলচৰোৱা' পৰ্ব সমানেই গুৰুত্বপূৰ্ণ। 'তেলধৰী' আৰু 'বৈৰাতী'সকলে এই পৰ্বত অংশ গ্ৰহণ কৰে। 'তেলধৰী' গৰাকীয়ে আঁত ধৰা এই অনুষ্ঠানটো সকলোৰে বাবে অতি আকৰ্ষণীয় হয়। আনহাতে এই অনুষ্ঠানৰ পিছত 'কইনা' বা 'দৰাক' মাটি স্পৰ্শ কৰি খোজ কাঢ়িবলৈ দিয়া নহয়। কল-পটুৱাৰ দ্বাৰা তৈয়াৰী দোনা কেইটামানত পৃথক পৃথকভাবে সৰিয়হৰ তেল, ঘিউ, কেঁচা হালধিৰ বটা, কল-পটুৱাৰ ঠাৰিত কাজল আদি যোগাৰ কৰি ৰখা হয়। তেলধৰীয়ে 'কইনা বা দৰাৰ ভৰিৰ পৰা মূৰলৈ এহাতে তেল, ঘিউ, হালধি, কাজল ইত্যাদি পৃথকে পৃথকে সানি আনখন হাতেৰে মূৰৰ ওপৰত ধৰি 'তেলচৰোৱা' কাৰ্য সমাপন কৰে। তেলধৰীৰ পিছে পিছে বৈৰাতীসকলে উৰুলি-ধ্বনিৰে এজন এজনকৈ তেলচৰোৱা কাম কৰে। তেলচৰোৱা কাম সম্পূৰ্ণ হোৱাৰ পিছত 'কইনা' বা দৰাক ঘৰৰ কোনো আত্মীয়ই দাঙি লৈ ভিতৰলৈ লৈ গৈ শীতল পাটীত বহুৱাই থয়।

'তেলচৰোৱা' অনুষ্ঠানৰ পিছত আৰম্ভ হয় 'কইনা ধুওৱা' বা 'বৰ ধুওৱা' অনুষ্ঠান। ইয়াৰ বাবে এটা নিৰ্দিষ্ট স্থানত মধ্যমীয়া কল পুলি এটা পুতি থোৱা হয়। স্বাভাৱিকতে

কল পুলিটো শিপাৰে সৈতে মাটিৰ পৰা খান্দি অনা হ'ব লাগে। কলগছৰ গুৰিত 'কইনা' বা 'দৰা' থিয় হ'বৰ বাবে কলৰ ডিঙৰা পথালিকৈ কাটি বৰপীৰাৰ আকৃতিত বহুৱাই থোৱা হয়। এই অনুষ্ঠানতো মুখ্য ভূমিকা লয় তেলধৰীয়ে। এই সময়ছোৱাত তেলধৰীয়ে বিশেষভাবে কইনা গৰাকীক গা ধুওৱাৰ আগতে কেঁচা-হালধি, মাহ আদি সানি দিয়াটো নিয়ম। এই কলগছজোপাৰ গুৰিত গা ধুবৰ বাবে সাজু হোৱা 'কইনা' বা 'দৰাক' আত্মীয়-স্বজন বা বন্ধু-বান্ধৱে বিভিন্ন কাপোৰ, উপহাৰ আদি যাচে। দৰা বা কইনা গৰাকীয়ে জ্যেষ্ঠজনৰ পৰা আশীৰ্বাদ বিচাৰি সেৱা কৰে। তাৰপিছত তেলধৰীয়ে ৰাতিপুৱা তুলি অনা পানীৰে দৰা বা কইনাক গা ধুৱায়। গা-ধোৱাৰ পিছত দৰা বা কইনাক আগৰ দৰে কোনো আত্মীয়ই দাঙি লৈ ঘৰৰ ভিতৰলৈ লৈ গৈ শীতল পাটীত বহুৱায়। ইয়াৰ পিছতো কিন্তু তেলধৰীৰ কাম কিছু থাকি যায়। পুতি থোৱা কল পুলিটো মাটিৰ পৰা উঠাই অনাটো তেলধৰীৰ কাম। তেলধৰীৰ ৰং চাবৰ বাবে কল পুলিটো দকৈ খান্দি পুতি থলে তেলধৰীৰ কষ্ট হয়। অৱশ্যে ধেমালিৰ শেষত প্ৰত্যেকে তেলধৰীক সহায় কৰা দেখা যায়। এইখিনিতে এক লোকবিশ্বাস জড়িত হৈ আছে। কলপুলিটো নিৰাপদ এক স্থানত কই দিয়াৰ পিছত যদি পুলিয়ে পোখাই বৃহৎ এজোপা হৈ ভাল ফল দিয়ে তেন্তে কইনা- দৰা সু-সন্তানৰ পিতৃ-মাতৃ হ'ব বুলি বিশ্বাস কৰা হয়।

কইনা বা দৰা ধুওৱা অনুষ্ঠানৰ পিছত তেলধৰীয়ে বৈৰাতীসকলক লৈ কোনোৱা নৈৰ পাৰত বা নৈ নাথাকিলে কুঁৱা-নাদ আদিৰ পাৰত 'সুৱাগ' তুলিবলৈ যোৱাৰ দস্তুৰ কোচ- ৰাজবংশীসকলৰ মাজত আছে। অৱশ্যে বহু অঞ্চলত এই প্ৰথাৰ প্ৰচলন নাই। কিছুমান অঞ্চলত এই সুৱাগ-তোলা অনুষ্ঠানক 'সুৱাগ-ঝাৰা' বা 'কুঁৱা-ঝাৰা' বুলিও কয়। সুৱাগ-তোলাৰ সময়ত মাটিৰ চাকি আৰু নতুন বাঢ়নীৰ কাঠি প্ৰয়োজন হয়। নৈৰ ঘাটত বাঢ়নীৰ কাঠি পাঁচভাগ/সাতভাগ আদি কৰি বোকাত পুতি দিয়া হয় আৰু মাটিৰ চাকি জ্বলাই নদী-মাতৃক প্ৰণাম কৰা হয়।

নতুন কুলাত আখৈৰ পেটুৱা লৈ তেলধৰীগৰাকীয়ে ওভতনি বাটত জাৰি দিয়াৰ দস্তুৰ এতিয়াও ঠায়ে ঠায়ে আছে। অহাৰ সময়ত তেলধৰীগৰাকীয়ে নৈৰ ঘাটৰ নিৰ্মল পানী মুখৰ ভিতৰত ভৰাই আনিব লাগে। আহিয়ে 'দৰা' বা 'কইনা' থকা ঘৰত তেলধৰীগৰাকীয়ে প্ৰৱেশ কৰি বহি থকা শীতল পাটীৰ তলত মুখত ভৰাই অনা পানীখিনি পেলাই দিব লাগে।

ইতিমধ্যে দৰা বা কইনাৰ সাজোন-কাচোন আৰম্ভ হয়। কইনাক নতুন সাজ-পাৰেৰে সজোৱাৰ আগতে বা দৰাক সাজ-পাৰ পিন্ধোৱাৰ আগতে 'আখৈ-তোলা' এক সৰু অনুষ্ঠান সম্পন্ন হয়। দৰা বা কইনা বহি থকা শীতল পাটীৰ চাৰিওদিশে চাৰি

গৰাকী গাভৰুৱে এখন শুধ বগা কাপোৰ দৰা বা কইনাৰ মূৰৰ ওপৰত মেলি ধৰে। অন্য এগৰাকী গাভৰুৱে তিনি/পাঁচ/ সাতবাৰ ঘূৰি ঘূৰি সেই কাপোৰৰ ওপৰত আখৈ জাৰি দি এই পৰ্ব সমাপন কৰে।

প্ৰাজাপত্য বিবাহ স্বাভাবিকতে নিশাৰ ভিতৰতে সম্পন্ন হয়। দৰাক সজাই-পৰাই এক শুভ লগ্নত দৰা-পক্ষই যাত্ৰা কৰে কইনাৰ ঘৰলৈ। যাত্ৰাৰ সময়ত দৰা-পক্ষই কইনাৰ ঘৰলৈ বুলি 'ভাৰ' লৈ যোৱাটো নিয়ম। এই 'ভাৰত' চাউল, চিৰা, কল, পাণ-তামোল, দৈ ইত্যাদি লব লাগে। ইয়াৰে এখন 'ভাৰ ৰাখালঠাকুৰ' বা 'লাখল ঠাকুৰৰ ভাৰ' বুলি জনা যায়। দৰা-পক্ষৰ এগৰাকী ডেকাই এই ভাৰখন কান্ধত বহন কৰে। কইনাৰ চোতালত ভাৰখন সুকলমে থোৱাটো ডেকাজনৰ যেনে দায়িত্ব, তেনেদৰে কইনা-পক্ষৰো ডেকা ল'ৰাইতে কেনেকৈ ভাৰখনত থকা চিৰা, দৈ, কল আদি হস্তগত কৰিব পাৰি তাৰ চেষ্টা কৰে। এই ডেকা ল'ৰাবোৰ অৱশ্যেই ৰাখাল, লাখলীয়া বা গৰখীয়াৰ প্ৰতীক। সময়ৰ পৰিবৰ্তনৰ লগে লগে এনে পৰম্পৰাসমূহ আজিকালি নাইকীয়া হৈ গৈছে। অন্যান্য 'ভাৰ' বিলাকত দৰা-পক্ষই পাণ-তামোল, বিবাহৰ যাৱতীয় সামগ্ৰী আদি লৈ যায়। তাহানি দিনত দৰা-পক্ষৰ পৰা প্ৰয়োজনীয় সামগ্ৰী নিব নোৱাৰাটো দোষনীয় আছিল। দৰা আহি কইনা-ঘৰৰ পদূলিত থিয় হোৱাৰ লগে লগে 'বৰ- বৰোৱা' কাম আহি পৰে। বৰ বৰোৱা অৰ্থাৎ 'দৰা-বৰণ' কৰাৰ সময়তো কোচ - ৰাজবংশীসকলৰ নিজস্ব দস্তুৰ আছে। পদূলি মুখত দুয়োফালে দুডাল কলগছ পুতি কাহিবনেৰে ৰচি পকাই সেই ৰচিত ফুটা চাকি আঁৰি দিয়া হয়। আমপাত, কপাহ, আদিও ৰচি ডালত লগোৱা হয়। সেই কল গছ দুজোপাৰ পৰাই দৰা বৰণ কৰা হয়। দৰাক ছালপীৰা এখনত থিয় কৰাই দৈ, শীতল পানী আদিৰে ভৰি ধুৱাই ইতিমধ্যে সাজু কৰি ৰখা 'চালাঙি-বাতি'ৰ 'বা' দি দৰাক আদৰি অনা হয়। এই খিনি সময়তে কইনা আৰু দৰা-পক্ষৰ 'চালাঙি-বাতি' সাল-সলনি কৰা হয়।

দৰা আহি চোতালত পাৰি থোৱা শীতল পাটিত বহাৰ পিছতে বৈদিক নিয়ম-নীতিৰে বিবাহৰ কাম আৰম্ভ হয়। এই কামখিনি চলি থকাৰ মাজতে দৰা-পক্ষৰ মানুহে লৈ অহা কইনাৰ সাজ-পাৰ, আ-অলঙ্কাৰ, প্ৰসাধনৰ সামগ্ৰী আদি নতুন কাঁহী এখনত লৈ কইনা বহি থকা ঘৰত প্ৰৱেশ কৰে। এই কাৰ্যসূচীৰ নাম 'জোন-হাত'। দৰা-ঘৰৰ কেইগৰাকীমান মহিলাৰ সহযোগত এই 'জোনহাত'ৰ কাম সমাপন হয়। দৰা-ঘৰৰ মানুহে কইনাক বিবাহৰ সাজ-পোছাক পিন্ধাই মূল বিবাহৰ বাবে প্ৰস্তুত কৰি তোলে। এনে কাৰ্যক্ৰমৰ মাজতেই কইনাক চোতাললৈ উলিয়াই দিয়া হয়। মূল বিবাহৰ মাজৰেই সৰু-সুৰা দুই এক কাৰ্যক্ৰম হ'ল কইনাৰ কনিষ্ঠ ভাতৃৰ দ্বাৰা আখৈতোলা, মিতিৰ ধৰা, নাপিতৰ মন্ত্ৰপাঠ আদি। মূল বিবাহৰ শেষ কাৰ্যসূচী হ'ল 'বেণী ঘূৰোৱা' বা 'বেই-বাৰী'

ঘূৰোৱা। কলডিল, কল-ডিঙৰা আৰু বাঁহেৰে ‘বেদী’ বা ‘বেই-বাৰী’ তৈয়াৰ কৰা হয়। দৰা-কইনাই ‘বেদী’ৰ চাৰিও দিশে পাঁচ বা সাত বাৰ ঘূৰিব লাগে। এই সময়ত কইনাৰ ভনীয়েক বা তেনে সম্বন্ধৰ ছোৱালীয়ে দৰাক আমপাতেৰে কোবায়। মূল বিবাহ সম্পন্ন হোৱাৰ পিছত দৰাই কইনাৰ পিতৃ-মাতৃ, আত্মীয় স্বজনক নতুন কাপোৰ আদিৰে ‘মান’ কৰে। বিবাহৰ গোটেই সময়ছোৱাত কইনাক সহযোগ কৰে কইনাৰ তেলধৰীয়ে আৰু দৰাক সহযোগ কৰে দৰাৰ তেলধৰীয়ে। দৰাই কইনা-পক্ষৰ তেলধৰীকো মান কৰাটো নিয়ম। ইয়াৰ পিছত দৰা, দৰাৰ মিতিৰ, পিতৃ-মাতৃ, জ্যেষ্ঠজনক খোৱাই-বোৱাই, অন্যান্য সকলোকো আপ্যায়ন কৰাৰ পিছত কইনাক লৈ দৰা-পক্ষই বিদায় লয়। কইনাক দৰাৰ ঘৰলৈ লৈ অহাৰ পিছত দৰা-কইনা উভয়কে দৰা-ঘৰৰ পদূলিৰ পৰা ‘বৰণ’ কৰা হয়। পদূলিমুখৰ কলগছৰ তলিত ছালপীৰা এখনত দৰা-কইনাক থিয় কৰাই দৈ, শীতল পানী আদিৰে ভৰি ধুৱাই পিছত ‘চালাণ্ডি-বাতি’ৰ ‘বা’ দি দৰা-কইনাক দৰাৰ ঘৰলৈ আদৰি অনা হয়। দৰা-কইনাক লৈ কিছু সামাজিকভাবে প্ৰচলিত দস্তুৰ এই সময় ছোৱাত পালন কৰাৰ পিছতে বিবাহৰ মূল সূচীৰ প্ৰায়েই সামৰণি পৰে।

বিবাহৰ পিছত বান্ধন দিয়াৰ প্ৰথা কোচ - ৰাজবংশী সমাজতো প্ৰচলিত আছে। সময়ৰ পৰিবৰ্তনত প্ৰথাসমূহ অন্য ৰূপত পালিত হ’লেও এতিয়াও বহু সমাজত কম পৰিমাণে হ’লেও এই প্ৰথাসমূহৰ প্ৰচলন আছে। আপাৰ বান্ধন, আপীৰ বান্ধন, ঘন্নী-বান্নিৰ বান্ধন আদি পৰ্যায়ক্ৰমে ব্যৱস্থা কৰিবলগীয়া হৈছিল। এই বান্ধন কাৰ্যত ন-কইনা গৰাকীক সামাজিকভাবে স্বীকৃতি প্ৰদান কৰা হয়। সিদিনাৰ পৰা ন-কইনাৰ হাতেৰে সমাজে খোৱাত কোনো বাধা নাথাকে।

‘আঠমঙলা’ কোচ-ৰাজবংশীসকলৰ বিবাহ অনুষ্ঠানৰ এক উল্লেখযোগ্য কাৰ্যক্ৰম। মূল বিবাহ-কাৰ্যসূচীৰ দিনৰ পৰা আঠ দিন পিছত ‘আঠমঙলা’ ভঙোৱা কাৰ্যসূচী পালন কৰা হয়। সিদিনা দৰা-কইনাক লৈ দৰা-ঘৰৰ আত্মীয় তথা ওচৰ-চুবুৰীয়াৰ কিছু সংখ্যক লোকক লৈ কইনাৰ ঘৰলৈ যাব লাগে। বিয়াৰ সম্পূৰ্ণ সাজেৰে দৰা আৰু কইনাক লৈ কিছুমান সামাজিক দস্তুৰ পালন কৰা হয়। পিঠা-পনা, দৈ-চিৰা আদি দৰা আৰু দৰা-পক্ষৰ মানুহক খোওৱাটো নিয়ম। আঠমঙলাৰ পিছতে বিবাহ অনুষ্ঠানৰ সম্পূৰ্ণ সামৰণি পৰে।

প্ৰাজাপত্য বিবাহৰ বাহিৰেও আগতে উল্লেখিত বিবাহ সমূহৰ ভিতৰত কোচ-ৰাজবংশী সমাজত দাম দুমীয়া বিবাহ, ধূপ-চাউল দিয়া বিবাহ আদিৰ প্ৰচলন আছে। ঘৰ-জোঁৱাই ৰাখি দিয়া বিবাহ, ঢোকা বিয়া আদি সম্প্ৰতি অচল।

কইনাগৰাকীক দৰাৰ ঘৰলৈ আগতীয়াকৈ আনি দৰাৰ ঘৰত যেতিয়া বিবাহৰ সম্পূৰ্ণ অনুষ্ঠান পালন কৰা হয়, তেনে বিবাহক দাম দুমীয়া বিয়া হিচাপে জনা যায়। এনে বিবাহ প্ৰকৃততে কইনাৰ পিতৃ-মাতৃৰ বিবাহ আয়োজনৰ সামৰ্থ নাথাকিলে নাইবা

বিভিন্ন কাৰণত বিবাহ আয়োজন কৰাটো সম্ভৱপৰ নহ'লে নাইবা খুউব কম সময়ৰ ব্যৱধানত বিবাহৰ আয়োজন কৰিব লগা হ'লে এনে 'দাম দুমীয়া' বিবাহৰ ব্যৱস্থা কৰা হয়। এনে বিবাহত প্ৰাজাপত্য বিবাহৰ বহু দস্তুৰ পালন কৰাটো সম্ভৱপৰ নহয়গৈ।

ধূপ-চাউল দি আয়োজিত বিবাহ এক ক্ষন্তেকীয়া বিবাহৰ অনুষ্ঠান। দৰা-কইনা, উভয় পক্ষৰ পিতৃ-মাতৃৰ বিবাহ অনুষ্ঠান আয়োজনৰ সামৰ্থ নাথাকিলে, বিভিন্ন কাৰণত আনুষ্ঠানিক বিবাহ আয়োজন কৰাটো সম্ভৱপৰ নহ'লে দৰা-কইনাক থাউকতে ধূপ-চাউল দি বিবাহৰ মৰ্যদা প্ৰদান কৰা হয়। এই ধূপ-চাউল বিবাহত পাঁচটা মাটিৰ চাকি, দুণিত চাউল, আৰু ঘূৰণীয়া মসৃন শিল এটা, ফুল আদিৰ দৰকাৰ হয়। এই শিলটো সাধাৰণ শিল নহয়। ই ইন্দ্ৰদেৱতাৰ বজ্ৰ। এনে শিল কোনে কেনেকৈ পাইছে জনা নগলেও ই দুস্প্ৰাপ্য নহয়। দৰা-কইনাক চাউল-ফুল ছটিয়াই জ্যেষ্ঠজনে আশীৰ্বাদ প্ৰদান কৰে।

ঢোকা বিবাহ সময়ৰ বিবৰ্তনত সমাজৰ পৰা নাইকীয়া হলেও কোচ-ৰাজবংশী সমাজত এই বিবাহৰ দস্তুৰ আছিল। বিবাহিতা মহিলা এগৰাকীৰ স্বামীৰ মৃত্যুৰ পিছত অন্য পুৰুষক স্বামীৰূপে বৰণ কৰিবলৈ এই ঢোকা বিবাহৰ আয়োজন কৰা হৈছিল। বিবাহৰ কাৰ্যাদি ধূপ-চাউল বিবাহৰ দস্তুৰ মতে পালিত হ'লেও উক্ত বিবাহৰপৰা এই ঢোকা বিবাহ পৃথক।



# মটক সমাজত বিবাহ পদ্ধতি

সুশীল কুমাৰ গগৈ

খিলঞ্জীয়া অস্তিত্বপ্ৰাধান্যতাৰে উজনি অসমৰ তিনিচুকীয়া, ডিব্ৰুগড়, লক্ষীমপুৰ জিলাৰ এক ব্যাপক অঞ্চলত চাবেক হিচাপে প্ৰাক্-আহোম যুগৰে পৰা বসতি কৰি অহা মটকসকল মঙ্গোলীয় গোষ্ঠীসম্ভূত এটি প্ৰাচীন জনগোষ্ঠী। কালসংহতিৰ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ 'মায়ামৰা বৈষ্ণৱ' ধৰ্মত দীক্ষিত হৈ সংখ্যাগৰিষ্ঠ মটকসকলেই এই বৈষ্ণৱ ধাৰাটোৰ পৰিবৰ্দ্ধনত মুখ্য ভূমিকা লোৱাসূত্ৰে তেওঁলোককে লৈ সমাজখনৰ অন্যান্য সকলোৰে পাছলৈ এক ধৰ্মগোষ্ঠীহে বুলি পৰিচিত হৈ উঠিল যদিও মটকসকলৰ জনগোষ্ঠীমূলীয় ভালেমান থলুৱা উপাদান এই বৈষ্ণৱ ধাৰাটোত আজিও প্ৰবাহিত হৈ আছে আৰু ধৰ্মীয় হিন্দুৰ পৰিচৰ্যা-পৰিশোধনে সেইবোৰক বৃহত্তৰ সমাজখনতে এক উমৈহতীয়া ৰূপ দি ৰীতি-নীতি, আচাৰ-সংস্কাৰ আদিৰ ভালেমান ক্ষেত্ৰত অন্যান্য বৈষ্ণৱীসকলৰ পৰা এক ভিন্ন চৰিত্ৰ প্ৰদান কৰিছে। এই মিশ্ৰিত ভাৱধাৰাই সমাজখনৰ অন্যান্য দিশৰ লগতে 'জন্ম-মৃত্যু-বিবাহ', মানৱ জীৱনৰ এই তিনিটা গুৰুত্বপূৰ্ণ প্ৰপঞ্চৰ বিধি-আচাৰকো প্ৰভাবান্বিত নকৰাকৈ থকা নাই। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে পিতৃতান্ত্ৰিক আন বহু সমাজত থকাৰ দৰে মটক সমাজত নাৰী স্বাধীনতাৰ ওপৰত পুৰুষৰ হস্তক্ষেপ বহু পৰিমাণে কম। আদিম গোষ্ঠীপ্ৰধান সমাজৰ নাৰী-পুৰুষৰ সহজাত সম-মৰ্যদা, ধৰ্মীয়-সামাজিক উভয় ক্ষেত্ৰতে এই সমাজত আজিও সুৰক্ষিত। ধৰ্মই তাত কোনো অন্তৰায় সৃষ্টি কৰা নাই। অন্য নিত্য ব্যৱসায়িক কৰ্মক্ষেত্ৰত থকাৰ দৰে জীৱনসঙ্গী নিজে বাচ-বিচাৰ কৰি লোৱাত নাৰীৰ বাবে এই সমাজত যিদৰে বাধা নাই, সেইদৰে হিন্দু সমাজৰ চিৰ-বৈধব্যৰ কঠিন নীতি নিয়মৰো বাধ্য-বাধকতা নাই। বিধৱাৰ পুনৰ বিবাহৰ উপৰি জ্যেষ্ঠ ভাতৃৰ বিয়োগত বৌয়েকক যথোচিত সামাজিক মৰ্যদাৰে বিয়া কৰোৱাৰপৰম্পৰাও অনুৰূপভাবে আছে। এইবোৰ যে মটক নৃ-মূলীয় জনগোষ্ঠীৰ প্ৰাচীন লোকায়তী পৰম্পৰাৰে ধৰ্ম আশ্ৰিত অৱশিষ্ট ৰূপ সেইকথা অনুধাৱন কৰিলে বুজি পোৱাত কঠিন নহয়।

বিবাহ বুলিলে দাম্পত্য জীৱনৰ সাৰথি হিচাপে ছোৱালীক এঘৰলৈ অনা-নিয়া কৰা কথাটোকে বুজায় যদিও মটক সমাজত গাভৰু পুষ্পিতা হোৱা ক্ষণত

'নোৱাই তোলনি বিয়া' অনুষ্ঠিত কৰা প্ৰথা এটাও সৰব আৰু সম-মৰ্য্যাদাৰে প্ৰচলিত হৈ আহিছে। পৃথিৱীৰ সকলো বস্তুৰ প্ৰস্ফুতিত হোৱাৰ উদ্দেশ্য হেনো একেটাই। সেয়া হ'ল— যি মূলৰ পৰা তাৰ উৎপত্তি তালৈ ফিৰি যোৱা। এই ফিৰি যোৱা তথা উভতি যোৱাৰে হেনো আন এক নাম দ্বায়ভাব শোধোৱা— অৰ্থাৎ পৰিপূৰ্ণতা। মটকসকলৰ নোৱাই তোলনি বিয়াত নৱ-পুষ্পিতাক সাত্বিক পৰিৱেশত আত্মতীয়াকৈ ৰাখি নিৰ্দিষ্ট দিনত মাহ-হালধিৰে নোৱাই-ধুৱাই কইনা ৰূপেৰে ন-বস্ত্ৰ, আ-অলঙ্কাৰ আদি ভূষণ কৰোৱাই পূৰ্ণ-নাৰীৰ মৰ্যদা দিয়া কাৰ্যই এই লোকায়তী বিশ্বাস প্ৰমূল্যকে আওপকীয়াকৈ বহণ কৰাৰ ইঙ্গিত দিয়া যেন লাগে। ধৰ্মীয় ৰীতি-নীতিখিনিৰ উপৰিও এই বিয়াত লোকায়তী বিশ্বাস ধাৰণাৰ ভালেমান উপাদান সুন্দৰভাবে প্ৰতিফলিত হোৱা দেখা যায়। কন্যাকাল পোৱাৰ দিনাই কন্যাক কোনো পুৰুষৰ দৃষ্টিত নপৰাকৈ আচুতীয়াকৈ ৰখাৰ ব্যৱস্থা কৰে আৰু ব্ৰতত ৰখাৰ উপৰিও ৰূপৰ তামোল আৰু কটাৰী এখন শুচি নোহোৱালৈকে হাতত লৈ থাকিবলৈ দিয়ে। বিয়া সাতদিন বা ন দিনত নোৱাই-ধুৱাই তোলে। তিনিদিন বা পাঁচ দিনৰ দিনাও মূৰত তেল দি নোওৱা-ধুওৱা কৰা হয়। গা-ধুৱাবৰ বাবে কণী, কটাৰী আদি পুতি কল পুলি আৰু পটুৱাৰে 'বেই' সাজে। সেইকেইদিন প্ৰতি সন্ধিয়াই লগৰ ছোৱালীবোৰ আহি গোট খাই ঘৰৰ একোঠালিত উপবাসে বন্দী হৈ থকা কন্যাক বিয়া নাম, 'খেৰী' আদি গাই মন প্ৰফুল্লিত কৰি ৰখাৰ উপৰিও গাভৰুৰে পালিব লগীয়া সাত্বিক জীৱনবো আচাৰ-সংস্কাৰ, নীতি-নিয়ম আদিৰ শিকনি দিয়ে। পাণ-তামোলৰ শৰাইৰ লগতে বিবিধ আচাৰ-সংস্কাৰেৰে দোলনি- টেকেলি সজোৱা, কন্যাক গা-ধুৱাবৰ বাবে উৰুলি-বিয়ানামৰে নৈ-ঘাট, পুখুৰীৰ পৰা পানীতোলা, মাহ-হালধিৰ যোগাৰ, আম-ডালি গঁঠা, বিযুৰীয়া জাতি কলৰ থোক, চাউল, ফণি, বিচনী, মাটি-চাকি আদিৰ প্ৰসঙ্গ আৰু প্ৰয়োজনীয়তা এনে 'নোৱাই তোলনি' বিয়াত বিবিধ উপাদান হিচাপে অপৰিহাৰ্য । বিয়া তোলা দিনাখন গাঁৱৰ বুঢ়ী-মেথীকে লৈ গাভৰু, তিৰোতাসকলে জাক পাতি বিবিধ লোকাচাৰৰ মাজেদি কন্যাক মাহ-হালধিৰে নোৱাই-ধুৱাই ৰিহা-মেখেলা, আ-অলঙ্কাৰ আদিৰে সু-সজ্জিত কৰি বাজ উলিয়াই আনে আৰু মাক-দেউতাকৰ লগতে ভকত সমাজক আঁঠুলৈ সেৱা জনাই ন-জীৱন প্ৰাপ্তিত আশীৰ্বাদ লভে। সন্ধিয়ালৈ নিমন্ত্ৰিতসকলক সাধ্যানুযায়ী আপ্যায়ন কৰা হয়।

প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে মটক সমাজত জনজাতীয় আচাৰ-সংস্কাৰৰ পৰম্পৰা অটুট থকা সূত্ৰে বিয়া হৈ যোৱাৰ পৰিবৰ্তে গাভৰু ছোৱালীয়ে মনে মিলা ডেকাৰ সৈতে আনৰ ঘৰলৈ চুৰকৈ বা পলাই যোৱা প্ৰথাটোৱেই এসময়ত অধিক প্ৰচলিত হৈ থকাত, তাৰ ব্যতিৰেকে গাভৰু কাল প্ৰাপ্তিৰ এই 'নোৱাই তোলনি' বিয়াই বিশেষ গুৰুত্ব লভিছিল আৰু কাণ-সমনীয়াসকলৰ লগতে আনসকলেও বিয়াৰ আনন্দ-

স্ফূৰ্তিখিনি এই বিয়াতেই পাৰেমানে হেঁপাহ পলুৱাই পূৰাই লৈছিল। এই আনন্দ-স্ফূৰ্তি, বিবিধ লোকাচাৰ-নিয়ম-নীতি আদিৰ উপৰিও গাভৰু জীৱনৰ সন্ধিলগ্নত ভকতক তামোল-পাণৰ শৰাই, মাহ-প্ৰসাদ, গুৰু ঘৰৰ অৰিহণা আগবঢ়াই শুচি হোৱা আদি কাৰ্যৰ প্ৰাসঙ্গিকতা আৰু গুৰুত্ব, ধৰ্মীয়- সামাজিক উভয় দিশৰ বিবেচনাৰে বোধহয় নুই কৰিব নোৱাৰি। উল্লেখ্য যে যৌৱন কাল প্ৰাপ্তিৰ এই সময়তে লগৰ গাভৰু সমাজে পোছাকী নামৰ প্ৰথম বৰ্ণটোৰ সৈতে মিল ৰাখি কইনাক 'তৰাদৈ', 'ফুলামদৈ' বা তেনে জাতীয় এটি গোপন নামো দিয়ে, যিটো পৰৱৰ্তী সময়ত তেওঁলোকৰ মাজত অধিক প্ৰচলনো হৈ উঠে। অসমৰ চহা কবিৰ লহৰীয়া বিহুনামত সততে জীপ দি উঠা 'ফুলামদৈ', 'সোণতৰা', 'বগীতৰা' আদি সম্বোধনবোৰৰ বুৎপত্তি আৰু উৎস যে ইয়াতেই সেই কথা অনুমান কৰাটো টান নহয়।

মটক সমাজত যোত্ৰলগ্ন বা ডেকা-গাভৰুৰ মিলনপূৰ্বক বিবাহ সাধাৰণতে দুই প্ৰকাৰে সম্পন্ন হয়। গান্ধৰ্ব বিবাহ আৰু ৰীতিসম্পন্নানুযায়ী আনুষ্ঠানিকভাবে পতা বিবাহ। ডেকা-গাভৰুৰ প্ৰণয়জনিত ভালপোৱা, প্ৰেম-পীৰিতিয়ে গোপন মিলনৰ মাজেদি শেষলৈ যি বিবাহ বান্ধোন বা স্বামী-স্ত্ৰী হোৱাত পৰিণতি লভে সেয়ে গান্ধৰ্ব বিবাহ। এনে বিবাহৰ সূত্ৰপাত অসমৰ জনজাতিমূলীয় প্ৰায় সকলো খিলঞ্জীয়া সমাজতে আছে, মাথো তাক সামাজিকভাবে স্বীকৃতি দিয়া লোকচাৰ খিনিতহে তাৰতম্য আৰু বিবিধতা দেখা যায়। মটক সমাজত এনেভাবে হোৱা মিলন বা বান্ধোনক 'লেঠালগোৱা' বা 'জগৰলগোৱা' আখ্যা দিয়া হয়, আৰু সেয়েহে তেনে 'জগৰ লগোৱা'ই নিৰ্ঘাতভাবে কিছু আনুষ্ঠানিকতা সম্পন্ন কৰিব লাগে; যাৰ ব্যতিৰেকে তেওঁলোকৰ লগতে নিজ-নিজ ঘৰখনো সমাজৰ পৰা এঘৰীয়া হৈ থাকিবলগীয়া হয়।

ল'ৰাই ছোৱালীক এনে গোপনভাবে পলুৱাই নিয়াৰ পাছদিনাখনেই ল'ৰাৰ অভিভাৱক বা জ্ঞাতি-পৰিয়ালৰ কোনোবাজনে ছোৱালীৰ ঘৰলৈ গৈ 'চোৰ ওলাব' লাগে আৰু ল'ৰা-ছোৱালীয়ে লগোৱা 'লেঠা' ভাঙিবৰ বাবে তামোল-পাণৰ টোপোলা আগবঢ়াব লাগে। বিশেষ অলায়ক কাৰণ বা বাধা নাথাকিলে এনে 'লেঠা' লগোৱা ভঙাৰ প্ৰশ্নত সাধাৰণতে কোনো পক্ষৰ ওজৰ-আপত্তিৰ প্ৰসঙ্গ নুঠে। সেয়েহে দুয়ো পক্ষৰ আলোচনামৰ্মে নিৰ্দিষ্ট দিন এটা 'লেঠা মৰা' বা 'জগৰ মৰা' দিন হিচাপে স্থিৰ কৰি সেইদিনাখনেই কইনা-ঘৰত উভয়পক্ষৰ ভকত-বাপুকে লৈ অঙহী-বঙহী, আত্মীয়-কুটুম্ব আদি গোট খাই 'জগৰ মৰা' অনুষ্ঠিত কৰে। 'ভাগৱতক' সাক্ষ্য কৰি ৰাইজ তথা ভকত বাপুসকলৰ বাইক-বচন, আশীৰ্বাদ, হৰিধ্বনিৰ মাজেৰে মাহ-প্ৰসাদ আদি খাই দৰা-কইনাৰ গোপন মিলনে সমাজখনৰ স্বীকৃতি লভে। দুয়ো পক্ষৰ চাউল-গাখীৰ আৰু হাঁহ-কোমোৰাৰ একোখনকৈ 'ভাৰৰ' বিনিময়ত নতুন সম্বন্ধৰ বাটো মুকলি কৰা

হয় আৰু বৈবাহিক সম্পৰ্কটোক স্থায়ী ৰূপ দিয়ে। অৱশ্যে কেতিয়াবা পলুৱাই অনাৰ পৰিবৰ্তে কইনা-ঘৰত থিতাতে ভকত-ভাগৱত গোট খোৱাই যথাবিহিত আপ্যায়ন আৰু সেৱা জনাই আশীৰ্বাদ লৈ ডেকা-গাভৰুৰ গোপন প্ৰণয়ক একেদিনাখনেই বিবাহ বান্ধোনলৈ পৰিবৰ্তন ঘটোৱা পৰম্পৰা এটাও সদ্যহতে মটক সমাজত গা-কৰি উঠিছে আৰু গ্ৰামাঞ্চলত এনে বিবাহে প্ৰথাগত ভিত্তি এটাও পোৱা দেখা গৈছে। কিয়নো এনে বিবাহ পদ্ধতি অত্যন্ত চমু, সহজ, ব্যয়বাহুল্যহীন আৰু 'লেঠা' বা 'জগৰ' লগোৱাৰ পৰাও সুকলমে হাত সাৰিব পৰা যায়।

মটক সমাজত ৰীতি সম্পন্ন অনুযায়ী আনুষ্ঠানিকভাৱে পতা বিবাহ পদ্ধতিটো বহুক্ষেত্ৰত অৰ্বাচীন আৰু ওপৰত উল্লেখ কৰি অহা প্ৰাচীন জনজাতীয় প্ৰথাটোৱে আৰ্যী-কৃতঃ এক শিষ্ট আৰু সাৰ্থক ৰূপ যেন লাগে। এই বিয়াত 'যজমানি' বা 'হোমাগ্নি তপ-ব্ৰত' পুৰোহিতালীৰ কোনো প্ৰাদুৰ্ভাৱ নাই। ইয়াৰ নীতি সংস্কাৰখিনিৰ আটাইবোৰেই প্ৰকাশ্য, অনাড়ম্বৰ আৰু উদাৰ। 'গুৰু-ভকত-নাম-দেউ' এই চাৰি বস্তুকে উপাস্য কৰি এই বিবাহৰ ধৰ্মীয় আচাৰ-সংস্কাৰখিনি যথাবিহিতভাৱে সম্পন্ন হয়। আজিকালি লৌকিক আচাৰ কিম্বা বিবাহৰ আনুষঙ্গিক ক্ৰিয়া হিচাপে দৰা বা কইনাৰ ঘৰতে হওঁক ৰাজহুৱা আপ্যায়নৰ লগতে যিখিনি আড়ম্বৰতা মটক সমাজৰ মধ্যবিত্তসকলৰ মাজত অ'ত-ত'ত দেখা যায়, সেইখিনি যথাৰ্থতে প্ৰক্ষিপ্ত, উপৰুৱাহে। উল্লেখযোগ্য যে মটক সমাজত নিজা বংশগত কিম্বা খেলৰ মাজত বিবাহ হোৱাতো নিষেধ। যি বংশৰ পৰা ছোৱালী আনে সেই বংশলৈ পাছত ছোৱালী নিদিয়ে, অৰ্থাৎ— সাল-সলনি নকৰে। ছোৱালী বা কন্যা নাযাচে, অপৰিপক্ষইহে খোজে। বাচ-বিচাৰ কৰি চোৱাৰ পিছত 'বাটকটা' 'সুধনীভোজা', 'বৰভোজা'ৰ তামোল-পাণৰ টোপোলা যথাবিহিতভাৱে দৰা-ঘৰৰ পৰা পেলোৱাৰ পাছতহে বিবাহৰ দিন স্থিৰ হয়। 'বৰভোজা' খুওৱাৰ দিনাখন ভকত-বাপুৰ লগতে আত্মীয় স্বজন, কুটুম্ব, জ্ঞাতিসকলক গোট খুৱাই বিবাহ স্থিৰ হোৱা কথা ৰাজহুৱাভাৱে জনাই তাৰ বাবে ভকতৰ আজ্ঞা লয় আৰু কোনো কোনো ক্ষেত্ৰত সেইদিনাখন দৰাই কইনাক আঙঠিও পিন্ধায়। বিয়াৰ আগদিনা বা দুই এদিনৰ আগতে 'ন-পুৰুষীয়া' সকাম আৰু ৰাতিলৈ 'কন্যাদান'ৰ ভোজ পাতি ওচৰ-চুবুৰীয়া ৰাইজ, জ্ঞাতি-কুটুম্ব আৰু ভকতক মাছেৰে ভোজ খুৱায়। বিয়া উপলক্ষে সেয়াই অতিথি আপ্যায়ন। বিয়াৰ দিনাখন তামোল-পাণ আগবঢ়াইহে কেৱল সোধন-পোছন কৰা হয়।

বিয়াৰ দিনা দৰা-কইনাক নিজ-নিজ ঘৰত মাহ-হালধিৰে 'বেই' তলত নোৱাই-ধুৱাই আয়তীসকলৰ জাত-জাত খেৰিগীত, মঙ্গল- উৰুলি আৰু ডেকাসকলৰ ঢোল-দগৰৰ নিনাদ, বিহুগীতে এক উৎসৱ মুখৰ পৰিবেশৰ সৃষ্টি কৰে। তাৰ পিছত নিৰ্দিষ্ট

সময়ত ভকতক সেৱা জনাই দৰাই দৰা ধৰা, ছাটি ধৰা, যাঠি ধৰা, হিলৈ ধৰা, হেংদান ধৰা আদিৰ ৰক্ষণা-বেক্ষণ আৰু ঢোল-দগৰ, নামতি আৰু অন্যান্য দৰাযাত্ৰীসহ আগে-আগে 'গায়ন-বায়ন' লৈ কইনা-ঘৰলৈ যাত্ৰা কৰে। দৰা আৰু দৰা ধৰা উভয়কে একে পোছাকত-মূৰত 'থাকুৰি পাগ', হাত দীঘল 'ছেবিলচোলা', কঁকালৰ নিম্নাংশত ভৰিৰ গোৰোহালৈকে আবৰি থকা ঘাগ্ৰা আৰ্হিৰ 'জামা' আৰু মুখমণ্ডল মূৰৰ পৰা ওলমি পৰা পাতল কাপোৰৰ আবৰণেৰে ঢাকি দিয়া হয়। একেদৰে কইনাকো ন-বস্ত্ৰ, আ-অলঙ্কাৰ, মূৰত ফুলামদৈ জাপি, দীঘল ওৰণিৰে কইনাধৰাসহ সজাই পৰাই তোলে। কইনা-ঘৰৰ পদূলিত কইনা-ঘৰীয়া ডেকাইঁতে দৰাক হেঙাৰ দিয়ে। সেই হেঙাৰ তামোল-পাণৰ শৰাই দি ভাঙে। তাৰ পাছত কইনাৰ মাকে পদূলিত দৰা আদৰে আৰু ভায়েকে ভৰি ধুৱায়। ইতিমধ্যে আগে-আগে যোৱা 'গায়ন-বায়নে' 'ভনিতা' গেলাই ভকতৰ খোলাত ভাগে ভাগে বহাৰ পাছত দৰাই ভকতক আঁঠুলৈ সেৱা জনাই কিছুপৰ ৰভা-তলীতে উপবিষ্ট হৈ ৰয় আৰু সোধ-পোছ হোৱাৰ অন্তত ভকত-বাপুসবৰ আজ্ঞা লৈ শৰাই এখন আগবঢ়াই কইনা-গৃহত প্ৰবেশ কৰে। ভিতৰত দৰা-কইনাক একেলগে বহুৱাই লৈ লগৰীয়াসকলে এইসময়তে বিবিধ জোৰানাম আদি গাই ৰং-তামাচা, হাঁহি-ধেমালি বিনিময় কৰাৰ লগতে দৰাক নামমাত্ৰ হ'লেও জা-জলপান খুওৱাৰ দিহা কৰে। ইয়াৰ পাছত দৰা-কইনা উভয়ে কইনাৰ মাক-পিতাকক সেৱা জনাই বিবাহৰ সম্প্ৰদান কাৰ্যৰ উদ্দেশ্যে একে লগে আহি দৰাধৰা- কইনাধৰাসহ ভকতৰ সমুখত ৰভা-তলীত উপবিষ্ট হয়হি।

সম্প্ৰদান কাৰ্যত থাপনা কৰি থোৱা হয় 'ভাগৱত'। ভাগৱতৰ সাক্ষাতত সেৱা-জাননী, বাৰ-বৈষ্ণৱ স্বৰূপ ভকত আৰু ৰাইজৰ আশীৰ্বাদ আৰু হৰিনাম স্মৰণ— এয়া মূল বস্তু। সেই মৰ্মে দৰা-কইনাক কাষত লৈ মাক-দেউতাকে ভকতৰ ওচৰত মূৰ দোঁৱাই শুভকাৰ্যৰ জাননী দিয়ে আৰু ৰাইজ, বুঢ়া-মেঠাৰ হৈ গাওঁবুঢ়াই সেই শুভ কাৰ্যৰ তথাস্তু জনায়। লগতে 'নামস্মৰণ'সহ দৰা-কইনাৰ নিৰ্বিঘ্নিত সুদীৰ্ঘ জীৱন, সুখ-সমৃদ্ধিৰ বাবে আশীৰ্বাদ দিয়াৰ উপৰিও দেহ-মনৰ শুচিতা, জ্যেষ্ঠ-কনিষ্ঠসকলৰ প্ৰতি কৰণীয়-পালনীয় আদিৰ সম্পৰ্কেও বিবিধ উপদেশ দি যুগ্মজীৱনৰ সাৰ্থকতা উপলব্ধ কৰোৱাই সম্প্ৰদান কাৰ্য সম্পন্ন কৰে। কাৰ্যসিদ্ধিৰ উদ্দেশ্যে তামোল-পাণ আৰু মাহ-প্ৰসাদৰ শৰাই এখনিও ভাগৱত-ভগৱন্তৰ নামত ভাঙি দৰা-কইনাকো নৈবেদ্যৰ ভাগ দিয়া হয়। তাৰ পাছত ভকতৰ পৰা শেষ বিদায় লৈ দৰা-কইনাই গায়ন, বায়ন, ঢোল-দগৰসহ অন্যান্যসকলৰ লগত দৰা-ঘৰলৈ পুনৰ যাত্ৰা কৰে আৰু দৰা-ঘৰত দৰা-কইনাক পদূলিত ভৰি ধুৱাই ভকতৰ ওচৰত বহুৱাই সেৱা কৰোৱাইহে গৃহত প্ৰবেশ কৰিবলৈ দিয়ে। বিয়াৰ তিনিদিনৰ পাছত 'ঘৰ উঠা', তাৰ পাছত 'আঠমঙলা', 'খোবা-খুবী'

খোবা আদি কার্য সমাধা কৰি দুই ঘৰৰ মাজৰ বৈবাহিক সম্পৰ্কক নিৰ্দিষ্ট মৰ্যদালৈ উন্নীত কৰা হয়।

মটক সমাজত ৰীতি সম্পন্নানুযায়ী পতা এনে বিয়া সাতদিন ধৰি নামতী-আয়তী, ঢোল-দগৰেৰে নোৱাই-ধুৱাই অনুষ্ঠিত কৰা প্ৰথা এটাও প্ৰচলিত আছে। বিয়াৰ গতানুগতিক আচাৰ-অনুষ্ঠানখিনিৰ উৰ্দ্ধলৈ উঠাৰ লগতে কলেৱৰ বৃদ্ধি আৰু অতিথি শুশ্ৰূষা-আপ্যায়ন পৰ্বটোও দীঘলীয়া হোৱাৰ বাবে এই বিয়াক 'বৰবিয়া' বোলা হয়। পাচে অত্যন্ত ব্যয়বহুল আৰু শ্ৰম-সময় অধিক ক্ষয় কৰিব লগা হোৱাৰ বাবে 'বৰবিয়া'ৰ প্ৰাদুৰ্ভাব আজিকালি তেনেই নগণ্য, বৰঞ্চ নাই বুলিয়েই কব পাৰি।

শেষত উল্লেখযোগ্য যে মটক সমাজত বিবাহৰ ক্ষেত্ৰত দৰাক কিম্বা কইনাক 'যৌতুক' দিয়াৰ কোনো ধৰণৰ প্ৰথা প্ৰচলিত নাই। অৱশ্যে তাতঁশালখনকে লৈ ব্যৱহাৰিক জীৱনত প্ৰয়োজনীয় লাম-লাকতুখিনি কইনাৰ লগত দি পঠাব পৰাটো পিতৃ-মাতৃৰ কৰ্তব্য। সেইমৰ্মে এইসমাজত কইনাৰ লগত অন্যান্য দুই-এবিধ সম্পদৰ লগতে প্ৰতীক স্বৰূপে ঘৰ মচিবৰবাবে নাওমান মাটি আৰুবাঢ়নি-ঝাৰু এটা দি পঠিওৱাটো আজিও প্ৰচলিত হৈ আছে। গাৰ্হস্থ্য জীৱনত মটক মহিলাৰ বাবে স্বামীগৃহৰ জ্যেষ্ঠসকল সকলো ক্ষেত্ৰতে জ্যেষ্ঠ আৰু মান্যৰ। সেইদৰে কনিষ্ঠসকল ভাতৃ-ভগ্নীৰ মানতুল্য। 'বৰজনাক'(স্বামীৰ ককায়েক)ক সৰ্বদায় অত্যন্ত ভক্তি আৰু মান দি চলাটো মটক সমাজৰ মহিলাৰ ক্ষেত্ৰত সামাজিক আচাৰৰ শৃংখলিত নীতিৰ এক উল্লেখনীয় নিদৰ্শন বুলিয়ে অভিহিত কৰিব পাৰি।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰি থওঁ যে মটক ধৰ্মীয় সম্প্ৰদায় বুলিলে সদ্যহতে পৰিচিত বৃহত্তৰ মায়ামৰা বৈষ্ণৱ শাখাটোত মটককে লৈ মৰাণ, চুতীয়া, আহোম, কলিতা, কায়স্থ, বাহ্মণ, কৈবৰ্ত আদি অসমৰ প্ৰায়বোৰ খিলঞ্জীয়া জনগোষ্ঠীৰ লোকেই আছে। ধৰ্মীয় মতাদৰ্শগত দিশত তেওঁলোক আটায়ে ভক্তি ধৰ্মৰ এক ঈশ্বৰতে একান্তভাবে বিশ্বাসী আৰু সমূহীয়াভাবে সেই মাৰ্গতে ধৰ্মীয় বিশ্বাসসমূহো প্ৰবৰ্তাই আছে যদিও বিয়া-বাৰুৰ ক্ষেত্ৰত এইসকলৰ কোনো কোনোৱে পূৰ্বৰ লোকাচাৰ ভিত্তিক আচাৰ-সংস্কাৰসমূহকে ধৰি ৰখাৰ প্ৰৱণতা এটা আজিও পোষণ কৰি থকা দেখা যায়। যেনে— আহোমসকলৰ কোনো কোনোৱে বিবাহ বিধিত 'চকলং' আৰু সেইদৰে কলিতা, কায়স্থ, বাহ্মণসকলে মন্ত্ৰপূত, অগ্নিক দ্ৰব্যাদি, দান-পূজা কৰি বিবাহ সম্পন্ন কৰে। বৰ্তমান নিবন্ধটি ধৰ্মৰ আশ্ৰয়ত নৃ-মূলীয় মটক জনগোষ্ঠীৰ বিবাহ পদ্ধতিৰ লোকাচাৰখিনিত গুৰুত্ব দিহে যিহেতু প্ৰস্তুত কৰা হৈছে, সেয়েহে অপ্ৰাসঙ্গিক বুলি বিবেচনা কৰিয়েই সেইবোৰৰ আলোচনা ইয়াত উহ্য কৰি ৰখা হ'ল।



# আহোমৰ বিবাহ পদ্ধতি ঃ 'চক্লং'

ড° বীৰেন্দ্ৰ কুমাৰ গোহাঁই

আহোমৰ বিবাহ পদ্ধতি 'চক্লং' এক অনবদ্য সামাজিক অনুষ্ঠান যি আহোমৰ স্বকীয় বিশিষ্টতা প্ৰকাশ কৰে। বিবাহৰ পৱিত্ৰ বন্ধনত আহোমৰ যুৱক-যুৱতী, মুনিহ-তিৰোতা আবদ্ধ হ'বলৈ যাওতে যিসকল লোকে 'চক্লং' বিধিমতে এই পদ্ধতিৰে বিবাহ সম্পন্ন কৰে, তেওঁলোকে এই বিবাহ-অনুষ্ঠানৰ মহত্ব অনুভৱ কৰিব পাৰে আৰু সমগ্ৰ জীৱনত এই 'চক্লং' পদ্ধতিৰ বিবাহৰ উপদেশসমূহ মানি চলিবলৈ অনুপ্ৰাণিত হয়। যিহেতু আহোমসকলৰ মহান দেৱতা 'লেংডন'ৰ বিবাহ 'চক্লং' পদ্ধতিৰে সম্পন্ন হৈছিল বুলি পঁবিত্ৰ ধৰ্মপুথি 'টাই লিট নাং হুনফা'ত বহুলভাৱে লিপিবদ্ধ হৈ আছে। গতিকে সকলো আহোমেই 'চক্লং' অনুষ্ঠানক অতি পৱিত্ৰ অনুষ্ঠান বুলি গণ্য কৰি আহিছে। 'ফা-নুক -লেংডন' স্বৰ্গাধিপতি আৰু সহস্ৰ বজ্ৰৰ অধিকাৰী। দেৱতাসকলৰ ভিতৰত তেখেতৰ স্থান সবাতোতকৈ উৰ্দ্ধত। আহোমসকলৰ ধৰ্মত 'লেংডন'ৰ স্থান অতি উচ্চ। 'লেংডন' দেৱতাই যেতিয়া মুংফি ৰাজ্যৰ অক্কাই ম-হুং দেৱৰ ডাঙৰ জীয়ৰী নাং-হুনফাক বিয়া কৰিবলৈ মন স্থিৰ কৰিলে, তেতিয়া লাউথ্ৰীকে প্ৰমুখ্য কৰি দেৱতা কেইজনক অক্কাই মহুঙৰ ঘৰলৈ নাং হুংফাক খুজিবলৈ পঠায়। অন্যান্য উপহাৰৰ লগতে চকলি ভাৰত আগ আৰু গুৰি কটা তামোল-পাণৰ দুখন শৰাই, দুখন ৰঙা গামোচাৰে ঢাকি লৈ গৈছিল। অক্কাই মহুং আৰু তেওঁৰ পত্নী য়াং চু-মুন-জাঙে তেওঁলোকক আদৰে আৰু ম'হ-গৰুৰ মঙহেৰে ভাত-পানী খুৱাই তেওঁলোকক আগমনৰ উদ্দেশ্য সুধিলে। দুয়ো পক্ষই বিশিষ্ট পণ্ডিতৰ লগত বাহি-যোৰাৰ বিষয়ে আলোচনা কৰি, মিল পাই বিবাহৰ সিদ্ধান্ত গ্ৰহণ কৰে। দৰা-কইনাৰ দীৰ্ঘ জীৱনৰ বাবেও আয়ুস-তোলা(বিকৱন) অনুষ্ঠান সম্পন্ন কৰে আৰু বিবাহৰ বাবে এক শুভ দিন ধাৰ্য্য কৰে। গৃহ-ডাম আৰু ফি(দেৱতা)সকলক ধাৰ্য দিনত শুভ-বিবাহ সম্পন্ন হ'বলৈ পূজা কৰা হয়। তদুপৰি আনুষ্ঠানিক ভোজ-ভাতৰ ব্যৱস্থা কৰা হয়। জ্যেষ্ঠসকলে গোট খাই ন-পুৰুষক সোঁৱৰি উপৰি-পুৰুষক উদ্দেশ্যি পূজা-সেৱা কৰে। কইনাক জ্যেষ্ঠজনে একেলগে আশীৰ্বাদ দিয়ে। সোণালী সূতাৰ সাজ-পাৰত কইনা নাং হুং ফা ৰূপত জিলিকি উঠে। কইনাৰ মাকে নাং হুং ফাক আশীৰ্বাদ আৰু উপদেশ দিয়ে। দৰা-কইনা

উভয়ে যাতে সকলোৱে সৈতে ভাল ব্যৱহাৰ কৰে আৰু কাকো কটু কথা নুশুনায় তাকে উপদেশ দি কইনাক বিদায় দিয়ে। কইনাক সাতজন জ্যেষ্ঠলোকে আগবঢ়াই লৈ যায় আৰু পিছে পিছে দুগৰাকী লিগিৰী, আৰু হাজাৰ হাজাৰ পুৰুষ-মহিলাই লেংডনৰ ৰাজকাৰেঙলৈ আগবাঢ়ি যায়। লেংডনৰ লগত ৰাজকাৰেঙত 'চক্‌লং' বিধি অনুসৰি নাং হুং ফা সুন্দৰীৰ বিবাহ সম্পন্ন হয়। এই বিবাহেই আহোমসকলৰ পাথেয়।

অতীজতে ৰজাৰ ঘৰলৈ কইনা লৈ গৈ বিবাহ দৰাৰ ঘৰতে সম্পন্ন কৰাৰ নিয়ম আছিল। বাকী সকলো আহোমে খোজা-বঢ়া কৰি বিয়া কৰিলে, 'চক্‌লং' পদ্ধতিৰে বিয়া কইনাৰ ঘৰতে অনুষ্ঠিত কৰাৰ নিয়ম। আজিকালি সকলো আহোমেই পৰাপক্ষত 'চক্‌লং' পদ্ধতিৰে বিবাহ সম্পন্ন কৰায়। পলুৱাই নি বিয়া কৰাৰ ক্ষেত্ৰত এই নিয়ম নাখাটে। আহোমৰ 'চক্‌লং' বিবাহত তলত দিয়াৰ দৰে নিয়ম মানি চলিব লাগে।

(১) জোৰণ আৰু টেকেলি দিয়া (২) নোৱনী (৩) ভোজ (৪) ৰিক্‌খ্‌খন বা আয়ুস তোলা উৎসব (৫) দেওবান (দেৱতা-পূজা) উৎসব (৬) আপ্‌-টাং বা ঔষধি স্নান উৎসব (৭) গাঁঠিয়ন খুন্দা উৎসব (৮) দৈয়ন দিয়া (৯) বৰ যাত্ৰা (১০) সুৱাগুৰি তোলা (১১) ৰভা-তলীত বহা (১২) কইনা উলিওৱা (১৩) দৰা-কইনাৰ বংশাৱলী পাঠ (১৪) চক্‌লং উৎসৱ (১৫) হেংদান প্ৰদান (১৬) পুৰোহিত(ম'লুঙ)ৰ আশীৰ্বাদ আৰু বুজনি (১৭) আঙঠি আৰু কটাৰী সলোৱা (১৮) পঞ্চামৃত ভোজন (১৯) কড়ি খেলা (২০) পঞ্চ দেৱতা প্ৰাৰ্থনা আৰু যুগ্ম-জীৱন যাপন।

চমুকৈ এই নিয়মসমূহৰ বিষয়ে আলোচনা কৰা হৈছে—

### (১) *জোৰণ ঃ*

কইনাৰ আৱশ্যকীয় সাজ-পোছাক ইত্যাদি দৰাৰ ঘৰৰ পৰা বিয়াৰ ৩, ৫, ৭ দিনৰ দিনা সাধ্য অনুযায়ী পঠিওৱা হয়। দুটা মাটিৰ টেকেলি, আম-ডালি, মাটিমাহ আৰু হালধি আদিও আনে। ৰূপৰ টেমী-কটাৰী আৰু তামোল-পাণ গামোচাত অনা হয়। দৰাৰ মাক আৰু অন্যান্য মহিলা লগতে দুই তিনিজন বা তাতোধিক পুৰুষ কইনাৰ ঘৰলৈ গৈ প্ৰথমতে কইনা উলিওৱাৰ পিছত পাটী পাৰি বহুৱাই দৰাৰ ঘৰৰ মহিলাই কাপোৰ-কানি পিন্ধাই, আ-অলংকাৰ পিন্ধাই চুলিত তেল দি ফণিৰে আঁচুৰি ৰূপৰ তামোল আৰু সোণৰ আঙঠি থৈ জোৰণৰ নাম গাই উৰুলি দিয়ে। কইনাক বিয়াৰ দিনা মাহ-হালধিৰে গা-ধুৱাবৰ কাৰণে দৰা-ঘৰৰ পৰা জোৰণৰ লগত পঠাই দিয়ে আৰু সেই বস্তু মাটিৰ টেকেলিত ৰাখি থ'ব লাগে। সেইদৰে কইনাৰ ঘৰৰ পৰাও মাহ-হালধি আৰু সৰিয়হ তেল, তামোল-পাণ আদি জোৰণ দিবলৈ অহা আত্মীয়জনৰ হাতত দৰাৰ ঘৰলৈ পঠায়। দৰাকো এই মাহ-হালধি তেলেৰে সৈতে নোৱাৰ আৰু নোওৱাৰ পিছত মিঠাতেল গাত ঘঁহিব লাগে।

দৰা আৰু কইনা উভয়ে এই টেমি-কটাৰী বিবাহ কাৰ্য শেষ নোহোৱা পৰ্যন্ত হাতত ৰাখিব লাগিব।

(২) *নোৱনি ঃ*

দৰা-কইনা নোওৱাৰ বাবে বিভিন্ন ৰঙী বাঁহৰ বেই সজা হয়। বেইৰ টুপত এটা কলডিল আৰু চৰাইৰ প্ৰতিকৃতি থোৱা হয়। বেইৰ মূল ভেটি তিনি ঢাপ ওখ কৰি কলপটুৱাৰে বৈ মাটিৰে ঢাকি দিব লাগে। বেই সজাৰ আগতে তাৰ তলত এটা কুকুৰাৰ কণী, এটা বেজী, এখন কাচি, তামোল-পাণ আৰু এটা তামৰ পইচা পুতি থ'ব লাগে।

মহিলাসকলে ঘাটৰ পৰা নোওৱাৰ পানী কলহত আনে। ঘৰৰ সমুখৰ চালত অলপ অলপকৈ তিনিবাৰ ঢালিব লাগে। নোওৱাৰ বাবে মাহ-হালধি মিহিকৈ বটি লৈ অলপ মিঠাতেল সানি লৈ দৰা বা কইনাৰ গাত সানে। কলচিৰ পৰা পানী ঢালি তাৰ পিছতহে অন্য পানী ঢালিব পাৰি। পানী তুলিবলৈ লৈ যোৱা দুলড়ী নোওৱাৰ সময়ত দৰা বা কইনাৰ সমুখত আগতে থৈ লয়।

(৩) *ন-পুৰুষৰ ভোজ ঃ*

বিয়াৰ দুই-চাৰিদিন আগত কইনাৰ ঘৰত জোৰণ দিয়াৰ পিছত দৰা-কইনাৰ উভয় ঘৰতে প্ৰথম মাংগলিক কৰ্ম হিচাপে ন-পুৰুষক উদ্দেশ্যি ভোজ-ভাত খুৱায়। পণ্ডিত-পুৰোহিত, জ্ঞাতি-বৰ্গক মাতি, নজনা উপৰিপুৰুষ দেৱতাৰ নিমিত্তে উচ্ছৰ্গা কৰা এই ভোজ খাবলৈ লোৱাৰ আগতে দৰা আৰু কইনাই ৰাইজৰ আগত তামোল-পাণৰ শৰাই আগবঢ়াই সেৱা কৰি ৰাইজৰ আশীৰ্বাদ লয়।

(৪) *বিক্‌খন বা আয়ুস তোলা অনুষ্ঠান ঃ*

দুই-তিনিজন ম'লুঙ(পুৰোহিত)এ একোখন জাকৈ লৈ ওচৰৰ পুখুৰী, নৈ বা বিলৰ পাৰত তামোল-পাণ, কণী, চাউল আদি দি 'খাও-খাম '(জলদেৱতা)ক মন্ত্ৰপাঠ কৰি পূজা কৰে আৰু দৰা বা কইনাৰ পৰমায়ু(আয়ুস) তোলে। পুৰোহিত কেইজনে যি মাছ জাকৈ মাৰি পায় তাক টোপোলা বান্ধি আনি দৰা বা কইনাৰ মূৰত থৈ 'চাও নুৰু চাও কাও ঐ' বুলি প্ৰাৰ্থনা গাই দৰা বা কইনাৰ দীৰ্ঘায়ু কামনা কৰে। পিছত সেই মাছ ৰান্ধি দৰা বা কইনাক খুৱায়।

(৫) *দেওবান উৎসৱ ঃ*

বিয়াৰ আগদিনা দৰা আৰু কইনা দুয়ো ঘৰতে দেওবান কৰিব লাগে। এই দেওবানত আহোমৰ দেৱতা 'লেংদন, লাংকুৰী, লাৰেং, জান-ছাই-হুং, জা-চিংফা'ক তামোল-পাণৰ শৰাই আগবঢ়াই আৰাধনা কৰিব লাগে। দৰা-ঘৰৰ পৰা কইনাৰ ঘৰলৈ সাতটা কল-পটুৱাৰে সজা দোণত আগ গুৰি কটা তামোল-পাণ ভৰাই পঠাব লাগে

আৰু কইনাৰ ঘৰত দেওবান কৰোতে সেই দোণ্ডত তামোল-পাণ কেইটাৰ উপৰিও কণী বাৰটা, অলপ আৰৈ চাউল, অলপ সাজ-পানী বা মৌ, সাজ বস্তু, ছিংকাৰা ফুল আৰু বাৰখন থুৱিয়া তামোলেৰে ম'লুঙে(পুৰোহিতে) মন্ত্ৰপাঠ কৰি উপাসনা কৰিব। মৃতকৰ কাৰণে শৰাই দিব লাগে। ম'লুঙে সাতখন কল-পটুৱাৰ দোণ্ডত উপাচাৰ দ্ৰব্য দি দেওবান মন্ত্ৰ মাতে।

(৬) *আপ্ তাং :*

মন্ত্ৰপূত ঔষধ মিহলি পানীৰে দৰা বা কইনাই গা ধুব। গা-ধোওতে এখন চালনীৰ ওপৰত উঠি লৈ এজোপা ডাল-পাত থকা ভেৰণ গছলৈ চাই 'আও ফ্ৰ আও ট্ৰা আলং' নামলৈ পানী মূৰত ঢালিব লাগে। গা-ধোৱাৰ পিছত নতুন সাজ পিন্ধিব লাগে আৰু হাতত কাচি লৈ তিনি খোজ পিছুহুহকি ফ্ৰা-ট্ৰা নামলৈ তিনিটা আঁক মাৰি গুচি আহিব লাগে। "আজিৰ পৰা বিপদ-আপদ এই আঁক পাৰ হৈ নাহিবা" বুলি কব লাগে। শেষত পাঁচজন, সাতজন বা ন জন পূজনীয় লোকক জা-জলপান খুৱাই দৰাই/কইনাই সেৱা জনায়।

(৭) *গাঁঠিয়ন খুন্দা :*

চক্লং বিবাহৰ দ্বিতীয় দিনা ৰাতি বৃদ্ধা, মহিলা, জীয়ৰী, বোৱাৰীয়ে দৰা বা কইনাৰ মূৰত তেল দিয়ে। মাকৰ সৈতে পাঁচ গৰাকী বা সাত গৰাকী মহিলাই দৰা আৰু কইনাৰ মূৰৰ ওপৰত এখন কাপোৰ ধৰি গাঁঠিয়নৰ শিপা খুন্দে। খুন্দাৰ পাছত দৰাৰ/কইনাৰ কপালত ফোঁট এটি দিয়ে।

(৮) *দৈয়ন দিয়া :*

বিবাহৰ দিনা ৰাতিপুৱা দৰা-কইনাৰ মাকে বা সম্পৰ্কীয় মহিলাই দুহাতে দুখিলা পাণ লৈ গাখীৰত জুবুৰিয়াই দৰাৰ/কইনাৰ মুখ, বাহু, আঁঠু আৰু ভৰিত তিনিবাৰকৈ লগায়। আয়তীসকলে দৈয়নৰ নাম গায়।

(৯) *দৰাৰ কইনা - ঘৰলৈ যাত্ৰা :*

নোওবাৰ পিছত দৰাক সাজ-পাৰ পিন্ধাই সমাজত বহুৱাই ৰাইজৰ আশীৰ্বাদ লোৱায়। আইতাসকলে কইনাৰ ঘৰলৈ দৰা যাত্ৰা কৰাৰ নাম গায়। সমাজত পিতৃ-মাতৃ, পূজ্যজনক দৰাই সেৱা কৰি ৰাইজৰ সেৱা লৈ জাতি-বৰ্গ, ইষ্ট-কুটুমৰ সৈতে দৰা কইনাৰ ঘৰলৈ যাত্ৰা কৰে। ধুতী, কামিজ বা চাপ্কন চোলা, গাত চাদৰ, হাতত ৰুমাল, কান্ধত গামোচা, মূৰত পাগুৰি পিন্ধি দৰা আগবাঢ়ে। লগত দৰাৰ বন্ধুবৰ্গৰ হাতত ছাতি আৰু যাৱতীয় বস্তু; লগৰীয়াৰ হাতত শৰাই, তামোল-পাণ ইত্যাদি থাকে।

## (১০) *সুৰাগুৰি তোলা :*

কইনাৰ ঘৰৰ পদূলি মুৰ পালেই কইনাৰ মাক আৰু মহিলাসকলে সুৰাগুৰি তোলে। সাধাৰণতে পদূলিৰ মুৰত কল পুলি পোতা হয়। কইনাৰ ওচৰৰ পৰা দুলড়ী আৰু চাকি লৈ দৰাক ভৰি ধুৱাবলৈ পীৰা আৰু পানী এলোটা 'অনা হয়। মহিলাসকলে কইনাৰ মাকক আঁৰ কাপোৰ দি ধৰি আনে। দৰাৰ ওচৰ পাওঁতেই কপোৰখন গুচাই দিয়ে। কইনাৰ সম্পৰ্কীয় সৰু ছোৱালী এজনীয়ে পীৰাখন পাৰি দৰাক ভৰি ধুৱায়। দৰাই ভৰি ধুৱাই দিয়া সৰু ছোৱালীজনীক পাণ-তামোলৰ টোপোলা আৰু টকা উপহাৰ দিয়ে। আঁৰ কাপোৰ আঁতৰাই কইনাৰ মাকে দৰাৰ দুয়োখন গালত চুমা খাই ৰভা তলিলৈ আদৰি আনে।

## (১১) *ৰভা- তলিত চক্‌লংৰ মণ্ডপৰ সমুখত বহা :*

চক্‌লঙৰ বেদীটো সাতোটা ৰঙেৰে এপাহি পদুমফুলৰ আকৃতিৰে সজা হয়। এই পদুমফুলৰ আকৃতি জ্যামিতিক আকাৰত ভাগ কৰি ১০১ গছ মিঠাতেলৰ চাকি জ্বলায়। সাধাৰণতে বেদী বা মড়ল তৈয়াৰ কৰোতে বেদীখন ১ বা ২ ইঞ্চি মান ওখ ৬১ ইঞ্চি ব্যাসৰ হ'লে ভাল হয়। মড়লখন কাঠৰ গুড়ি বা বালিৰে বনালে ভাল হয়। ১০১ গছ মিঠাতেলৰ চাকি জ্বলায়। সমুখত দৰাক বহুৱায়।

## (১৩) *কইনাক ৰভা - তলিলৈ অনা :*

কইনাক ৰভা-তললৈ উলিয়াই দিবৰ বাবে দৰাৰ ঘৰৰ পৰা এখনি শৰাই কইনা-ঘৰৰ নামতীসকলক উদ্দেশ্যি আগবঢ়ায়। কইনাৰ ঘৰৰ গাভৰুসকলে কইনাক ৰভাৰ তললৈ দাঙি আনি মড়লৰ ওচৰত দৰাৰ বাওঁহাতে থোৱা আসনত বহিবলৈ দিয়ে। কইনাই আসন পোৱাৰ লগে লগে দৰাই নিজ আসনত থিয় হয় আৰু দৰা-ঘৰৰ মানুহে দৰাই ছোৱালী দেখা নোপোৱাৰ বাবে আঁৰ কাপোৰ তৰে। ইয়াৰ পিছত পুৰোহিতে আঁৰ কাপোৰ গুচাবলৈ নিৰ্দেশ দি দৰা-কইনাক বহিবলৈ কয়। দৰা-কইনাই ৰাইজলৈ হাত যোৰ কৰি মুৰ দোঁৱায় আৰু পুৰোহিত/ৰাইজে আশীৰ্বাদ দিয়ে। ৰাইজে "অ ফুৰা অ তাৰা" বুলি জয়ধ্বনি দিয়ে আৰু পুৰোহিতে আশীৰ্বাদ দিয়ে।

তাৰ পিছত দৰা-কইনাৰ সাত পুৰুষৰ বুৰঞ্জী বৰ্ণনা কৰে। এনেদৰে দৰা-কইনাৰ উভয়ৰে বংশৰ কথা জানে।

## (১৪) *চক্‌লং অনুষ্ঠান :*

ইয়াৰ পিছত টাই ভাষাত আৰু লগতে অসমীয়া ভাঙনিৰে বিবাহৰ মাংগলিক কাৰ্য্য আৰম্ভ হয়।

কইনাৰ পিতৃ-বা জ্যেষ্ঠ আত্মীয়ই পুৰোহিতলৈ শৰাই আগবঢ়াই কয় : "হে গুৰুদেৱ! আজি মোৰ জীয়ৰী/ভনী(ইত্যাদি) শ্ৰীমতী........ক শ্ৰীমান....... বোপাৰ লগত

চক্লং বিধিমতে সম্প্রদান কৰিবলৈ আপোনাক এই দানসহ পুৰোহিতৰূপে বৰণ কৰিলো। অনুগ্ৰহ কৰি কাম সম্পূৰ্ণ কৰে যেন।"

শৰাই গ্ৰহণ কৰি পুৰোহিতে কয়ঃ "বাইজ আৰু কন্যাদাতা। আজি মই শ্ৰীযুত.... কন্যাদাতাৰ অনুৰোধমতে চক্লংৰ মাংগলিক কামৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিলো।"

দৰা-কইনাই সেৱা কৰে আৰু বাইজে আশীৰ্বাদ দিয়ে।

পূজাৰীয়ে টাই ভাষাত মন্ত্ৰ গায় আৰু দৰাই স্তুতি কৰি হাতত ফুল আৰু চাউল লৈ গায়ঃ "হে পৰমেশ্বৰ! আজি আমাৰ শুভ বিবাহ মংগলময় কৰক।" দৰাই মড়লৈ ফুল-চাউল ছটিয়ায় আৰু আয়তীসকলে উৰুলি দিয়ে। কইনাদাতাই মড়লৈ চাই প্ৰাৰ্থনা কৰেঃ "হে পৰমেশ্বৰ! এই কন্যাটিক মই দৰাৰ হাতত অৰ্পণ কৰিছো।"

কইনাদাতাই দৰাৰ সোঁহাত নিজৰ সোঁহাতে আৰু তেওঁৰ বাওঁহাতে কইনাৰ সোঁহাতত ধৰি বা দৰাৰ সোঁহাতৰ বুঢ়া আঙুলিৰ ওপৰত কইনাৰ সোঁহাতৰ বুঢ়া আঙুলি ৰাখি কয়ঃ

"হে পৰমেশ্বৰ! তোমাক সাখী কৰি আজি মোৰ জীক/ভনীক দৰাৰ হাতত অৰ্পণ কৰিলো। সদায় ৰক্ষা কৰিবা।"

দৰাই তেতিয়া কয়, "আপোনাৰ দান অতি সাদৰেৰে গ্ৰহণ কৰিলো। মই এওঁক অতি সাদৰেৰে ৰাখিম।" কইনাই তেতিয়া ১০১ পাহ ফুলেৰে গঁঠা মালা এধাৰ দৰাক পিন্ধাবলৈ এনেদৰে কয়।

"হে বঙহৰ দেও, মোৰ অন্তৰৰ ১০১ টি ভাবেৰে ১০১ কোটি দেৱতাৰ নামত ফুলেৰে গঁঠা এই মালাধাৰেৰে আপোনাক স্বামীৰূপে বৰণ কৰিলো।"

মালা পিন্ধাই কইনাই দৰাক সেৱা জনাব। আয়তীসকলে উৰুলি দি দৰা-কইনাৰ মূৰত ফুল ছটিয়াব। পুৰোহিতে আশীৰ্বাদ দিব।

দৰাইয়ো ১০১ পাহ ফুলৰ মালা পিন্ধাই "তোমাক অৰ্দ্ধাঙ্গিনী আৰু সহধৰ্ম্মিণীৰূপে গ্ৰহণ কৰিলো" বুলি ক'ব। আয়তীসকলে উৰুলি দি দৰা-কইনাৰ মূৰত ফুল ছটিয়াব আৰু পুৰোহিতে আশীৰ্বাদ দিব।

দৰা-কইনাই সেৱা জনাব আৰু সমজুৱাসকলে জয়ধ্বনি দিব। দৰা-কইনাই হাতত ফুল আৰু চাউল লৈ ভগৱানক মন্ত্ৰ মাতি প্ৰাৰ্থনা জনাব।

"হে পৰমেশ্বৰ! হে লেংদন! তুমি সবাতোকৈ শ্ৰেষ্ঠ আৰু ডাঙৰ। তুমি বৰ পবিত্ৰ আৰু তোমাক স্মৰণ কৰিলে পবিত্ৰ হয়। তুমি সকলোৰে গৰাকী আৰু দাতা। ...... আমাৰ দুয়োৰে মিলন কল্যাণ হ'বলৈ কৃপা কৰা।" দৰা-কইনাই ফুল আৰু চাউলৰ অঞ্জলি মড়লৰ মাজৰ চাকিলৈ ছটিয়ায় দিব। আয়তীসকলে উৰুলি দিয়ে আৰু দৰা-কইনাৰ মূৰত পুষ্পবৃষ্টি কৰে।

(১৫) *হেংদান প্ৰদান :*

কন্যাদাতাই হাতত হেংদান দি কয়, "এই হেংদানেৰে নিজৰ দেশ, নিজৰ পুত্ৰ-পৰিবাৰ, ঐশ্বৰ্য্য আদি ৰক্ষা কৰিবলৈ সমৰ্থবান হোৱা।" দৰাই হেংদান গ্ৰহণ কৰি কয়, "মই নিজ জাতিৰ বুৰঞ্জী অধ্যয়ন কৰিম আৰু জাতিৰ গৌৰৱ আৰু মান-সন্মান ৰক্ষা কৰিম। হাতত এই হেংদান লৈ প্ৰতিজ্ঞা কৰি কৈছো, মই জাতি, ধৰ্ম আৰু দেশ ৰক্ষা কৰিম।" তেতিয়া কইনাই এখনি কৱচ টঙালি বস্ত্ৰ দৰালৈ আগবঢ়াই দি কয়, "হে বগুহৰ দেউ, এই বস্ত্ৰ অক্ষয় কৱচ স্বৰূপে পৰিধান কৰি তুমি অজেয় হোৱা।"

দৰাই বস্ত্ৰ গ্ৰহণ কৰি কয়, "এই বস্ত্ৰৰে টঙালি বান্ধি শত্ৰুক জয় কৰিবলৈ, ৰাজ্য আৰু ধৰ্ম ৰক্ষা কৰিবলৈ দৃঢ় প্ৰতিজ্ঞা কৰিলো।"

(১৬) *পুৰোহিতৰ বুজনি :*

তেতিয়া পুৰোহিতে দৰা-কইনাক গাৰ্হস্থ্য জীৱন কিদৰে অতিবাহিত কৰিব লাগে, সেই বিষয়ে উপদেশ দিব। এইদৰে বুজনি দিওঁতে এখন পাটৰ কমালত এটোপোলা-কড়ি বান্ধি লৈ দৰা-কইনাৰ ওচৰত জোকাৰি-জোকাৰি কথাবোৰ বুজায়।

(১৭) *আঙঠি লুকোৱা :*

চক্লং সমাপ্ত হোৱাৰ পিছত দৰা-কইনাক ৰভা-তলিৰ পৰা ভিতৰলৈ নিয়া হয়। ভিতৰত দুয়োকে পাটী পাৰি দুলনী চাউলত আঙঠি লুকুৱাই বিচাৰিবলৈ দিয়া হয়। এই ধৰণেৰে ৰং ধেমালি কৰে।

(১৮) *পঞ্চামৃত আৰু পৰমান্ন ভোজন :*

তাৰ পিছত কইনাই মাইহাঙৰ পৰা আখৈ, পিঠা, পৰমান্ন, পঞ্চামৃত অলপ অলপকৈ হাতেৰে দৰাৰ মুখত তিনিবাৰকৈ দিয়ে। প্ৰতিবাৰেই দৰাক লোটাৰ পানীৰে মুখ ধুৱায়, দাঁত খৰকিয়াবলৈ দিয়ে, একোখনকৈ থুৰিয়া তামোলো খুৱায়। দৰাইয়ো তেনেদৰে খুৱায়।

ইয়াৰ পিছত দৰা-কইনাই কড়ি খেলে। ইয়াৰ পিছত বিয়াৰ লগ্ন-গাঁঠি মোকোলায়।

ইয়াৰ পিছত দৰা-কইনাই দৰাৰ ঘৰলৈ যাত্ৰা কৰে। দৰাৰ ঘৰ আহি পোৱাত পদূলি মুৰত ৰয় আৰু দৰা-কইনাক পদূলি মুৰত আদৰণি জনায়। আদৰ-সাদৰ কৰি কইনাক ঘৰৰ ভিতৰলৈ নিয়ে।

এনেদৰে চক্লং বিবাহৰ সমাপ্তি ঘটে।



# আহোমৰ বিবাহ পদ্ধতি ঃ চকলং

ভুবন বি চেতিয়া

'চক্লং' হৈছে আহোম সম্প্ৰদায়ৰ পবিত্ৰ বিবাহ পদ্ধতি। অৱশ্যে 'চক্লং' শব্দটো মড়লত ১০১ খন চাকি জ্বলোৱাতে সীমাবদ্ধ নহয়, বৰঞ্চ আহোমসকলৰ বিবাহৰ সকলো কাৰ্যকে সামৰি লোৱা হয়। আহোম স্বৰ্গদেউসকলে বিয়াত ন দিন পৰ্যন্ত পানী তুলিছিল। পৰৱৰ্তী সময়ত এই নিয়ম সাত, পাঁচ আৰু তিনিদিন পৰ্যন্ত কমি আহে। তিনিদিনীয়া বিয়াৰ প্ৰথম দিনা জোৰোণ দিয়া, দ্বিতীয় দিনা গাঁঠিয়ন খুন্দা, তৃতীয় দিনা দৰা-কইনাৰ বিবাহৰ কাম 'চক্লং' হয়। ঠাই বিশেষে বৰ্তমান তিনিদিনীয়া বিয়া একে দিনাই সমাপন হয়।

***বিয়াৰ নিমন্ত্ৰণ ঃ***

বিবাহৰ দিন ঠিক হোৱাৰ পিছত বিয়ালৈ নিজৰ পৰিয়ালবৰ্গ, সম্বন্ধীয় লোক আৰু পৰিচিত লোকক নিমন্ত্ৰণ জনোৱাটো ৰজাসকলৰ দিনৰে পৰা প্ৰচলিত প্ৰথা। প্ৰত্যেককে পাণ-তামোলৰ শৰাইত— শৰাই ঢকা মাননি কাপোৰ দি নিমন্ত্ৰণ জনোৱা হয়। বৰ্তমান পাণ-তামোলৰ শৰাইৰ পৰিবৰ্তে বিয়াৰ নিমন্ত্ৰণী পত্ৰ দিয়া হয়।

***পদূলিৰ কলপুলি, নোৱনি বেই ঃ***

ঘৰৰ পদূলিত এযোৰ কল পুলি পুতি দিয়া হয়। পাণ, আমপাত, আইঁত পাত, আদি সূতাৰে গাঁঠি কল পুলি দুটাত ওখকৈ বান্ধি দিয়া হয়। ইয়াৰ তলেদিয়েই মানুহৰ অহা-যোৱা হয়। পদূলি মুখত এনে ধৰণৰ কল পুলিৰ গেটে অসমীয়া মানুহৰ মনলৈ মংগলজনক কামৰ আৰম্ভণীৰ খবৰ দিয়ে। নোৱনি-বেইখন হ'ল দৰা বা কইনাক গা-ধুৱাবৰ বাবে চাৰিটা কলপুলিৰে মণিকূটৰ দৰে বনোৱা ভজ্ঞ। ইয়াত দৰা বা কইনা বহিবৰ বাবেও কলৰ মদুনাই ব্যৱহাৰ কৰা হয়।

***চক্লংৰ মড়ল সজা ঃ***

বিয়াৰ দিনা কইনাৰ ঘৰৰ ৰভা-তলত এক নিৰ্দিষ্ট স্থানত চক্লংৰ বাবে মড়ল সজা হয়। এই মড়ল দুটি আকাৰত সজোৱা হয়— সৌৰজগত আৰু পদুম ফুলৰ আৰ্হিত। মড়লত আকাশৰ ৰামধেনুৰ সাতটা ৰঙৰ প্ৰলেপ দিয়া হয় আৰু এশ এখন

চাকি নিৰ্দিষ্ট ঠাইত সজোৱা হয়। মড়লৰ ওচৰত ম'লুঙ অৰ্থাৎ পুৰোহিত আৰু দৰা-কইনা বহাৰ বাবে নিৰ্দিষ্ট স্থান ৰখা হয়। চক্লং বিয়া সম্পূৰ্ণ কৰাৰ আগেয়ে ন-পুৰুষৰ চাউল খোৱা, দেওবান কৰা, বিক্‌খন বা আয়ুসতোলা, পানী তোলা, নোৱনি আৰু আপ্‌তাৰ বা গা-ধুওৱা আদি আনুষঙ্গিক কামসমূহ সমাপন কৰা হয়। আহোমসকলে ন জন উপৰি পুৰুষলৈকে স্মৰণ কৰে বা 'চাওলুং ছু-কাফা'ৰ লগত অহা সাতটা ফৈদ বা খেল আৰু পিছলৈ ন টা ফৈদৰ প্ৰতি স্মৰণ কৰি ভোজ দিয়া হয়। দৰা-কইনাই যাতে পূৰ্ব-পুৰুষসকলৰ পৰা আশীৰ্বাদ পায়, সেই উদ্দেশ্যেই চাউল খোৱা পতা হয়। মূল বিয়া অৰ্থাৎ চক্লংৰ আগদিনা দেওবান কৰ্ম সমাপন কৰা হয়। দেওবানত আহোমসকলৰ দেৱ-দেৱী লাংকুৰি, জান-ছাই হুংলী-ৰেং লেং দন জা-চিংফা' আদিক পূজা কৰি দৰা-কইনাৰ মঙ্গলাৰ্থে আশীৰ্বাদ বিচৰা হয়। দৰা-ঘৰৰ পৰা পঠোৱা পাণ-তামোলৰ শৰাই, চাউল, কণী, সাজ, চিংকাৰা, ফুল আদিৰে কইনা-ঘৰত দেওবান কৰা হয়। বিক্‌খন্ বা আয়ুস তোলা আন এক নিয়ম। চক্লং কৰাৰ আগেয়ে বিক্‌খন্ কৰা হয়। দুজন বা তিনিজন ম'লুঙে নদী অথবা পুখুৰীত তামোল-পাণ, কুকুৰাৰ কণী, ফুল, আদি উছৰ্গা কৰি জলদেৱতা 'খাওখাম'ক পূজা কৰে। তাৰ পিছতে জাকৈ বাই মাছ ধৰি আনি সেই মাছ কলপাত বা কৌ-পাতত বান্ধি দৰা-কইনাৰ শোৱা ঠাইৰ মূৰৰ ওচৰত ৰখা হয়। পিছদিনা পুৱাতেই এই মাছ বান্ধি দৰা-কইনাক খাবলৈ দিয়া হয়।

*পানী তোলা, নোৱনি আৰু আপতাং :*

দৰা-কইনাৰ মাকে লগত দুণৰি লৈ মহিলা আৰু গাভৰু ছোৱালীক লগতলৈ ঢোলে-দগৰে, গায়নে-বায়নেৰে বোৰতী নদীত পানী তুলিবলৈ যায়। পানী তুলি অহাৰ পিছত বেইৰ তলত বহুৱাই নোৱাবলৈ ধৰে। নোৱনিৰ সামগ্ৰী সমূহ গুড়িকড়া, মাহ-চাউল, হালধি, মিঠাতেল।

নোওৱাৰ পিছত নদীৰ পৰা অনা পানীৰে গা-ধুৱায়। আপতাং হ'ল পানী কটা মন্ত্ৰৰে শোধিত সৰ্ব ঔষধ মিহলি পানীৰে দৰা-কইনাক গা ধুওৱা। গা-ধোৱা পানীত ব্ৰজ শিল, ব্ৰজ কুঠাৰ, বাঘদাঁত, বৰা গাহৰিৰ দাঁত, বান হুং, বান কা লুং, পানী কাঁইট, গৰুকণীয়া, তিনিমূৰীয়া কেছুমূলা, কলীয়া হালধি, সোণবৰিয়াল, তংলতি, চিংকাৰা, ফুল, উধান মাটি আৰু অষ্টধাতু— সোণ, ৰূপ, তাম, ৰাং, পিতল, লো, তীখা, আৰু সীহ আদি ঔষধ জাতীয় সামগ্ৰী মিহলোৱা হয়। বেইৰ তলত এখন চালনীৰ ওপৰত উঠি ওচৰত ডালে-পাতে ভৰপুৰ এজোপা গছলৈ চাই ঈশ্বৰক চিন্তা কৰি পানী ঢালিব লাগে। গা-ধোৱাৰ পিছত এখন কাচি হাতত লৈ তিনিটা আঁক মাৰি গুচি আহিব লাগে আৰু লগতে আজিৰ পৰা কোনো বিপদ আপদ আঁক পাৰ হৈ গালৈ নাহিবা বুলি ক'ব লাগে।

*গাঁঠিয়ন খুন্দা ঃ*

পানী তোলাৰ দিনা ৰাতিলৈ গাঁঠিয়ন খুন্দা হয়। ৰাতি দৰা বা কইনাক নোওৱাৰ পিছত ৰভা-তলত বহুৱাই তিৰোতাসকলে আগুৰি লৈ এই গাঁঠিয়ন খুন্দা কাম কৰে। গাঁঠিয়ন নামৰ এবিধ গছ আছে। এই গছৰ শিপা ধুই চাফা কৰি শিল বা পতাত খুন্দি পিঠাগুড়ি কৰি 'লেও' বনাই তাৰে দৰা বা কইনাক কপালত দিয়া হয়। এই কৰ্ম কৰোতে মহিলাসকলে দৰা/কইনাক আঁৰ কাপোৰেৰে আগুৰি ধৰি গাঁঠিয়ন খুন্দা গীত গায়। গাঁঠিয়নৰ 'লেই' এবিধ সুগন্ধিযুক্ত বস্তু। ই ৰোগ প্ৰতিষেধকো হ'ব পাৰে। আহোম ৰজাসকলৰ এই কাৰ্যই উদ্ভিদ জগতৰ স'তে বিশেষ জ্ঞান থকা বুলি ধাৰণা কৰিব পাৰি। গাঁঠিয়ন খুন্দাৰ পিছত উপস্থিত লোকসকলৰ মাজত হাস্যৰসৰ কথা-বতৰা পতা হয়। ইয়াৰ যোগেদি দৰা/কইনাক ভৱিষ্যতৰ যুগ্মজীৱনৰ উপদেশ দিয়া হয়।

*দৈয়ন দিয়া ঃ*

মূল বিয়াৰ দিনা ৰাতিপুৱাই দৈয়ন দিয়া হয়। দৈয়ন হৈছে দুহাতে দুখিলা পাণ লৈ দৈ গাখীৰত জুবুৰিয়াই দৰা বা কইনাৰ গালত তিনিবাৰ লগাব লাগে। আয়তীসকলে এই কৰ্মত উৰুলি দিয়ে। দৈয়ন দিয়া কৰ্ম কৰে দৰা/কইনাৰ মাক নাইবা পানী তোলা দুৰুণ বা টেকেলি নিয়া ওচৰৰ সম্বন্ধীয়া মহিলাই।

*মূল বিয়া ঃ মড়ল চক্‌লং ঃ*

চক্‌লং বিয়াৰ দিনাও পানী তোলাৰ পিছত দৰা বা কইনাক নোওৱা হয়। কইনা-ঘৰৰ পদূলি মূৰত তোৰণত কইনাৰ মাকে দুৰুণ লৈ দৰাক আদৰিব। ইয়াকে সুৱাগুৰি তোলা বুলি কোৱা হয়। ইয়াৰ পিছতে চক্‌লং কৰিব লগা ঠাই মড়লৰ ওচৰত নিৰ্দিষ্ট স্থানত দৰাক বহিবলৈ দিয়া হয়। মড়লৰ সকলো চাকি, ধূপ-জ্বলাই চৌদিশে পৱিত্ৰ আৰু গাম্ভীৰ্যপূৰ্ণ কৰি তোলাৰ পিছত পৰিয়ালৰ আপোন এজনে কইনাক ভিতৰৰ পৰা দাঙি আনি দৰাৰ ওচৰত বহুওৱা হয়। কইনাই ৰাইজক সেৱা কৰাৰ পিছতে মড়ললৈ সেৱা জনায়। কইনা আৰু ম'লুঙৰ মাজত কন্যা সম্প্ৰদান কৰা অভিভাৱকক বহুওৱা হয়। দৰা-কইনা মড়লৰ ওচৰত বহাৰ লগে লগে ম'লুঙে চক্‌লংৰ কাম আৰম্ভ কৰে।

*হেংদাং প্ৰদান ঃ*

মূল বিয়াৰ দিনাই কইনাই দৰাক হেংদাং প্ৰদান কৰে। দুই হাতে কইনাই দৰাৰ ফালে হেংদাং আগবঢ়াই দি কব— "এই হেংদাঙেৰে নিজৰ দেশ, পুত্ৰ-পৰিবাৰ, ঐশ্বৰ্য্য আদি ৰক্ষা কৰিবলৈ সমৰ্থ হওঁক'। ইয়াৰ পিছতে দৰাই হেংদাং গ্ৰহণ কৰে আৰু হেংদাং হাতত লৈ কয় "এই হেংদাং হাতত লৈ সমুখত প্ৰজ্বলিত মড়ল, ধৰ্ম

আৰু আপোনালোক সকলোকে সাক্ষী কৰি মই নিজ দেশ, ধৰ্ম আৰু পুত্ৰ-ঐশ্বৰ্য্য আদি ৰক্ষা কৰিবলৈ দৃঢ় প্ৰতিজ্ঞা কৰিলো।"

***কৱচ - কাপোৰ, বস্ত্ৰ প্ৰদান ঃ***

কইনাই দুহাতেৰে কৱচ-কাপোৰ হাতত লৈ দৰালৈ আগবঢ়ায়, আৰু কয় "হে বঙহৰদেউ, এই বস্ত্ৰ অক্ষয় কৱচ স্বৰূপে পৰিধান কৰি আপুনি অজেয় হওঁক।"

দৰাই কৱচ-কাপোৰ হাতত লৈ কয় "এই কৱচ-কাপোৰেৰে টঙালি বান্ধি শত্ৰুক জয় কৰিবলৈ দৃঢ় প্ৰতিজ্ঞা কৰিলো।" বস্ত্ৰ প্ৰদান সমাপন হোৱাৰ পিছত উপৰি-পুৰুষৰ বুৰঞ্জী কব লাগে। দৰা-কইনাৰ চক্‌লংৰ আনুষ্ঠানিক কাৰ্য সমাপন হোৱাৰ পিছত আঙঠি সলোৱা, কড়ি খেলা আদি আমোদজনক খেল খেলোৱা হয়। কইনা দৰাৰ ঘৰলৈ অহাৰ পিছত আহোম প্ৰথামতে দৰাৰ মাকে প্ৰথমতে আদৰণি জনায়। দৰা-কইনাৰ শোৱনি কোঠাত তেওঁলোকৰ মংগলৰ বাবে আহোমসকলৰ পূজ্য দেৱতাসকললৈ প্ৰাৰ্থনা জনোৱা হয়। আনন্দমুখৰ পৰিবেশত এটি ভোজৰ আয়োজন কৰা হয় আৰু এই ভোজত দৰা-কইনাই খাদ্য বস্তু বিলাই ৰাইজৰ পৰা আশীৰ্বাদ লয়। ঘৰ-উঠা, আঠ-মঙলা আদি আহোম সমাজৰ বিয়াৰ এটি অপৰিহাৰ্য প্ৰথা।

আহোমসকলৰ চক্‌লং কেৱল সংস্কাৰেই নহয়, ই দুটি মহৎ ভাৱধাৰাৰে পৰিপুষ্ট উচ্চ মানবিশিষ্ট এটি সৎকাৰ্য। সামাজিক আৰু আধ্যাত্মিক উৎকৰ্ষ-সাধনৰ মাৰ্গ এটি দুটি ইয়াৰ ভাৱধাৰা। সামাজিক দিশত আৰু নিজ দেশখনৰ প্ৰতি সজাগতাৰ সৃষ্টি কৰাত চক্‌লঙে বিশেষ অনুপ্ৰেৰণা দিয়ে। ৰাতিৰ বিবাহ লগ্নত মড়লত জ্বলি থকা এশ এখন চাকিয়ে দৰা-কইনাৰ মানসপটলৈ আনি দিয়ে মধুৰ স্মৃতি। পুৰোহিত আৰু ৰাইজৰ উপস্থিতিত জ্বলি থকা এশ এখন চাকিৰ সমুখত হেংদাং হাতত লৈ প্ৰতিজ্ঞা কৰা নিয়ম পৃথিৱীৰ আন কোনো জাতিৰ মাজত দেখা পোৱা নাযায়। অৱশ্যে বৰ্তমান চক্‌লং বিবাহ পদ্ধতিৰে পতা বিয়া খুউব কমহে দেখা যায়।



# চাহ্ জনজাতি সমাজত বিবাহ পদ্ধতি

**সুশীল কুমী**

বিবাহ কাৰ্যক চাহ জনজাতিসকলে চাদী বোলে। বিয়াৰ ৰীতি-নীতি, আচাৰ পদ্ধতি জাতি ভেদে কিছু বেলেগ বেলেগ। বিবাহ পদ্ধতিৰ মাজত জাতি এটাৰ বংশ, মৰ্যদা, কৰ্ম আদিৰ পৰিচয় বহু পৰিমাণে বিচাৰি পোৱা যায়।

সাধাৰণতে ল'ৰা ঘৰৰ লোক ছোৱালী ঘৰলৈ ছোৱালী বিচাৰি যোৱাৰ নিয়ম। আজিকালি এই নিয়মৰ কিছু পৰিবৰ্তন হোৱা দেখা গৈছে। ছোৱালীৰ সংখ্যাবৃদ্ধি আৰু ল'ৰাৰ কৰ্ম সংস্থাপনহীনতাই পূৰ্বাচলিত নিয়মৰ পৰিবৰ্তন ঘটাইছে। নিয়মমতে ছোৱালী ঘৰলৈ ছোৱালী বিচাৰি যাওঁতে ল'ৰা ঘৰৰ পৰা দুই এজন বয়সীয়াল মানুহ যায়। ছোৱালী ঘৰ পোৱাৰ লগে লগে ল'ৰা ঘৰৰ প্ৰতিজন লোকক সেৱা কৰে আৰু ঘটি পানী দি কাঁহৰ থালীত ভৰি ধুৱাই দি সন্মান যাছে— এই কৰ্মফেৰা ঘৰৰ মহিলাসকলে কৰে। ইয়াক 'জল-ঘটি' দিয়া বোলে। কিছুমানে 'ঘটি-পানী' দিয়া বোলে। তাৰ পাছত জা-জলপান দি কুশল বাতৰি লয়। ৰাতি ভাত পানী খোৱাৰ পাছত বিয়াৰ বাবে ছোৱালী বিচাৰি অহাৰ কথা ওলায়। দুয়ো পক্ষৰ কথা-বতৰা মিলিলে পিছদিনা পুৱা ওচৰ-চুবুৰীয়া মূৰব্বীলেখিয়া ইষ্ট-কুটুম্বৰ দুই চাৰিজনক মাতি কথা-বতৰা চিঙি বিয়া খাটাং কৰা হয়। ছোৱালী বিচাৰি গৈ ছোৱালী ঘৰত ৰাতি থকাটোক 'ৰাইত ঘুমা' বুলিও কয়। বিয়াৰ কথা খাটাং হ'লে কিছুমানে দুয়ো পক্ষৰ মুখিয়ালৰ গামোচাত পাণ-তামোল বান্ধি ৰাইজলৈ আগবঢ়ায়। ইয়াৰ দ্বাৰা দুয়ো পক্ষই সম্মতি প্ৰকাশৰ আভাস দিয়ে। ইয়াক 'গুৱা ভাঙা' বা 'গুৱা চুপা' বোলে। পাছত দিন-বাৰ চাই কোনো এক শুভ দিনত দৰা-পক্ষই তিনি/পাঁচ/সাতজনমান বিষুৰীয়া সংখ্যাৰ লোক গৈ কন্যা-ঘৰত ৰীতি-নীতিৰ মাজেৰে কন্যাক আঙঠি পিন্ধাই আহে। আঙঠি পিন্ধোৱা উপলক্ষে ছোৱালীক নতুন বস্ত্ৰ— শাড়ী, ব্লাউজ আৰু কণি-আৰ্চি, খাৰু, আঙঠি, তেল, পাউদাৰ আদি প্ৰসাধনৰ সামগ্ৰী অৰ্পণ কৰে। ইয়াক 'দখিভাৰ' দিয়া বুলি কয়। পুৱা ঘৰ-চোতাল সাৰি মচি চাফা কৰি ৰাইজৰ উপস্থিতিত চোতালত কন্যাক সেই দখিভাৰ বস্তুৰে সজাই-পৰাই উলিয়াই আনে। চোতালত স্থাপন কৰা বেদীৰ চৌদিশে কন্যাক ৩/৫ বাৰ প্ৰদক্ষিণ কৰোৱাই যথাস্থানত বহুৱায়। প্ৰদক্ষিণ কালত আগে আগে মহিলা এগৰাকীয়ে

পানী এঘটি লৈ অলপ অলপকৈ পেলাই যায়। ইয়াৰ দ্বাৰা কইনাৰ প্ৰদক্ষিণ পথলৈ পবিত্ৰতা কঢ়িয়াই অনা হয়। চাউলৰ গুড়িৰে বেদীৰ ওপৰত বৰ্গক্ষেত্ৰ সদৃশ নক্সা তুলি সেন্দুৰৰ ফোঁট দিয়া হয়। সেই বেদীৰ ওপৰত কইনাক বহিবলৈ পাৰি দিয়া পীৰা খনৰ ওপৰতো আলপনা আঁকা হয়। কইনা বহাৰ পাছত দৰা-পক্ষৰলোকে কইনাক 'চুমান' কৰে। চুমানত এখন কাঁহৰ থালী বা ডলা অথবা কুলাত চাউল, দুবৰি, তুলসী, ঘিউ বা তেলৰ চাকি, তামোল-পাণ আদি থয়। চুমান কাৰ্য শেষ হোৱাৰ পাছত খোৱা-বোৱা কৰি সকলো ঘৰা-ঘৰি হয়। এই আঙঠি পিন্ধোৱা কাৰ্যক 'কইনা দেখা' বা 'কাপোৰ পিন্ধা' বুলি কয়। সেইদৰে কইনা-ঘৰৰ লোকেও এদিন দৰা-ঘৰলৈ গৈ দৰাক 'কাপোৰ পিন্ধা' কাৰ্য কৰি আহে। ইয়াক 'বৰ দেখা' বোলে। এই কাৰ্য কিছুমানে বামুণৰ দ্বাৰা আৰু কিছুমানে গাঁৱৰ সমাজৰ মুৰব্বী 'মাহত্ব'ৰ দ্বাৰা সম্পন্ন কৰে। 'কইনাদেখা'ৰ দিনা কইনা- ঘৰত দৰা-ঘৰৰ মানুহক আৰু 'বৰ দেখা'ৰ দিনা বৰ ঘৰত কইনা ঘৰৰ মানুহক মহিলাসকলে মনে মনে পিছফালৰ পৰা গাত হালধি পানী চটিয়ায়। এই নিয়ম সম্প্ৰতি উঠি যোৱাৰ নিচিনাই হৈছে। ইয়াৰ পাছত দুয়ো পক্ষৰ লোক বহি বামুণৰ দ্বাৰা গণনা কৰি বিয়াৰ দিন-বাৰ ঠিক কৰা হয়। দৰা-কইনাৰ ৰাহি-যোৰা চোৱা বিয়াৰ এক অপৰিহাৰ্য অংগ। একেগোত্ৰৰ মাজত বিয়া নহয়। দৰা-কইনাৰ জন্ম বাৰত সচৰাচৰ বিয়া নাপাতে। জেঠ মাহত ঘৰৰ ডাঙৰ ল'ৰাৰ বিয়া নাপাতে। 'কইনা দেখা' কৰি দেৰিকৈ বিয়া পতা সকলে পূজা-পাৰ্বণত কইনাক নতুন বস্ত্ৰ দিয়াৰ নিয়ম আছে। কিছুমানে বিয়াত কইনাৰ আগধন বা পণ দিয়াৰ ঠিক কৰে। কইনাক সোণৰ অলঙ্কাৰ আৰু জকমকীয়া দামী শাড়ী দিয়ে। ইয়াক 'কইনা শাড়ী' বোলে। কইনাৰ মাক-মাহী-কাকী-পেহী-মামী-নানী আদি সকলোকে ভাগে ভাগে বিয়াত লাল পাৰী বগা শাড়ী দিয়াৰ নিয়ম। সেইদৰে বাবা-কাকা-মহা-পেহা-মামা-নানা আদিৰ বাবেও একোখনকৈ ধুতী দিয়াৰ নিয়ম। মাটিৰ কলহত তিনি/চাৰি কুৰি হিচাপত চাউলৰ গুড়িৰে বনোৱা পিঠা দিয়ে। ইয়াক 'আঠৰা মিঠাই' দিয়া বুলি কয়। পিঠাৰ সলনি আজিকালি বুন্দিয়াৰ লাডু দিয়ে। এই মিঠাই এক নিৰ্দ্ধাৰিত হিচাপত দিয়া হয়। আত্মীয়-স্বজন, মিতিৰ-কুটুম্ব, বন্ধু-বান্ধৱ সকলোকে বিয়ালৈ নিমন্ত্ৰণ কৰা হয়। জাতি ভেদে নিমন্ত্ৰণ কৰা ৰীতি-নীতি বেলেগ বেলেগ। কিছুমানে গোটা তামোল দি মাতে। কিছুমানে গোটা চুফাৰিত হালধি সানি মাতে। কিছুমানে হালধি সনা চাউল দি মাতে। কিছুমানে ফলা চুফাৰি আৰু চাউলত হালধি সানি মাতে। আজিকালি চিঠি দিয়ো মাতে। ইত্যাদি।

বিয়া ঘৰৰ চোতালত ৰভা দি তাৰ তলত পাঁচটা খুঁটাৰে সৰু ৰভা বা 'চামড়া' এখন পাতে। কিছুমানে চামড়াত নটা খুঁটা পোতে। তাৰে এটা খুঁটা চামড়াৰ সোঁমাজত পোতে। চামড়াৰ ওপৰত আমৰ ডাল, বেলৰ ডাল আদি দিয়া হয়। চাৰিওফালে

নাৰিকলৰ বচাত আমপাত বান্ধি মেৰিয়াই দিয়ে। চামড়াৰ মাজৰ খুঁটাটোক কেন্দ্ৰ কৰি বেদী তৈয়াৰ কৰা হয়। খুঁটাটোত ধান খেৰৰ বছী মেৰিয়াই দিয়া হয় আৰু আমৰ ডাল গুজি দিয়া হয়। বেদীত ধেনু-কাঁড়, ফাৰচা (পৰশু কুঠাৰ) আদি গুজা হয় আৰু ধেনুত কেঁচা সূতা মেৰিয়াই তাত গুজা হয়। কিছুমানে ধেনুৰ লেখিয়া বাঁহৰ কাঠীতো কেঁচা সূতা মেৰিয়াই গুজে। বেদীৰ কাষত কিছুমানে ধেনু-কাঁড় আৰু কিছুমানে নাঙল থয়। মাটি কলহৰ ঘট দিয়া হয়। ঘটত ধান-পইচা আৰু আমপাত আদি দিয়া হয়। নতুন 'দেউৰী' বা পাচিত ধান থৈ তিনি/পাঁচ কোণীয়া মাটিৰ চাকি জ্বলোৱা হয়। পদূলি মুৰত তোৰণ বা গেট দিয়া হয়। চামড়াৰ বেদী কিছুমানে ৰঙা মাটিৰে সাজে। ৰঙা মাটি নাপালে আন মাটিৰে সাজি ৰঙা ৰং দিয়ে। বিয়াৰ দিনা বিয়া কৰাবলৈ আহি দৰা-পক্ষই প্ৰথমতে ৰীতি অনুযায়ী 'চামৰাৰ' তলত বহি বিয়াত দিবলগীয়া বস্তুবোৰ কইনা পক্ষৰ হাতত তুলি দিয়ে। কইনা-পক্ষই চাই চিতি বস্তুবোৰ চমজি লয়।

বিয়াত কিছুমানে কইনাৰ গা-ধন বা পন হিচাপে পাঁচ সিকি পইচা লয়। মাকৰ গাখীৰ খুৱাই ছোৱালী ডাঙৰ দীঘল কৰাৰ বাবদ এই 'পণ-পইচা' লোৱা হয়। ভুমিজসকলে পণ হিচাপে ছাগলীৰ লাদ দিয়ে। কইনা-ঘৰে যিমান কুৰি টকা আৰু কাপোৰ বিচাৰে সেই পৰিমাণৰ ছাগলীৰ লাদ দিয়ে। দুটা পাতৰ 'দনা'ত লাদ ভৰাই দিয়ে। এটা 'দনা' টকাৰ বাবে আৰু আনটো 'দনা' কাপোৰৰ বাবে দিয়ে। টকাৰ বাবে দিয়া দনাটোত লাদ বেছি দিয়ে আৰু কাপোৰৰ বাবে দিয়া দনাটোত লাদ কম দিয়ে।

বিয়াৰ আগতে দৰা-পক্ষই কইনা-ঘৰত গৈ 'লগন' আনে। তিনি/পাঁচ/সাত বা ন দিনৰ আগতে গৈ 'লগন' আনে। লগন সদায় বিয়ুৰীয়া দিনৰ হিচাপত আনে। এখিলা আমপাতত হালধি লগোৱা চাউল, গোটা হালধি আৰু বেলপাত বা দুবৰি বন দি দুয়ো পক্ষই পুৰাৰ ভাগত ৰীতি অনুসৰি চোতালত বহি দুটা 'লগনৰ টোপোলা' বান্ধে। দুয়ো পক্ষই পৰস্পৰৰ মাজত টোপোলা দুটা সলনা-সলনি কৰে। টোপোলাৰ হালধিবোৰ লগনৰ দিনৰ হিচাপত সূতাৰে বান্ধি দিয়ে। অৰ্থাৎ— যিমান দিনৰ লগন ধৰা হয় সিমানটা হালধি বন্ধা হয়। লগন লোৱাৰ পাছত দৰা-পক্ষৰ লোক কইনা-ঘৰত নেথাকে। পোনে পোনে ঘৰলৈ আহে। বাস্তাত কাৰো ঘৰত নোসোমায়। ঘৰ পোৱাৰ লগে লগে ঘৰৰ মহিলা সকলে 'চুমান' কৰি 'লগন'টো ভিতৰলৈ নিয়ে আৰু লগন অনাসকলৰ ভৰি ধুৱাই দি খোৱা-বোৱাৰ ব্যৱস্থা কৰে। কইনা-ঘৰতো অনুৰূপ পালন কৰে। কিছুমানে লগনৰ দিনা ৰাতিপুৱা সাত ঘৰৰ সাতটা কুঁৱাৰ পৰা পানী আনি দৰাৰ ঘৰত দৰাক আৰু কইনাৰ ঘৰত কইনাক তিনিআলি বা চাৰিআলি সংগম স্থলত নি গা ধুৱায়। গা ধুই যি কাপোৰ পিন্ধে সেই কাপোৰ বিয়াৰ দিনা 'জল চাই অনা' পানীৰে গা ধুইহে বদলি কৰে। যিমান দিনৰ 'লগন' থাকে সিমান দিনলৈকে সদায় সন্ধিয়া পৰত মহিলা

সকলে দৰা আৰু কইনাক নিজৰ নিজৰ ঘৰৰ চোতালত বহুৱাই তেল-হালধি ঘঁহে। তেল-হালধি ঘঁহোতে গজাল নমৰা পীৰাত বহিবলৈ দিয়ে। প্ৰতিদিনে একোটাকৈ লগনৰ গাঁঠি খোলে। গাঁঠি এখন হাতেৰে খোলাৰ নিয়ম। খোলাৰ আগতে কিছুমানে দৰা-কইনা বহা আসনৰ চাৰিওফালে নৈবেদ্য লৈ সাত বাৰ পানী ঢালি সাত পাক ঘূৰে। ঘূৰোতে সাতজন লোক থাকে। ইয়াৰ দ্বাৰা সাত পুৰুষৰ ওচৰত শুভ কামনা কৰা হয়। আত্মীয় স্বজনে 'কইনা ভোজ' দিয়াৰ নিয়ম জাতি ভেদে আছে। লগনৰ দিন ধৰি বিয়া কাৰ্য শেষ নোহোৱা পৰ্যন্ত দৰা-কইনাৰ লগত একোজন 'লগদীন'(সহচৰ) থাকে। দৰাৰ লগত ভিনিহিয়েক আৰু কইনাৰ লগত 'নবৌ' অথবা 'নানী'(আইতা) লগদীন হিচাপে থাকে। দৰা-কইনাৰ লগতে লগদীন দুজনকো তেল-হালধি কিছু পৰিমাণে ঘঁহে। প্ৰবাদ আছে যে মানুহে দৰা-কইনাক খুব আদৰ-সাদৰ কৰা বাবে স্বৰ্গৰ দেৱতা সকলৰ ঈৰ্ষা লাগিব পাৰে আৰু ঈৰ্ষাত কিবা অনিষ্ট কৰিব পাৰে। গতিকে দেৱতাই যাতে কোন দৰা কোন কইনা ধৰিব নোৱাৰে তাৰ বাবেই লগদীন ৰখা হয়। কিছুমানৰ মতে আগতে বোলে দৰা-কইনাৰ প্ৰেমত সহচৰ একোজনে খুব সহায় কৰিছিল। কিয়নো প্ৰেমৰ নামত বোলে প্ৰায়েই হাই-কাজিয়া, কটা-মৰা লাগিছিল। সহচৰে সেইবোৰ মিত-মাত কৰিব লগা হৈছিল। সেয়ে আজিও সেই তাহানিৰ সহচৰৰ কথা স্মৰণ কৰি সহচৰ ৰূপী লগদীন একোজন লগত ৰখা হয় । ভূত-প্ৰেত অমঙ্গল-অপদেৱতাৰ পৰা হাত সাৰি থাকিবলৈ দৰা-কইনাই লগত একোটা 'যাঁতি' বা চুৰি-কটাৰী ৰাখে।

যিখন বেদীৰ সমুখত বহুৱাই বিয়া পতা হয় সেই বেদীটো সম্পূৰ্ণ স্বকীয় সামাজিক ৰীতি-নীতিৰে বন্ধা হয়। পবিত্ৰ স্থানৰ পৰা অনা মাটি মিহলাই বেদী সজা হয়। বেদীৰ মাজত গাঁত খান্দি তাত তামৰ পইচা, পাণ-তামোল, চাউল, হালধি, অষ্ট ধাতু আদি পোতা হয়। ইয়াক চামড়াৰ মাজত থকা খুঁটাৰ কাষত পোতা হয়। ইয়াকে 'মাড়ুৱা খুঁটা' বোলে আৰু বেদীটোক 'মাড়ুৱা বেদী 'বোলে। মাড়ুৱা খুঁটা আৰু মাড়ুৱা বেদী বিবাহ কাৰ্যৰ অন্যতম ঘাই বস্তু। চামড়াৰ সোঁ-মাজত এই মাড়ুৱা কৰা হয়। চামড়াৰ ওপৰত কিছুমানে বৰ, জৰী, আমলখি, হৰিতকী আদি গছৰ ডাল-পাত জাপি দিয়ে। তিনি/পাঁচ আদি বিযুৰীয়া সংখ্যাৰ মহিলাই চামড়াখন মচে। ভিনিহি সম্পৰ্কীয় লোকে চামড়াৰ বেদীৰ খুঁটা বান্ধে। চামড়া মচা আৰু চামড়াৰ বেদীৰ খুঁটা বন্ধাৰ বাবদ যথোচিত মাননি দিব লাগে। ই এক পৰম্পৰা নিয়ম। মাড়ুৱা খুঁটাত বন্ধা পঞ্চ- পত্ৰ, খেতিৰ সঁজুলি, যুঁজৰ সঁজুলিবোৰে বেপাৰী, খেতিয়ক আৰু সৈনিক শ্ৰেণীৰ কথা মনত পেলাই দিয়ে। বেদীৰ চাৰিওকাষে চাৰিটা পোৰা কলহ আৰু সমুখত এটা ৰং নকৰা নোপোৰা কেঁচা কলহৰ মুখত ধান, আমপাত, নাৰিকল দি কেঁচা সূতাৰে বান্ধি ৰখা কাৰ্যক পবিত্ৰ ভাবেৰে নতুনকৈ স্থাপন কৰিব খোজা সম্বন্ধৰ বছী ডাল যেন অটুট থাকে তাৰে নিদৰ্শন দাঙি ধৰা হয় বুলি বিশ্বাস কৰে।

বিয়াৰ দিনা পুৱা দৰা আৰু কইনাক নিজ নিজ ঘৰত বৌৱেক সম্বন্ধীয়লোকে গা-ধুৱাই নতুন কাপোৰ পিন্ধিবলৈ দিয়ে। ভনী সম্বন্ধীয় ছোৱালীবোৰে কুঁৱাত গৈ 'জল-চাহা'(পানীতোলা) কৰ্ম কৰে। 'পানী-কাটা' কৰ্ম তিনিহি সম্বন্ধীয়লোকে কৰে। ক্ষৌৰ কৰ্ম নাপিতে কৰে। 'চিনাই-ফেৰা' কৰ্ম কৰাৰ পাছত কইনা-ঘৰলৈ যাবৰ বাবে দৰা সাজু হয়। দৰা-কইনাক 'আম-মকুল' খুওৱা হয়। মাককে আদি কৰি মাহী- পেহী-কাকী-মামী আদি আপোনজন সকলোৱে দৰা-কইনাক কোলাত বহুৱাই আমগছ বা মহুৱা গছৰ তলত গুড়-গাখীৰ শিশু সুলভ ধৰণত খুৱাই অতীৱ আত্মীয়তাৰ পৰিচয় দিয়ে। তাৰ পাছত বিয়া ঘৰলৈ বৰযাত্ৰীসকলে দৰাক লৈ যাত্ৰা কৰে।

'আম-মকুল' খোৱা প্ৰসংগত এটা প্ৰবাদ আছে। পুৰণি কালত পাটলিপুত্ৰ নামে এখন ৰাজ্য আছিল। তাৰ ৰাজকুমাৰীৰ উপযুক্ত বয়স হৈ যোৱা সত্ত্বেও কোনো ফালৰ পৰা বিয়াৰ প্ৰস্তাৱ অহা নাছিল। এই কথাত ৰজা-ৰাণীৰ মনত বৰ দুখ। মনৰ দুখত এদিন ৰাজকুমাৰী অকলে চিকাৰলৈ যায় আৰু চিকাৰ থলীত যিজন ৰাজকুমাৰকে লগ পাব তাকে পতি বৰণ কৰিব বুলি মনতে প্ৰতিজ্ঞা কৰি লয়। কিন্তু দুখৰ বিষয় যে দিনটোৰ ভিতৰত চিকাৰ থলীত কোনো এজন ৰাজকুমাৰকে লগ নাপালে। ঘৰলৈ উভতিবৰো সময় হ'ল। মনৰ ধিক্কাৰত আম গছ এজোপাকে পতি বুলি সাৱটি ধৰিলে। হিংস্ৰ জন্তুৰ পৰা খেদা খাই ভয়তে সেই গছজোপাৰ ওপৰত এজন ৰাজকুমাৰ উঠি আছিল। ওপৰৰ পৰা সি ৰাজকুমাৰীৰ সকলো কাণ্ড-কাৰখানা চাই আছিল। ৰাজকুমাৰ গছৰ পৰা নামি আহিল। দুয়োৰে দেখা দেখি হ'ল। নিৰ্জন বনত অকলশৰে দুয়ো-দুয়োৰে চকুলৈ চালে। চাৰি চকুৰ মিলনত শিয়ৰি উঠিল দুয়োৰে গা-মন। দুয়ো দুয়োৰে ওচৰ চাপি যায় আৰু বিবাহ পাশত আবদ্ধ হয়। তাৰ ফলস্বৰূপে আম-মকুল খোৱাৰ প্ৰচলন হয়। যিজোপা গছৰ তলত আম-মকুল খোৱা হয় সেইজোপা গছৰ ফল দৰা-কইনাই কেতিয়াও খাব নাপায়। খালে হেনো ঘৰ খনৰ অমঙ্গল হয়।

বিয়াত দৰাই হাত-দীঘল বগা চোলা আৰু হালধি ৰং লগোৱা ধুতী পিন্ধে। মূৰত 'মৌড়' পিন্ধে আৰু ডিঙি, কাণ, হাত আদিত সোণৰ অলঙ্কাৰ পিন্ধে। কিছুমান লোকৰ দৰাই মূৰত পাগুৰি মাৰে।

বাদ্য যন্ত্ৰ হিচাপে ঢাক-ঢোল, মাদল, ধুমচা, চাহনাই, মদনভেৰি আদি বিয়াত বজোৱা হয়। আজিকালি মাইক আৰু বেণ্ড আদিও বজায়। কিছুমানে 'চুমানৰ' পাছতহে বাদ্য বজায়। কিছুমানে পদুলি মূৰত বাদ্য বজাই নিমন্ত্ৰিতসকলক আদৰে। কিছুমান স্বজাতি নিমন্ত্ৰিত লোক আহোতে লগত ছাগলী, চাউল, মুড়ি, মদ, কাপোৰ আদি আনে। ইয়াকে 'বেভাৰ' বা 'নেওতা' অনা বোলে। এই লোকসকলক দৰা- কইনাই নিজ হাতে তেল-হালধি ঘঁহি ভৰি ধুৱাই দি সন্মান যাচে। 'বেভাৰ'ক কিছুমানে 'কনুৱা' বা 'দেওৰী' অনা বুলি কয়।

বিয়া কৰাবলৈ যাওঁতে দৰাৰ লগত এজন যুদ্ধবেশী নৃত্য-শিল্পী যায়। তেওঁ মূৰত ৰংচঙীয়া পাগুৰি, পাগুৰিত পাখি, গাত বিবিধ ৰঙৰ ফিতা, কাপোৰ, ভৰিত ফিতাসহ জুনুকা আৰু হাতত ঢাল-তৰোৱাল লৈ ঢাক-ঢোলৰ ছেঁৱে-ছেঁৱে নাচি-বাগি যায়। এই নৃত্য-শিল্পী গৰাকীক 'নটুৱা' আৰু নৃত্যটোক 'নটুৱা নৃত্য' বোলে। এই নাচ কেৱল বিয়াতহে নাচে। ই চাহ জনজাতি সমাজৰ এক বৈশিষ্ট্য পূৰ্ণ স্বকীয় নৃত্য। বাজনাৰ তালে তালে সম্পূৰ্ণ যুদ্ধংদেহী ভঙ্গীমাৰে নচা এই নটুৱা নৃত্যক কিছুমানে 'জমিদাৰ নাচ' আৰু কিছুমানে 'পাখ-খেলা নাচ' বোলে। কইনা- ঘৰৰ পদূলি মূৰত কইনা- পক্ষৰ নটুৱাই দৰা-পক্ষৰ নটুৱাক আগভেটা দি ধৰে। দুয়োৰে মাজত নাচৰ প্ৰতিযোগিতা চলে। প্ৰবাদ আছে যে আগতে জনসংখ্যা কম থকা কালত বিয়াত আজিৰ দৰে গাড়ী-মটৰ নিয়া নাছিল। ৰাস্তা-পদূলিও ভাল নাছিল। চাৰিওফালে আছিল হাবি-জংঘল। তেতিয়া পাল্কী বা ছৈ-দিয়া গৰু গাড়ীত দৰাক বহুবাই ৰাইজ খোজ কাঢ়ি গৈছিল। যাওঁতে বাটত কেতিয়াবা চোৰ-ডকাইত আৰু হিংস্ৰ জন্তুৰ মুখামুখি হৈ যুঁজ কৰিব লগা হৈছিল। তাৰে প্ৰতীক স্বৰূপে আজিও বৰ যাত্ৰীৰ লগত নটুৱা এজন লৈ যোৱাৰ প্ৰথা চলি আছে। নটুৱাৰ অভাৱত লাহে লাহে নটুৱা নাচ কমি অহা দেখা গৈছে। কইনা-ঘৰত দৰা আহি পোৱাৰ লগে লগে খুলশালীহঁতে দৰাৰ ভৰি ধুৱাই দিয়ে। শাহুৱেকে ৰীতি অনুসৰি চুমান ধৰি দৰাক আদৰে। দৰাই শাহুক 'শাসলড়া' অৰ্থাৎ মিঠাইৰ টোপোলা দি সম্মান যাচে। ইতিমধ্যে কইনাৰ ঘৰত 'জাল চহা' কাৰ্য সমাপন কৰি কইনাক গা-পা ধুৱাই নতুন সাজেৰে সজাই-পৰাই কইনাৰ কোলাত তিনিবাৰ 'শিল-পাটা' বা পটাগুটি দিয়া-লোৱা কৰে। কইনাক ভিতৰত নি ঘৰৰ চুকত লুকাই ৰাখে। দৰা-পক্ষই বিচাৰি উলিয়াই আনি হোমৰ গুৰিত বহুৱাব লাগে। দিগ্‌দাৰ কৰিবৰ কাৰণে কইনা বহা 'পাচি'টোত গধুৰ শিল এছটা দি দিয়ে। আন্ধাৰ ঘৰৰ পৰা কইনা উলিয়াই অনাৰ পৰত মহিলাৰ হাতত ফুকৰণীৰ মাৰ, বেজীৰ খোচ, পটাগুটিৰ খুন্দা আদি খাব লগা হয়।

দৰা-কইনাক চোতালত চামড়া পতা বেদীৰ আগত বহুৱাই হোম পুৰি বা বামুণৰ দ্বাৰা বিয়া কাৰ্য সম্পাদন কৰে। হোম যজ্ঞৰ পাছত 'সিন্দৰাদান' হয়। সিন্দৰাদানত নতুন কাপোৰৰ আঁৰত দৰাই কইনাৰ মূৰত সেন্দুৰ ঘঁহে। লগে লগে উপস্থিত ৰাইজে থিয় হৈ দৰা-কইনাৰ গালৈ চাউল ছটিয়াই আশীৰ্বাদ দিয়ে। কিছুমানে অগ্নীক সাক্ষী কৰি সমাজৰ মুখিয়ালৰ দ্বাৰা বিবাহ কাৰ্য্য সমাপন কৰে। তেওঁলোকে ধূনাৰ লগত আখৈ মিহলাই হোম পোৰে। কিছুমানে আকৌ হোম নোপোৰে। কেৱল চাউল ছটিয়াই সিন্দৰা দানেৰে বিবাহ কাৰ্য সম্পাদন কৰে। কিছুমানে দৰা-কইনাৰ মাজত তিনিডাল আঁচ মাৰি চাউল ছটিয়াই মাডুৱা বেদীত বহিবলৈ দি 'ৰিণ-কি-মৰা' প্ৰথাৰে বিবাহ কাৰ্য সম্পন্ন কৰে।

হোমৰ অন্তত বেদীৰ চাৰিওফালে দৰা-কইনাই সাতবাৰ প্ৰদক্ষিণ কৰে। প্ৰদক্ষিণ কালত দৰা-কইনাই 'লগদীন'ৰ হাতত ধৰি লয় আৰু ঘটিত পানী লৈ মাটিত অলপ-অলপকৈ পেলাই যায়। কিছুমানে ঘূৰোতে তামোল-পাণ গছকি যায়। ইয়াক 'সপ্তপদী' বোলে। সাত জনমৰ কথা চিন্তা কৰি দৰাৰ ঘৰলৈ অন্য এক বংশৰ মাজলৈ প্ৰবেশ কৰাৰ ৰীতি মানি লৈ এই প্ৰথাৰ প্ৰচলন বুলি ক'ব পাৰি। দৰাই মাননি নিদিয়ালৈকে ছোৱালীহঁতে দৰা-কইনাক ভিতৰ সোমাবলৈ দুৱাৰ খুলি নিদিয়ে। মাননি পালেহে দুৱাৰ খুলি দিয়ে। ইয়াৰ আগতে চামড়া তলত খুলশালিয়েকৰ লগত দৰাৰ ভেটা-ভেটি হয়। বায়েকক মনে মনে ফুচুলাই বা চুৰ কৰি নিয়া বুলি অভিযোগ তুলি খুলশালিয়েকে দৰাক চামড়াৰ খুঁটাত ধুতী বা বগা গামোচাৰে বান্ধে। দৰাই তেতিয়া খুলশালিয়েকক ধুতী এখন দি মধুৰ সম্পৰ্ক গঢ়ি মিঠা মিঠা কথা কৈ ফুচুলাই বান্ধ মোকলাই লয়। ইয়াক 'চালা ধুতী লুটা' বোলে। কিছুমানে 'শলাবিধা' বোলে। চালা ধুতী লুটুতে ইজনে সিজনৰ গালে চালা-ভিনিহিৰ মাজত তামোলৰ পিক পেলোৱাৰ নিয়ম আছিল। ইয়াক পূৰ্ব কালৰ কাজিয়াৰ সৃষ্টি কৰা অন্যতম মাধ্যম বুলি কব পাৰি। কেতিয়াবা ভিনিহিয়েকৰ কান্ধতো উঠি ভিনিহিয়েকক ঘোঁৰাৰ দৰে ব্যৱহাৰ কৰা দেখা যায়। এইবোৰ নিয়ম আজিকালি প্ৰায় উঠি গৈছে। দৰা-কইনাক ভিতৰলৈ নি বহিবলৈ দিয়া ঠাইত আল্পনা আৰু পুৰুষ-মহিলাৰ চিত্ৰ অংকন কৰা হয়। ইয়াতে দৰা-কইনাই ছুৰি কটাৰি বা আঙঠি সলায়। কইনা-ঘৰত দৰাই মাননি নোপোৱালৈকে নেখায়। কইনায়ো সেইদৰে দৰা-ঘৰত মাননি নোপোৱালৈকে নেখায়।

বিবাহ কাৰ্য সমাধা নোহোৱা পৰ্যন্ত দৰা-ঘৰীয়ালোকক একো খাবলৈ নিদিয়ে। এই নিয়ম আজিকালি আৰু নাই। দৰা-পক্ষ গৈ পোৱাৰ লগে লগে কইনা-পক্ষই তেওঁলোকৰ আলপৈচান ধৰে। আগতে বিবাহ কাৰ্য দুৰাতি ধৰি চলিছিল। এতিয়া এক ৰাতিতে সকলো কাম সমাধা কৰা হয়। কিছুমানে এঘটি পানী কলপাতেৰে ঢাকি দৰা-পক্ষৰ আগত থিয় হৈ খাবলৈ আহিবৰ কাৰণে অনুৰোধ কৰে। সেই অনুৰোধ ৰক্ষা কৰি দৰা-পক্ষই খোৱা-বোৱা কৰে। সকলোবোৰ ৰীতি-কৰ্ম সামাধা হোৱাৰ পাছত চোতালত বেদীৰ সমুখত দৰা-কইনাক বহুৱাই চুমান পাতে। চুমানত যাৰ যি উপহাৰ দিবলগীয়া থাকে দৰা-কইনাক দিয়ে। দৰা-কইনাৰ লগত বহা 'লগদীন'বোৰেও দুই চাৰি টকা বকচিচ পায়। কইনা বিদায়ৰ সময়ত কইনাই মাকৰ লগত আঁচল বান্ধি পাঁচবাৰ চাউল এমুঠি সলনা-সলনি কৰি লক্ষ্মীৰ নামত উছৰ্গা কৰি আহে। বিদায়ৰ মুহূৰ্ত সদায় কৰুণ। কইনা-ঘৰৰ সকলোৰে মনত বিষাদৰ ছাঁ পৰে। মহিলাসকলে কইনাক সাৱটি হুৱাওৱাৰে কান্দে। কান্দোনৰ যেন শেষ নাই। আহোঁতে কইনাই ননদৰ বাবে শাড়ী, ব্লাউজ মিঠাই পইচা আদি বান্ধি টোপোলা লৈ আহে। ননদে পদূলি মুখত

নবৌৱেকক প্ৰথম ভৰি ধুৱাওতে কইনাই সেই টোপোলাটো মৰমেৰে ননদক উপহাৰ দিয়ে। ইয়াক 'ননদ-পেটাৰি' বোলে। দেওৰ থাকিলে সিহঁতৰ বাবে ধেমালিৰ মতলবেৰে মিঠাইৰ লগত লাও-কোমোৰা-আলু-কচু-বেঙেনা আদিৰ টুকুৰা বান্ধি দিয়ে। ইয়াকে চুৰা ভাঙা বা গুৱা-চুপা বোলে।

দৰা-ঘৰতো অনুৰূপ চুমান বহে আৰু বাইজে দৰা-কইনাক উপহাৰ প্ৰদান কৰে। ইয়াতে কইনাক চিৰদিনৰ বাবে বিয়াৰ অতি মূল্যবান চিন স্বৰূপে লোহাৰ খাৰু পিন্ধোৱা হয়। কিছুমানে চুমানৰ আগতে বোকা-খেল খেলে আৰু নদীলৈ গৈ গা-পা ধোৱাৰ লগতে দৰা-কইনাৰ মাজত ঘটি লুকা-লুকি খেলে। কিছুমানে চোতালত গাঁত খান্দি বোকা কৰি তাত আঙঠি লুকা-লুকি খেলে। নদীৰ পৰা গা পা ধুই ঘূৰোতে কইনাই আগে আগে আমপাত এখিলা বা লাও এটুকুৰা দি আহে আৰু দৰাই কাঁড় মাৰি তাক লক্ষ্যভেদ কৰে। কইনাই প্ৰতিবাৰে কাঁড় বুটলি আনি দৰাৰ হাতত দিয়ে আৰু গুড়-গাখীৰ খুৱাই নিজ আঁচলেৰে দৰাৰ মুখ মচি দিয়ে। ইয়াক 'মৃগচিকাৰ' কৰা বুলি কয়। কিছুমানে বিয়াৰ তৃতীয় নিশা ফুলশয্যা পাতে আৰু অষ্টম দিনা আঠমঙলা খোৱাৰ নিয়ম পালন কৰে। ভিনিহিয়েকে বিয়াৰ পিচদিনা মাডুৱা ভাঙি নদীত উটুৱাই আহে। কইনা-ঘৰৰ মাডুৱা দৰাই গৈ ভাঙি অহাৰ নিয়ম কিছুমানৰ মাজত আছে। বিয়াৰ পিছতে কিছুদিনৰ বাবে কইনা মাকৰ ঘৰত থকা নিয়ম। পিছত দৰাই ৰুটি-পিঠা বা মিঠাই লৈ আৰু লগত দুজনমান মানুহসহিত গৈ এৰাতি থাকি কইনাক লৈ আহে। কইনাই দৰাক এৰি মাকৰ ঘৰত থকাটোক 'সং-ছাড়া' বোলে। আগতে ভাদ মাহত গৈহে প্ৰথম কইনাক মাকৰ ঘৰৰ পৰা অনাৰ নিয়ম আছিল। ইয়াক 'লিয়ান' কৰা বুলিছিল। এতিয়া এই নিয়ম প্ৰায় উঠি গৈছে। বিয়াৰ কিছুদিনৰ পিছত দৰা-কইনাৰ উভয় পিতৃয়ে ইজনে সিজনৰ ঘৰলৈ যোৱাৰ নিয়ম কিছুমানৰ মাজত আছে। ইয়াক 'বেহাই ভেট' বা 'সম্ধি ভেট' কৰা বুলি কয়। সেইদৰে কইনাৰ সন্তান জন্ম হ'লে প্ৰথম কইনাৰ মাক যায় দৰাৰ ঘৰলৈ। ইয়াক 'বেহাইন দেখা' বোলে। বেহাইন দেখাত ওচৰ-চুবুৰীয়াৰ স্বজাতি মহিলাক নিমন্ত্ৰন কৰি জা-জলপান খুৱায়। অনুৰূপ বেহাইন দেখা কইনা-ঘৰতো হয়।

বিধৱা বা স্বামী নথকা তিৰোতাই বিয়াপাতিব খুজিলে বিয়া কৰিব পাৰে যদিও সাধাৰণতে পতা বিয়াৰ দৰে বাহুল্য আকাৰত পতাৰ নিয়ম নাই। সামান্য নীতি-নিয়মৰ মাজেৰে মানুহ মাতি ঢাক-ঢোল বজাই দৰাই নতুন বস্ত্ৰ পিন্ধি মানুহ গৰাকীক লৈ যায়। নিওতে কিছুমানে ফুলৰ পাহিৰে মানুহজনীৰ কপালত সেন্দূৰৰ বোল দিয়ে। ইয়াক সাংগী বা সাংঘাছাদি বোলে। বিয়া নেপাতি সংসাৰ পতা সকলে পাছত বুঢ়া-ছাদি পাতে। বাল্য বিবাহ পতা সকলে পিছত 'গাওনা' অনুষ্ঠান পাতি দৰাই-কইনাক লৈ আহে।

চাওতালসকলে দৰা-কইনাক মূৰত তুলি কাপোৰেৰে ঢাকি ধৰে আৰু তেতিয়া দৰাই-কইনাৰ মূৰত সাত খিলা শাল পত্ৰৰ পাতেৰে সেন্দূৰ দিয়ে। কইনায়ো দৰাৰ কপালত অনুৰূপ সেন্দূৰৰ ফোঁট দিয়ে আৰু বিবাহ কাৰ্য সমাধা কৰে। পৰ্জাসকলে দৰা-কইনাক বহুৱাই সিহঁতৰ ভৰিলৈ চাউল ছটিয়ায়। সেই চাউলখিনি কুকুৰা এজনীক খাবলৈ দি তাৰ গাৰ পাখি দৰা-কইনাৰ মূৰত গুজি দিয়ে। পাছত দৰা-কইনাৰ আঙুলি দুটা বান্ধি বিবাহ কাৰ্য সমাপন কৰে। গণ্ডসকলৰ মাজত বিয়াত কইনা-ঘৰত দৰাই বিচনী দলিয়ায়। দৰা-কইনাক কৃষি সঁজুলিৰ ওপৰত বহুৱায় আৰু তাতে গা ধুৱাই 'সিন্দৰাদান' অনুষ্ঠান পাতি বিবাহ কাৰ্য সমাপ্ত কৰে। মুণ্ডাসকলৰ মাজত বিয়া কৰাবলৈ দৰা পক্ষ কইনা-ঘৰলৈ নেযায়। কইনা পক্ষহে কন্যাসহিত বিয়া কৰিবলৈ দৰা-ঘৰলৈ অহাৰ নিয়ম। দৰা-ঘৰৰ বেদীত বহি বিয়া পাতে। কইনা যাত্ৰী যাওঁতে নাচি-বাগি বাজনা বজাই সদলবলে যায়। দৰা-ঘৰৰ পদূলিত দৰা পক্ষই দৰাৰ সহিত নাচি-বাগি কইনা আদৰে। কইনা পক্ষৰ কিছুলোক চুক্তি অনুসাৰে দিব লগা কইনাৰ গা-ধন আৰু যৌতুক লৈ গুচি যায় আৰু কিছুমান কইনাৰ লগত থাকি বিবাহ কাৰ্য সমাপন কৰে। বিয়াত মদ-লাওপানী চলে।

চাহ জনজাতিসকলে বিয়াত কৰ্মক্ষেত্ৰ অনুযায়ী বিয়া গীত গোৱা দেখা যায়। কাপোৰ পিন্ধা, লগন ধৰা, জল-চহা, চিনাই কৰা, হালধি ঘঁহা আদি বিভিন্ন সময়ত বিভিন্ন তাল-মান-সুৰৰ বিয়া-গীত বা ছাদি-গীত গায়। দৰা-কইনাক যোৱা নামেৰে বহু ধৰণৰ ঠাট্টা-মস্কৰা কৰা হয়। ইপক্ষই সিপক্ষক গীতৰ মাজেৰে গালি পৰা-পৰি হয়। কিছুমানে বিয়াত 'দম্‌কইচ নাচ' নাচে। বহু সময়ত দৰা-কইনাক দেৱ-দেৱী, ৰাধা-কৃষ্ণ, সীতা-ৰাম, আদিৰ লগত তুলনা কৰি বিয়া গীতবোৰ গোৱা হয়। কিছুমানৰ বিয়াত মহিলাসকলৰ প্ৰাধান্য বেছি থকালৈ অনুভৱ কৰি 'ছাদি ঘৰে মাইকী ৰাজা' বুলি অতিষ্ঠ ভাবেৰে ব্যক্ত কৰা শুনা যায়।

বিবাহ সম্পৰ্কত দিয়া ওপৰৰ আভাসখিনিয়ে চাহ জনজাতি সমাজৰ মাজত থকা সকলোবোৰ জাতি-উপজাতিৰ বিবাহ কাৰ্যৰ সম্পূৰ্ণ চিত্ৰ দাঙি ধৰিব পৰা হোৱা নাই। ভিন্ন জাতিৰ ভিন্ন ৰীতি বিৰাজমান। সামগ্ৰীকভাবে চকুত পৰা প্ৰচলিত ৰীতি- নীতিৰ কথা খিনিহে কোৱা হৈছে। তাৰে বহুতো কথা অজানিতে বাদো পৰি যাব পাৰে । বিবাহ পদ্ধতিৰ বিষয়ে যিখিনি কথা জনা গৈছে তাকেহে ইয়াত ব্যক্ত কৰা হৈছে।

***বিয়া গীত ঃ***

হলদি হলদি পুৰা
পাটনা ৰাই গিৰি চন্দনাৰে,
কেনে তৰা হলদি চড়াই,

সীতা মায়ে তৰা হলদি চড়াই
সীতা ৰাম তব সংগতি গ'।
বাট গ' চান্দেৰ ধনী
দৰা কচা হলুদ,
কন শালি বাটেছিল
দৰা কচা হলুদ।
কন্যা ঘৰেৰ হলুদ তেল
মা মহ্ মহ্ কৰে
বৰ ঘৰে হলুদ তেল
মা ফাপুন্দা বাছায়।।

(এই ফাকি গীত দৰা-কইনাক তেল-হালধি ঘঁহাৰ সময়ত গোৱা হয় । তেল-হালধি বিয়াৰ সমন্বয়ৰ প্ৰতীক। ফুৰ্তিৰ ছলতে কইনা-ঘৰৰ হালধি ভাল আৰু দৰা ঘৰৰ হালধি বেয়া বুলি কোৱা হৈছে।)



# মুছলমানসকলৰ নিকাহ্ পদ্ধতি

এম. হাফিজ আলি

"O mankind! Be careful of your duty to your Lord who created you from a single soul and from it created its male and from them twain hath spread abroad a multitude of man and women. Be careful of your duty towards 'Allah' in whom ye claim(your rights) of one another and towards the wombs(that bare you). Lo Allah hath been a watcher over you."(The Holy Al Qur-aan)

"হে মানৱ। তোমালোকে তোমালোকৰ প্ৰভুক ভক্তি কৰা, যিজনে তোমালোকক এজনৰ পৰা(আদমৰ) সৃষ্টি কৰিছে আৰু তেওঁৰ জোৰা(ঘৈণীয়েক হাওৱা বিবিক)সৃজন কৰিছে আৰু তেওঁলোক দুজনৰ পৰাই অসংখ্য মতা আৰু তিৰোতা সিঁচৰতি কৰি দিছে; আৰু আল্লাহ্‌তাআলাক ভক্তি কৰা, যাৰ জৰিয়তে তোমালোকে পাইছা পৰস্পৰৰ প্ৰাপ্য দাবী; আৰু (ভক্তি কৰা) মাতৃ জাতিক। নিশ্চয় আল্লাহ্‌তাআলাই সদায় তোমালোকৰ ওপৰত লক্ষ্য ৰাখে।"

পবিত্ৰ কোৰাণ শ্বৰিফ(মজিদ)ত বৰ্ণনা কৰাৰ দৰে মহান আল্লাহ্‌তাআলাই পোন প্ৰথমে নিজ হাতেৰে মাটিৰ পৰা হজৰত আদম আৰু হজৰত হাৱা বিবিক সৃষ্টি কৰি বেহেস্তত(স্বৰ্গত) মহা সুখত ৰাখিছিল। কিন্তু মহান আল্লাৰ মহিমা অপাৰ। তেওঁৰ সৃষ্টিৰ ৰহস্য ভেদ কৰিব পাৰে কোনে? মহান সৃষ্টিকৰ্তাই মানৱ সৃষ্টি কৰিবলৈ নাইবা বেহেস্তেত হজৰত আদম আৰু হাৱাক 'গন্দম' ফল খোৱাৰ অপৰাধত স্বৰ্গচ্যুত কৰিছিল। যা নহওক আদম-হাৱা আহি মানৱ জাতিৰ জন্ম দিলে। সেয়ে ইছলাম ধৰ্মত হজৰত আদম আৰু হজৰত হাৱাক 'আদি পিতা-মাতা' স্বৰূপ বুলি গণ্য কৰা হয়। পৰম কৰুণাময়ে এই আদি 'পিতা-মাতা'ক স্বৰ্গচ্যুত কৰি কিছু শান্তিৰ মাজেৰে জীৱন কাল অতিবাহিত কৰিবলৈ মহান আল্লাহ্‌তাআলাই নিয়ামত বা নীতি-নিৰ্দেশনা আগবঢ়াইছে। মহান আল্লাৰ বাণীক মুছলমানসকলে ঈমান(বিশ্বাস) আনি মানি চলি আহিছে। সহজ অৰ্থত মহান আল্লাৰ যি বাণী ইকালত মানিলে পৰকালত বেহেস্ত লাভ কৰিব বুলি দৃঢ় বিশ্বাস। সেই কথা পবিত্ৰ কোৰাণ শ্বৰিফত বৰ্ণাইছে। সেইদৰে 'মুছলমানসকলৰ মাজত

উদ্‌যাপন ঋতুকালীন উৎসব-পাৰ্বন, নিকাহ্‌পদ্ধতি তথা জন্ম আৰু মৃতকৰ ক্ৰিয়া-কৰ্ম' শীৰ্ষক বিষয়তো আল্লাৰ নীতি-নিৰ্দেশনা কোৰাণ শ্বৰিফ যোগে আগবঢ়াইছে। আমি পৰম করুণাময় আল্লাৰ বাণীকেই সাৰোগত কৰি আৰু ৰছুল(দঃ)ৰ নীতিক মানি বিষয় কেইটাৰ আলোচনা আগবঢ়াবলৈ প্ৰয়াস কৰিছো।

"Marriage according to Mahammedan Law is not sacrament but a civil contract"

মুছলমান সম্প্ৰদায়ৰ মাজতো বিবাহ(নিকাহ) এক উল্লেখযোগ্য সামাজিক অনুষ্ঠান। মুছলমান সমাজত ল'ৰা-ছোৱালী বিবাহিতব্য অৰ্থাৎ 'বালেক' হোৱাৰ পিছৰে পৰা ভৰ যৌৱন প্ৰাপ্ত হোৱাৰ কাল ছোৱাৰ ভিতৰতে সাধাৰণতে বিবাহ সম্পন্ন হোৱাৰ নিয়ম প্ৰচলিত আছে যদিও সময়ৰ সলনিৰ লগে লগে এনে ধ্যান ধাৰণাৰো পৰিৱৰ্তন ঘটিছে। অনেক কথা বিবেচনা কৰি আজিকালি ল'ৰাৰ বয়স ২৫/৩০ বছৰ আৰু ছোৱালীৰ বয়স ১৮/২০ বছৰৰ ভিতৰতহে বিবাহ অনুষ্ঠিত হোৱা দেখা যায়। বয়স বেছি হোৱালৈকে ছোৱালী পিতৃ গৃহতে থকাটোক মুছলমান সমাজতো সহজভাৱে নলয়। অৱশ্যে পঢ়া-শুনা কৰি থকা ছোৱালীৰ বেলিকা কথাটো বহু পৰিমাণে শিথিল হৈ আহিছে। একেদৰে ল'ৰা স্ব-নিৰ্ভৰশীল নোহোৱা পৰ্যন্ত বৈবাহিক জীৱনত প্ৰৱেশ নকৰাটোৱেই আজিকালি নিয়মত পৰিণত হৈছে। মুছলমান সমাজত একাধিক পত্নীৰ বিবাহ (এজনপুৰুষে চাৰি গৰাকী পত্নী গ্ৰহণ কৰাত বাধা নাই) অথবা বিধৱা-বিবাহতো কোনো বাধা নাই। যদিও শিক্ষাৰ পোহৰ পোৱা আজিৰ মুছলিম সমাজত বহু-বিবাহ প্ৰথাৰ অবলুপ্তি ঘটিছে। চেখ্-চৈয়দ-চিয়া-চুন্নী আদি উপ-বিভাজন মুছলমান সম্প্ৰদায়ৰ মাজতো বিদ্যমান যদিও আজিকালি বিয়া-বাৰুৰ ক্ষেত্ৰত ই কোনো বৰ্ণ-বৈষম্যমূলক বাধাৰ সৃষ্টি নকৰে। আনকি ন-অসমীয়া বা পমুৱা ল'ৰাইয়ো খিলঞ্জীয়া অসমৰ মুছলমানছোৱালী বিয়া কৰোৱাটোও সম্প্ৰতি স্বাভাবিক হৈ পৰিছে।

মুছলমান সমাজৰ 'চৰিয়ত' আদৰ্শ-বিধান অনুযায়ী বিবাহ সম্পন্ন হোৱাটোৱেই চিৰাচৰিত নিয়ম। চৰিয়তৰ মতে সম্পন্ন হোৱা বিয়াখন মুছলমান সমাজত স্বীকৃত এক মৌখিক চুক্তিৰ বাহিৰে আন একো নহয়। ইয়াকে কোনো কোনো ক্ষেত্ৰত 'ৱাকিল নামা' অৰ্থাৎ বিবাহৰ চুক্তিপত্ৰ লিখি ৰাখি কিছু পৰিমাণে অধিক কটকটীয়া কৰাৰ প্ৰয়াস কৰা হয়। সদৰ কাজীৰ কাৰ্যালয়তো 'ৰেজিষ্টাৰী' বা পঞ্জীয়নকৃত কৰি মুছলিম প্ৰথামতে বিবাহ সম্পন্ন কৰাৰ সুবিধা আছে। কিন্তু সাধাৰণতে ৰভা পাতি ভোজ-ভাত খুৱাই শুভ বিবাহ বা 'ছাদি মোবাৰক' অনুষ্ঠিত কৰাৰ প্ৰথাহে বহুলভাৱে প্ৰচলিত হোৱা দেখা যায়। 'চৰিয়ত'ৰ মতে বেছি চোৱাব (পূণ্য) লাভ কৰিব পাৰি সম্পূৰ্ণ পাক-পবিত্ৰতাৰে 'জামাত'ত হোৱা নিকাহৰ দোৱাৰ পৰা। জামাত মানে 'মছজিদ', ইন্তেমাত য'ত বেছি মানুহ ধৰ্মীয় নীতি-নিয়ম মানি আল্লাৰ প্ৰাৰ্থনাৰ বাবে গোট খায়।

সামাজিকভাৱে অনুষ্ঠিত মুছলিম বিবাহত দৰা আৰু কইনাই ইজনে সিজনৰ সৈতে বিবাহ পাশত আবদ্ধ হ'বৰ বাবে মুক্তভাৱে প্ৰস্তাৱ উত্থাপন আৰু সম্মতি জ্ঞাপন কৰিলে বিবাহ হৈ যায়। অৰ্থাৎ দৰাই আগবঢ়োৱা প্ৰস্তাৱৰ প্ৰতি নিৰ্দিষ্ট পৰিমাণৰ 'মোহৰনা' সাপেক্ষে কইনাই সম্মতি জ্ঞাপন কৰিলেই বিবাহ সম্পন্ন হোৱা বুলি ধৰা হয়।

কিন্তু সমগ্ৰ বিবাহ প্ৰক্ৰিয়াটো আৰম্ভ হয় সম্পূৰ্ণ এক নাটকীয় অনুষ্ঠানিকতাৰে। এনেদৰে বিবাহিতব্য ল'ৰাৰ ঘৰে সাধাৰণতে পাত্ৰীৰ সন্ধান চলাওতে কোনো উপযুক্ত ছোৱালীৰ খবৰ পালে গোপনে অথবা আওপকীয়াভাৱে ছোৱালীজনী চায়। তেনেদৰে চাই পচন্দ হ'লে কোনো নিৰ্ভৰযোগ্য মধ্যস্থতাকাৰীৰ জৰিয়তে ল'ৰাৰ ঘৰে ছোৱালীৰ অভিভাৱকক কথাষাৰ জ্ঞাত কৰে। ছোৱালীৰ ঘৰে তেতিয়া ল'ৰাৰ বা ল'ৰাৰ ঘৰৰ সম্পৰ্কে(যদি অচিনাকি হয়) তথ্য সংগ্ৰহ আৰম্ভ কৰে। প্ৰকৃতাৰ্থত, ল'ৰা আৰু ছোৱালী দুয়ো পক্ষৰ 'খানদান' অৰ্থাৎ বংশ পৰম্পৰা বা বংশ মৰ্যদা আদিৰ শুংসূত্ৰ লয়। উচ্চ বংশজাত সৎ চৰিত্ৰৰ হোৱাৰ ওপৰতে ল'ৰা-ছোৱালীৰ বিয়া হ'বনে নহ'ব নিৰ্ভৰশীল যদিও অন্যান্য বহু কথাও বিবেচনাৰ তুলাচনীত নুঠাকৈ নাথাকে। এনেদৰে দুয়ো পক্ষৰ মাজত বিয়াৰ বিষয়ে জনা-জনি হোৱাৰ পিছত দুয়ো পক্ষৰ অভিভাৱক বা তেনে মুৰব্বী স্থানীয় লোকৰ যাতায়ত আৰম্ভ হয়। এই স্তৰতে বহু ক্ষেত্ৰত ল'ৰা-ছোৱালীৰ মাজত ভাব বিনিময়ৰো সুবিধা কৰি দিয়া হয়; আকৌ কেতিয়াবা স্বল্প দিনৰ ভিতৰতে বিয়াৰ চূড়ান্তকৰণ হৈ যায়। বিয়াৰ চূড়ান্ত সিদ্ধান্ত হয়তেতিয়াহে, যেতিয়া ল'ৰা বা ছোৱালীৰ কোনো পক্ষৰ ফালৰ পৰাই আপত্তিকৰ কোনো কথা নাথাকে। ইয়াৰ পিছতে এদিন সুবিধানুযায়ী ভাল দিন-বাৰ চাই আনুষ্ঠানিকভাৱে ল'ৰাৰ ঘৰৰ পৰা এটা সঁজাতি দল ছোৱালী চাবলৈ বুলি ছোৱালীৰ ঘৰলৈ যায়। এই দলটোতে ল'ৰাৰ নিকটাত্মীয় লোক কেইগৰাকীমান আৰু প্ৰায়ে বিয়া বন্দৱস্ত কৰাৰ ক্ষেত্ৰত উদ্যোগ লোৱা ব্যক্তি(পুৰুষ বা মহিলা) গৰাকীও যায়। বন্ধু-বান্ধৱ বা শুভাকাঙ্ক্ষীয়েই সাধাৰণতে এই শুভ কাৰ্যত উদ্যোগ লয়। সি যি কি নহওক, ল'ৰাৰ ঘৰৰ পৰা আনুষ্ঠানিকভাৱে প্ৰথম মানুহ আহিবৰ দিনাখন ছোৱালীৰ ঘৰতো মুষ্টিমেয় অওহী-বওহীহে উপস্থিত থাকে। ইয়াকে 'তামোল কটা' বুলি কোৱা হয়। কোনো কোনোৱে ইয়াকে ছোৱালী 'সুধিবলৈ' বা 'খুজিবলৈ' অহা বুলিও কয়। সিদিনাই ছোৱালী বিয়া কৰোৱাৰ কথা আনুষ্ঠানিকভাৱে উত্থাপিত হয; আৰু দুয়ো পক্ষই ছোৱালী বিয়া কৰোৱাৰ ইচ্ছা আৰু ছোৱালী বিয়া দিয়াৰ আগ্ৰহৰ কথা ব্যক্ত কৰে। ইয়াৰ পিছৰ পৰ্বত আৰু কিছু বিস্তাৰিতভাৱেছোৱালী বিয়া কৰোৱাটো খাটাং ৰূপে সাব্যস্ত কৰাৰ অৰ্থে ছোৱালীক 'আঙঠি পিন্ধোৱা' বা 'ৰিং চেৰেমণি' বুলিয়েই কোৱা হয়। আঙঠি পিন্ধোৱাৰ দিনা

ল'ৰাৰ ঘৰৰপৰা এটা আঙুঠি, শাড়ী, তেল, ফণি, চেণ্ডেল(আজিকালি ঘড়ী) আদি লৈ গৈ ছোৱালীজনীক 'ৰিং চেৰেমণি' পিন্ধোৱা হয়। ল'ৰাৰ মাক, বায়েক বা আন বয়োজ্যেষ্ঠ আত্মীয় তিৰোতাই সাধাৰণতে ছোৱালীজনীক আঙুঠি পিন্ধায়। সিদিনাখন ওচৰ চুবুৰীয়া(দুয়োঘৰৰে), আত্মীয় কুটুম্বৰে এক উৎসৱ মুখৰ পৰিৱেশ হয়। সিদিনাই বিয়াৰ তাৰিখ, 'নিকাহৰ সময়' দৰা সাজি অহাৰ সময়, দৰাৰ সতে আহিবলগীয়া মানুহৰ হিচাপ, কইনাৰ ঘৰত হ'ব লগীয়া সোধ-পোছ আদিৰ আপ্যায়নৰ বিষয়েও বিশদভাৱে আলোচনা কৰা হয়। আজিকালি 'মোহ্ৰানা'(দেন মোহৰ) পৰ্য্যন্ত নিৰ্দ্ধাৰণ কৰি থয়। এনেদৰে ক্ৰমশঃ এটা নিশ্চয়তাপূৰ্ণ প্ৰস্তুতিৰে বিয়াখন অনুষ্ঠিত হোৱাৰ পথত আগবাঢ়ে। বিয়া অৰ্থাৎ 'নিকাহ'ৰ এদিন বা দুদিন আগতে 'তেলৰ ভাৰ নিয়া' বা 'জোৰণ দিয়া' প্ৰথাও প্ৰচলিত । 'জোৰণ'ত দৰা-ঘৰৰপৰা শাড়ী, তেল, আচী-ফণি আদি লৈ যোৱাৰ উপৰিও সান্দহ-চিৰা-মিঠৈ, দৈ, বিভিন্ন প্ৰকাৰৰ মিঠাই, তামোল-পাণ আদিৰে এখন ভাৰ লৈ যোৱা হয়। দৰাৰ ঘৰৰ পৰা যোৱা তিৰোতা এগৰাকী বা দুগৰাকীয়ে কইনাক তেল দি মূৰ আঁচুৰি দি ভাৰ-ভেটি দি আহিব। কিছুমানে আকৌ উল্লেখিত বস্তু কেইপদৰে দুজন পুৰুষে কইনা-ঘৰত দি আহিব। বিয়াৰ তিনিদিন আগত দৰা আৰু দোষ্ট (সখি)য়ে গৈ কইনা ঘৰত 'মানভাত' খায়।

বিয়াৰ দিনা দৰাই ঘৰত আত্মীয়-কুটুম্ব আৰু ওচৰ-চুবুৰীয়াৰে 'শুভ বিবাহ'ত ভোজ-ভাত খাই নিৰ্দ্ধাৰিত সময়ত দৰা-ঘৰীয়াই 'বিয়া সাজি' কইনা ঘৰলৈ যাত্ৰা কৰে। দৰা-ঘৰীয়া আহি কইনাঘৰৰ পদূলিমুখত উপস্থিত হোৱাৰ পিছতে কইনা-ঘৰীয়া পক্ষৰ পৰা দৰাক আদৰা হয়। হিন্দু সমাজত প্ৰচলিত 'সু-সজ্জৰি তুলি' আদৰাৰ দৰে(কেৱল ভিন্ন পদ্ধতিৰে) মুছলমান বিয়াতো দৰা আদৰাৰ এক আকৰ্ষণীয় অনুষ্ঠান আছে। দৰা আহি পদূলি মুখত ৰোৱাৰ পিছতে পোনতে কইনা-ঘৰীয়াৰ ফালৰ পৰা গুলাবজল ছটিওৱা হয়। লগে লগে কইনাৰ চেমনীয়া ভায়েক-ভনীয়েক, ভাগিন-ভতিজা আদিয়ে দৰাৰ গাত আতৰ সানি দিয়ে। লগতে চৰবৎ, গাখীৰ, মিঠাই আদিৰে দৰা আৰু দোষ্টক আপ্যায়িত কৰে। আদৰাৰ বিনিময়ত দৰাই তেওঁৰ লগত ছাঁৰ দৰে থকা দোষ্টৰ সহায়ত খামত সামৰ্থ অনুসৰি কোনো পৰিমাণৰ ধন লগতে ৰুমালো উপহাৰ দিয়ে। তাৰ পিছত এজন বয়োজ্যেষ্ঠ কইনাৰ সম্বন্ধীয় পুৰুষ বা মহিলাই দৰাক 'ৰভা-তলি'লৈ আগবঢ়াই লৈ যায়। ৰভা-তলিৰ আছুতীয়া আসনত দৰাই আসন গ্ৰহণ কৰাৰ পিছত দৰা-ঘৰীয়া অন্যান্য ব্যক্তিসকলেও দৰাক বেষ্টিত কৰি ৰভা-তলিতে বহে।

দৰা সমন্বিতে দৰা-ঘৰীয়াৰ সকলোকে ৰভা-তলিত উপবিষ্ট হোৱাৰ পিছত দৰা-ঘৰীয়া আৰু কইনা-ঘৰীয়া দুয়ো পক্ষৰ মাজত তামোল-পাণৰ বটা বিনিময় কৰা হয়। ইয়াকে 'মানধৰা' বোলা হয়। প্ৰসঙ্গতঃ উল্লেখনীয় যে ছোৱালী সোধা বা খোজাৰ পৰা আৰম্ভ কৰি আঙুঠি পিন্ধাই জোৰণ দি ছোৱালী বিয়া কৰাই আনি ঘৰ সুমুৱালৈকে

এই গোটেই প্ৰক্ৰিয়াটোক বিবাহ বোলা হয়; যদিও 'নিকাহ' সমগ্ৰ বিবাহ অনুষ্ঠানটোৰ মুখ্যত কাৰ্য। অৰ্থাৎ বিবাহ প্ৰক্ৰিয়াৰ সকলো আনুষ্ঠানিকতাৰ অন্ততো 'নিকাহ' অবিহনে মুছলমান সমাজত দাম্পত্য জীৱনৰ সূচনা হ'ব নোৱাৰে। দৰা-ঘৰীয়া কইনা-ঘৰত উপস্থিত হোৱাৰ পিছমুহূৰ্ততে নিকাহ পৰ্ব আৰম্ভ হয় আৰু এই 'নিকাহ'ৰ আৰম্ভণি হয় ওপৰত উল্লেখ কৰা তামোল-পাণৰ বটা বিনিময়ৰ পিছতে— এখন সু-পৰিকল্পিত নাটকৰ দৰে।

কইনা-ঘৰৰ ৰভা-তলিত চৰিয়ত অনুযায়ী এজন উকিল আৰু দুগৰাকী সাক্ষী নিযুক্ত কৰা হয়। বিয়াৰ প্ৰস্তাৱ দিয়াৰ মাজেদি যিহেতু নিকাহৰ প্ৰক্ৰিয়া আৰম্ভ হয়, গতিকে দৰাৰ ফালৰ পৰা বিয়াৰ প্ৰস্তাৱ কইনাক অৱগত কৰাৰ বাবে এগৰাকী মধ্যস্থতাকাৰী ব্যক্তিৰ প্ৰয়োজন হয়। তেওঁকে বিয়াৰ ৰভা-তলীত 'উকিল' বুলি স্বীকৃতি দিয়া হয়। 'উকিল'জন সাধাৰণতে কইনা-পক্ষীয় হ'ব লাগে। তেওঁ কইনাৰ নিকট সম্পৰ্কীয় ব্যক্তি, যেনে— মোমায়েক, ভিনিহিয়েক, খুড়াক বা ৰবাপেক আদি কোনো ব্যক্তি। 'উকিলৰ' চাবাল জবাব(প্ৰশ্ন-উত্তৰ) আৰু দৰা-কইনাৰ প্ৰস্তাৱ, উত্তৰ, সন্মতি ইত্যাদিৰ সাক্ষী হিচাপে আন দুগৰাকী সন্মানীয় লোকো নিয়োগ কৰা হয়। এওঁলোকক সাক্ষী বোলা হয়। সাক্ষী দুগৰাকীৰ এগৰাকী কইনা-পক্ষৰ আনগৰাকী দৰা-পক্ষৰ পৰা নিয়োগ কৰাই সাধাৰণ নিয়ম। সাক্ষী সাধাৰণতে হ'ব লাগে দুজন পুৰুষ অথবা এজন পুৰুষৰ সতে দুগৰাকী মহিলা। তেওঁলোক প্ৰাপ্তবয়স্ক হোৱাৰ উপৰিও চৰিত্ৰবান ব্যক্তি হ'ব লাগিব।

এনেদৰে 'উকিল' আৰু 'সাক্ষী' নিযুক্ত হোৱাৰ পিছত উকিলে পোনতে সাক্ষী দুগৰাকী আগত ৰাখি দৰাৰ পা-পৰিচয় জানি লৈ তেওঁৰ মুখৰ পৰা কইনাৰ আগত উত্থাপন কৰিব লগীয়া প্ৰস্তাৱটো শুনে। দৰাই কিমান 'মোহৰানা' বা গা-ধন দিবলৈ ইচ্ছুক জানিবলৈ দি সেইমতে কইনাৰ সমুখত বিয়াৰ প্ৰস্তাৱ দাঙি ধৰিবলৈ 'উকিল'ক অনুৰোধ কৰে। এইখিনি শুনাৰ পাছত সাক্ষীসহ 'উকিল' কইনাৰ ওচৰলৈ যায়। কইনা ৰভা-তলিৰ এটা ফালত পৰ্দাৰে সু-সজ্জিত অৱস্থাত ঘাই ঘৰৰ কোনো কোঠাত মহিলাসকলৰ মাজত বহি থাকে। দৰা-ঘৰীয়া গৈ পোৱাৰ পৰত পিতৃদত্ত সাজ-পাৰ পিন্ধি থাকে যদিও 'নিকাহ'ৰ আগে আগে দৰা-ঘৰৰ পৰা নিয়া নতুন সাজ-পাৰ পিন্ধে, মানে দৰা-ঘৰৰ মহিলাই গৈ পিন্ধায়। 'উকিল' আৰু সাক্ষী'য়ে যেতিয়া দৰাৰ প্ৰস্তাৱ লৈ কইনাৰ ওচৰলৈ যায় তেতিয়া দৰা-ঘৰৰ তিৰোতাসকলে কইনাৰ মুখ ঢাকি এখন ক্ষুদ্ৰকায় 'ওৰ্ণা' বা 'ওৰণি' দিয়ে। কইনাৰ মুখমণ্ডল স্পষ্টভাৱে দেখা যোৱাকৈ পাতল কাপোৰেৰেহে ওৰ্ণা দিয়া হয়। 'উকিলে' সাক্ষীসহিতে কইনাৰ সমুখত থিয় হৈ বা বহি দৰাৰ ফালৰ প্ৰস্তাৱটো এনেদৰে দাঙি ধৰে, "অমুক গাঁৱৰ/চহৰৰ জোনাব অমুকাৰ(মৃত হ'লে নামৰ আগত মৰহুম লগাব) জ্যেষ্ঠ/মাজু/ কনিষ্ঠ পুত্ৰ অমুকে ইমান 'মোহৰানা'

আদায় প্ৰতিশ্ৰুতিৰে তোমাৰ সতে নিকাহ কৰাৰ আৰজ্ কৰি আমাক উকিল ধৰি আমাৰ জৰিয়তে তোমালৈ নিকাহৰ প্ৰস্তাৱ প্ৰেৰণ কৰিছে। এই প্ৰস্তাৱত তুমি ৰাজী আছানে?" এইদৰে তিনিবাৰ সোধাৰ পিছত তিনিওবাৰ কইনাই 'ৰাজী আছো' বুলি সন্মতি জ্ঞাপন কৰাৰ কথা সাক্ষীসকলে নিজ কাণে শুনাৰ পিছত উকিল চাহাবে সাক্ষীৰে সৈতে পুনৰ দৰাৰ ওচৰলৈ উভতি আহি পোনতে কইনাই সন্মতি প্ৰদান কৰাৰ কথা দৰাক আৰু তাৰপিছত মজ্লিচত উপস্থিত ব্যক্তিসকলৰ উদ্দেশ্যে কইনাৰ সন্মতিৰ কথা 'এলান' বা ঘোষণা কৰে এনেদৰে 'আচ্ছালামু আলাইকুম'। জোনাব চাহেবান, অমুক গাওঁ/চহৰ নিবাসী জোনাব অমুকৰ(মৃত হ'লে নামৰ আগত মৰহুম লগাব) জ্যেষ্ঠ/মাজু /কনিষ্ঠ পুত্ৰ মহম্মদ অমুকৰ সৈতে অমুক গাওঁ/চহৰ নিবাসী জোনাব অমুকৰ কন্যা মচম্মৎ অমুকীয়ে ইমান পৰিমাণৰ 'মোহৰানা' বা 'দেনমোহৰ' দিয়াৰ প্ৰতিশ্ৰুতিৰে নিকাহত সন্মতি প্ৰদান কৰিছে। এইকথা আমাৰ লগত যোৱা মাননীয় সাক্ষীসকলেও নিজ কাণে শুনিছে। গতিকে আজি মহম্মদ অমুকা আৰু মচম্মৎ অমুকীৰ মাজত নিকাহ্ সম্পন্ন হোৱা বুলি এলান কৰিলোঁ। খোদা হাফিজ।" সাক্ষীসকলে নিজ কাণে কইনাই দৰাৰ প্ৰস্তাৱত সন্মতি হোৱা বুলি উপস্থিত সমজুৱাক জনোৱাৰ লগে লগে 'নিকাহ' পৰ্বৰ অন্ত পৰে। অৱশ্যে 'উকিল' আৰু 'সাক্ষী'য়ে কইনাই আগবঢ়োৱা 'মোহৰানা'ৰ প্ৰস্তাৱত দৰাই সন্মতি জনালেহে 'নিকাহ' অন্ত পৰে। পুৰণি কালত কইনাই 'মোহৰানা' এক অনা, দুই অনা, তিনি অনা আদিৰ প্ৰস্তাৱ দিছিল। আজিকালি টকা হিচাপত এক হাজাৰ, পাঁচ হাজাৰ, পঞ্চাশ হাজাৰ, লাখ টকা মোহৰানা হিচাপে প্ৰস্তাৱ আগবঢ়ায়। নিকাহ্ পঢ়োৱা হোৱাৰ পাছত মৌলবীয়ে পৱিত্ৰ 'কোৰাণৰ চুৰা' বা 'আয়াত পাঠ' কৰি দৰা কইনাক সতি-সন্ততিৰে সুখময় সুদীৰ্ঘ দাম্পত্য জীৱনৰ বাবে দোৱা বা আশীৰ্বাদ কৰে। ইয়াকে নিকাহৰ পিছৰ 'মুনাজাত' বোলা হয়। এই পৱিত্ৰ 'কোৰাণৰ পাঠ' আৰু 'মুনাজাত'ৰ বাহিৰে মুছলিম বিবাহৰ সতে অন্য কোনো ধৰ্মীয় প্ৰলেপ নাই।

'নিকাহ' হৈ যোৱাৰ পিছতে দৰাই থিয় হৈ ৰভা-তলিৰ ৰাইজক "আচ্ছালামু আলাইকুম" বুলি চালাম জনায়। সকলোৱে 'ছাদি মুবাৰক' দিয়ে আৰু পিছত 'নিকাহৰ' লাড্ডু খায়। নিকাহৰ পিছত দৰা-ঘৰৰ মানুহক কইনা-ঘৰৰ মানুহে চাহ, ভাত, খুৱাই আপ্যায়ন কৰে। দৰা-দোষ্টকো চাহ, ভাত খুৱাই মাক-দেউতাক বা জ্যেষ্ঠ ককায়েক, খুড়াকে দৰাৰ হাতখনত কইনাৰ হাতখন তুলি দি কইনাৰ বাকী থকা জীৱন গটাই দিয়ে আৰু সুখৰ সংসাৰ এখন কামনা কৰি বিভিন্ন উপদেশ বাণী শুনায়।

মুছলমান 'নিকাহ'ৰ কোনো দিন বা সময় নিৰ্দ্ধাৰণ কৰা নাথাকে যদিও সুবিধা অনুযায়ী 'বিয়াৰ দিন' আৰু 'নিকাহৰ' সময় নিৰ্দ্ধাৰণ কৰে। কোনো কোনো অঞ্চলত মাজ ৰাতিহে বিয়া অনুষ্ঠিত হয়। গতিকে কইনা উলিয়াই দিয়া হয় কাহিলি পুৱাতে অৰ্থাৎ 'ফজৰ ৱক্ত'ত। অৱশ্যে আজিকালি মুছলিম বিয়া বেছি ভাগেই সন্ধিয়া 'মগৰীবৰ

নামাজ'ৰ পিছৰ পৰা নিশাৰ 'ইছাৰ নামাজ'ৰ সময়খিনিৰ ভিতৰতে নিকাহ্ অনুষ্ঠিত হয়। ইয়াৰ উপৰিও বহুতো বিয়াৰ 'নিকাহ্'ৰ দোৱা মছজিদ বা ইস্তেমাত জামাত সহিতে হোৱা দেখা যায়।

দৰাই কইনা লৈ উভতি আহি পদূলি মুখত উপস্থিত হোৱাৰ পিছত দৰাৰ মাকে, মাক অবিহনে দৰাৰ কোনো বয়স্ক আত্মীয় মহিলাই গাত আতৰ ঘঁহি দি পোনতে কইনাক আদৰে। ঘৰ সোমোৱাৰ আগেয়ে কোনো কোনো ঠাইত কইনাৰ ভৰি পখালি দিয়া হয়— চৰিয়া বা কাঁহীৰ ওপৰত থিয় কৰাই লৈ। কইনাই দৰা-ঘৰত দুই/এঘণ্টা বা কোনো অঞ্চলত এদিন/দুদিন থাকি মাকৰ ঘৰলৈ যায়। তাৰ পিছত বিয়াৰ পিছদিনা নাইবা এসপ্তাহৰ মূৰত দৰা, দোষ্ট, আৰু কেইজনমান আত্মীয় কুটুম্বৰে কইনা-ঘৰলৈ গৈ 'আঠমঙলা' বা 'নেতা খোৱা' কাৰ্য সমাপন কৰি কইনাক দৰা-ঘৰলৈ আনে আৰু নিশা কইনাই দৰা-ঘৰৰ পৰিয়াল তথা ওচৰ-চুবুৰীয়া, আত্মীয়- কুটুম্বক 'কইনাভাত' বা 'হেতা দিয়া' কাৰ্য তথা ওচৰ-চুবুৰীয়া, আত্মীয়-কুটুম্বক খুওৱাৰ লগতে ন-কইনাক তেওঁলোকৰ লগত চা-চিনাকি কৰি দিয়ে। তাৰ পিছত কইনা-ঘৰৰ প্ৰায় দহৰ পৰা পঞ্চাশজন লোকে দৰা-ঘৰলৈ আহে— যাক "ঘৰ-বৰ" চোৱা বুলি কোৱা হয়।

অসমত লক্ষ্য কৰিলে দেখা যায় যে মুছলিম সমাজৰ বিবাহ অনুষ্ঠানৰ সতে সংযুক্ত অনেক আচাৰ-নীতিয়েই হিন্দু সমাজৰ প্ৰচলিত আচাৰ-নীতিৰ সতে হুবহু মিল আছে। ক'ৰবাত হয়তো নামাকৰণৰ প্ৰভেদ আছে, ক'ৰবাত ব্যৱহাৰিক দিশত সামান্য হীনদেঢ়ি পৰিলক্ষিত হয়। বিশেষকৈ দৰঙৰ মুছলমান সমাজত 'বিবাহ-পদ্ধতি' হিন্দুৰ লগত কিছু কিছু মিল দেখা যায়। বোধহয় ইয়াৰ কাৰণ বহুতো মুছলমান পৰিয়াল বা সমাজ হিন্দুৰ পৰা মুছলমান হোৱাৰ বাবেই নাইবা হিন্দু-মুছলমান সংমিশ্ৰণ হৈ থকাৰ বাবে আচাৰ-নীতিৰ মিল দেখা যায়।

ইছলাম ধৰ্মত 'নিকাহ'টো এটা নবীৰ 'চুন্নত' কাৰ্য । অৰ্থাৎ হজৰত মহম্মদে(দঃ) কৰা কাৰ্য মুছলিম সমাজে কৰাকে চুন্নত বুলি কোৱা হয়। তেনেক্ষেত্ৰত 'যৌতুক প্ৰথা'টো ইছলাম ধৰ্মত বা মুছলমান সমাজত বেদাত(বেয়া কাৰ্য বা হীন কাৰ্য) বুলি আখ্যা দিয়াৰ পিছতো কইনাৰ সৈতে যৌতুক অনা এটা প্ৰথাও কোনো কোনো অঞ্চলত দেখা যায়। কোনো কোনো অঞ্চলত ল'ৰাই ছোৱালী বিয়া কৰোৱাৰ নামত যৌতুকৰ বাবত ধন লোৱা ঘটনাও পৰিলক্ষিত নোহোৱা নহয়। 'চৰিয়ত'ৰ বাধ্যবাধকতাৰ ভিতৰত মুছলিম সমাজৰ বৈবাহিক আচাৰ-অনুস্থান সমূহো নিয়ন্ত্ৰিত বুলি ধৰা হয় যদিও ইয়াৰ ওপৰত কঠোৰ অনুশাসনৰ অভাৱত মুছলিম সমাজতো বিবাহৰ দৰে শুভ কাৰ্যত অসামাজিক তথা 'চৰিয়ত' বিৰোধী কাৰ্য্য চলি অহা দেখা যায়। ইয়াক নিয়ন্ত্ৰণ কৰাৰ সময় সমাগত। নহ'লে এই বিহ-মেটেকাই সামজখন চানি পেলাব।



# চৰ অঞ্চলৰ মুছলমানৰ বিবাহ পদ্ধতি

আলহাজ মোঃ আব্দুল গফুৰ

ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈ সমূহে ৰাজ্যখনত এক বুজন সংখ্যক চৰগাঁও সৃষ্টি কৰিছে। এই গাঁওবোৰত বিভিন্ন জনগোষ্ঠীৰ লোক বাস কৰে। আলোচ্য প্ৰবন্ধটোত চৰ অঞ্চলৰ মুছলমানৰ বিষয়ে কোৱা হৈছে। কিন্তু প্ৰচলিত ভাষা, কলা-কৃষ্টি, আচাৰ-ব্যৱহাৰ, চাল-চলন আদিৰ দৃষ্টিভঙ্গীত প্ৰবন্ধটোত এক বিশেষ শ্ৰেণী মুছলমানৰ সম্পৰ্কে উনুকিওৱা হৈছে, যাক সততে ন-অসমীয়া, পমুৱা, ভাটিয়া আদি ভিন্ ভিন্ নামেৰে আখ্যায়িত কৰা হয় যদিও চৰ অঞ্চলত বিশেষকৈ পশ্চিম অসমত ঠায়ে ঠায়ে উজনি, বাউচীয়া, বাইৰবন্দী আদি দেশী মুছলমানলোকে যুগ যুগ ধৰি বসবাস কৰি আহিছে। ন-অসমীয়া, পমুৱা, ভাটিয়া নামধাৰী মুছলমানসকল মূলতঃ বঙালী-মূলীয়। সময়ৰ সোঁতত পৰিস্থিতিৰ আহ্বানত বিভিন্ন সময়ত এইসকল লোক তাহানিৰ বঙ্গদেশৰ ভিন্ ভিন্ অঞ্চলৰ পৰা ব্ৰহ্মপুত্ৰৰ বুকুৰে উজাই আহি চৰ অঞ্চলত বসতি স্থাপন কৰিবলৈ লয়। কালক্ৰমত এইসকল লোকৰ একাংশ বিভিন্ন কাৰণত কাইম অঞ্চলতো সিঁচৰতি হৈ পৰে। বঙ্গ-মূলীয় এইসকল মুছলমানৰ বিবাহ পদ্ধতি প্ৰায় একে ধৰণৰ যদিও অঞ্চল ভিত্তিত সামান্য তাৰতম্য পৰিলক্ষিত হয়।

বিবাহ এটা সামাজিক অনুষ্ঠান। সমাজ জীৱনত আছে দুটা জাতি— এটা পুৰুষ আনটো নাৰী। সভ্য সমাজত উভয়ে সামাজিক স্বীকৃতিৰে বৈধভাবে আবদ্ধ হৈ সংসাৰ জীৱনত দিন অতিবাহিত কৰি থাকে। এনে সময়ত নাৰী-পুৰুষৰ মাজত স্থিতি লয় এক প্ৰবল আকৰ্ষণ। এই আকৰ্ষণ স্বভাৱগত। নাৰী-পুৰুষৰ এই স্বভাৱগত আকৰ্ষণ আৰু চাহিদা পূৰণাৰ্থে সকলো ধৰ্ম, জাতি আৰু গোষ্ঠীৰ মাজত আনুষ্ঠানিকতা বিদ্যমান। বিনন্দীয়া সৃষ্টিৰ এই অনুপম বিকাশ বিশ্বৰ সকলোতে বিৰাজ কৰিছে। আদিতে ইয়াৰ বিকাশ আছিল অনানুষ্ঠানিক। পিছত মানুহে সভ্যতাৰ পোহৰত সামাজিকভাৱে জীৱন ধাৰণ কৰিবলৈ লয় আৰু সামাজিক বন্ধনত আবদ্ধ হয়। লাহে লাহে গঢ়লৈ উঠে সামাজিক অনুষ্ঠানৰ। কালক্ৰমত এই অনুষ্ঠান ধৰ্মৰ সংস্পৰ্শলৈ আহে। বৈধ ব্যৱস্থাৰে কামভাব চৰিতাৰ্থকৰণ, আত্মাৰ উৎকৰ্ষ সাধন, বংশবৃদ্ধিকৰণ আদিৰ বাবে বিবাহৰ প্ৰয়োজন আৰু প্ৰচলন হয়। যুৱক-যুৱতীৰ উপযুক্ত বয়সত বিবাহ হলে ব্যভিচাৰ হোৱাৰ

আশংকা নেথাকে। সমাজত ধর্ম আৰু পাৰিপাৰ্শ্বিকতাৰ বিভিন্নতা হেতু অনুষ্ঠান সমূহত বিভিন্নতাই স্থিতি লয়। সেয়ে দেশৰ অন্যান্য অঞ্চলৰ লেখিয়া চৰাঞ্চলতো এই শ্ৰেণীৰ লোকৰ মাজত এক সুকীয়া বিবাহ ব্যৱস্থা বিৰাজ কৰিছে।

বিবাহ কাৰ্য সম্পাদনত সচৰাচৰ এজন মধ্যস্থতাকাৰী ব্যক্তি থাকে। চৰুৱা সমাজত এইজন ব্যক্তিক 'ঘটক' বোলে। সাধাৰণতঃ ওচৰ সম্বন্ধীয় লোক, শুভাকাঙ্খী বা আত্মীয়-স্বজনে কৰ্তব্য আৰু দায়িত্ব বুজি বিবাহ সম্পাদনত দৰা আৰু কইনা উভয়ৰে পক্ষত মধ্যস্থতাকাৰী ৰূপে কাম কৰে। এই গৰাকী ব্যক্তিয়ে দৰা-পক্ষক কইনাৰ বা কইনা-পক্ষক দৰাৰ সন্ধান দিয়ে। উভয় পক্ষই সন্মত হলে আৰম্ভ হয় উভয়ে উভয়ক দেখা শুনাৰ পৰ্ব। ব্যক্তিগত কথাবোৰ ঘটকৰ মাধ্যমতে হৈ থাকে। মুছলমান সমাজত দৰাই কইনা দেখাটো অপৰিহাৰ্য। ঘটকে দৰাক কইনা-ঘৰলৈ লৈ গৈ কইনা দেখুৱায়। পচন্দ হ'লে পিতৃ-মাতৃ বা অভিভাৱকৰ তৰফৰ পৰা মূৰব্বী লোক আহি কইনা চাব। এওঁলোকে কইনাৰ ৰূপ-গুণ, স্বভাৱ-চৰিত্ৰ, আচাৰ-ব্যৱহাৰ, বংশ-পৰিয়াল আদিৰ প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে খা-খবৰ ল'ব। পচন্দ হ'লে পাছত ঘটকৰ হতুৱাই দৰা-ঘৰ চাবৰ বাবে কইনা-পক্ষৰ লোকক আমন্ত্ৰণ কৰিব আৰু দিন-বাৰ কৈ শুনাব। তেতিয়া কইনা-পক্ষই আত্মীয় স্বজন আৰু অভিজ্ঞ মূৰব্বী লোকক লৈ দৰা আৰু দৰাৰ ঘৰ-বাৰী চাবলৈ দৰা-ঘৰলৈ যাব। চৰুৱা ভাষাত ইয়াক 'ঘৰ-বৰ থোৱা' বুলি কয়। কইনা-পক্ষৰ লোকেও দৰাৰ ৰূপ-গুণ, আচাৰ-ব্যৱহাৰ, কৰ্মদক্ষতা, বংশ মৰ্যদা, স্বভাৱ-চৰিত্ৰৰ বিষয়ে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে খা-খবৰ লব।

এইদৰে চোৱা-চিতাৰ পাছত উভয় পক্ষৰ পচন্দ হ'লে সেই বৈঠকতে বা উভয় পক্ষৰ সুবিধামতে পৰৱৰ্তী বৈঠক মাতি ছোৱালীৰ বাবে 'মোহৰানা'[১] বান্ধিব আৰু বিবাহৰ দিন-বাৰ ঠিক কৰিব । ইছলামীয় বিধান মতে ছোৱালীৰ ভৱিষ্যৎ নিৰাপত্তা স্বৰূপ দৰাৰ ফালৰ পৰা 'মোহৰানা' আদায় দিব লাগে। এই 'মোহৰানা' টকাৰ অংকত নিৰ্দ্ধাৰিণ কৰা হয় আৰু কইনাক অলঙ্কাৰ পাতিৰে সজাওতে অলঙ্কাৰৰ মূল্য 'মোহৰানা'ৰ হিচাপত ধৰা হয়। অলঙ্কাৰৰ মূল্যৰে সম্পূৰ্ণ ধন আদায় নহ'লে একাংশ বাকী ৰখাৰ বিধি আছে। বৈবাহিক জীৱনত দৰাই সুবিধামতে তাক আদায় কৰি দিয়ে। এই 'মোহৰানা'ৰ অধিকাৰ সম্পূৰ্ণ ছোৱালীজনীৰ ওপৰত ন্যস্ত থাকে। এই 'মোহৰানা' নিৰ্দ্ধাৰিণৰ সময়ত দৰাৰ সক্ষমতাৰ ওপৰত বিবেচনা কৰা হয়।

ইয়াৰ পিছত বিবাহৰ বাবে ভাল বতৰত শুভ দিন, বাৰ, মাহ আদি চোৱা হয়। চৰুৱা সমাজে এইবোৰৰ ওপৰত গুৰুত্ব আৰোপ কৰে। এয়া জনবিশ্বাস। এই মতে

---

(১) মোহৰানা — মুছলমান স্বামীয়ে বিয়াৰ সময়ত স্ত্ৰীক দিয়া বা দিবলৈ প্ৰতিজ্ঞা কৰা ধন।

সচৰাচৰ শনি আৰু মঙ্গলবাৰে কোনো শুভ কৰ্ম অনুষ্ঠিত নহয়। মাহৰ ভিতৰত কাতি, আঘোণ আৰু চ'ত মাহ বাদ দিয়ে। এই কেইমাহত বিবাহ হ'লে ছোৱালীয়ে স্বামীগৃহত জুই আৰু কাল হাতত লৈ আহে বুলি বিশ্বাস। ই অমঙ্গলৰ লক্ষণ।

বিবাহ সম্পৰ্কত সকলো কথা-বতৰা শেষ হলত চৰুৱা সমাজত বিবাহৰ বাবে 'বাটা' কৰা নিয়ম আছে। এই মতে চৰৰ কোনো কোনো অঞ্চলত 'বাটা' ৰূপে আধা কিলোগ্ৰাম পৰিমাণৰ জহা চাউল, সেই পৰিমাণৰ চেনি, একেলগ কৰি এখন থালৰ মাজত ৰাখি থালৰ একাষত দুখিলা পাণ, দুটা তামোল, এখন টকাৰ নোট ৰাখি থৈ ৰুমালেৰে ঢাকি সমাজৰ সমুখলৈ 'বাটা' আগবঢ়াব। ইয়াৰ অৰ্থ এইয়ে যে দুয়ো পক্ষৰ মাজত দৰা-কইনাৰ বিবাহ বন্দোবস্ত সম্পন্ন হ'ল। কইনাৰ অভিভাৱকে 'বাটা'ৰ পৰা ঘৰৰ আটাইকে অলপ অলপকৈ চেনি-চাউল বিতৰণ কৰিব। পিছত বিবাহ হ'ব লগীয়া দৰা-কইনাৰ শুভ কামনাৰে পৰম কৰুণাময় 'আল্লাহৰ' ওচৰত হাত উঠাই দোৱা প্ৰাৰ্থনা কৰিব।

পূৰ্বে কোৱা হৈছে যে চৰুৱা লোকসকল বঙ্গ-মূলীয়। তেওঁলোক বঙ্গৰ বিভিন্ন অঞ্চল, যেনে— ময়মনসিং, পাবনা, খুলনা, ঢাকা, টাঙ্গাইল, ৰংপুৰ আদি অঞ্চলৰ পৰা অহা। তেওঁলোকৰ আচাৰ-অনুষ্ঠানবোৰো কিছুপৰিমাণে ভিন্ ভিন্। সেই কাৰণে চৰ অঞ্চলতো তেওঁলোকৰ মাজত এইবোৰৰ ভিন্নতা পৰিলক্ষিত হলেও সামগ্ৰীকভাৱে কিছু বিষয়ত সহমত প্ৰত্যক্ষ কৰিব পাৰি।

*তেলাই পৰ্ব:*

বিয়াৰ আগদিনা দৰা-কইনাৰ দুয়োৰে ঘৰত 'তেলাই পৰ্ব' অনুষ্ঠিত হয়। ধৰ্মীয় বিধি-বিধানৰ লগত এই তেলাইৰ দৰে অন্যান্য আচাৰ- অনুষ্ঠানৰ সম্পৰ্ক অতি ক্ষীণ। হ'লেও যুগ-যুগ ধৰি এইবোৰ সমাজত প্ৰচলন হৈ আহিছে। তেলাইৰ দিনা দৰা-ঘৰত দৰাক আৰু কইনা- ঘৰত কইনাক তেল, হালধি সানি আয়তীসকলে গা-ধুৱায়। ল'ৰাৰ ক্ষেত্ৰত চুণ-কাজলৰ ফোঁট দিয়া চালনীত আৰু কইনাৰ ক্ষেত্ৰত কুলাত চাবোন, হালধি, দুবৰিবন, ধান, সৰিয়হ আদিৰে সজোৱা হয়। সেইদিনা দৰা-পক্ষৰ লোক এজনে কইনা ঘৰলৈ অঞ্চল বিশেষে চাউল, চেনি, গুড়, বাতাচা, কদমা, তামোল লগতে কইনাৰ বাবে তেল-চাবোন, সুগন্ধি নতুন কাপোৰ তেলাইৰ ভাৰত লৈ যাব। কইনাক গা-ধুৱাবৰ সময়ত কিছুমান মাঙ্গলিক কাৰ্য কৰিব। এখন কুলাত আম গছৰ ঠালেৰে সৈতে পাত, দুবৰিবনৰ আগ, ধান, হালধি সুন্দৰকৈ সজাই কইনাৰ মাকে, কইনাৰ মাকৰ অবিহনে দাদী-নানীয়ে কইনাক এখন ডাঙৰ পীৰাত বহুৱাই গা-ধুৱাব। তেনেসময়ত পাঁচ, সাতজনী গাভৰুৱে কুলাখন এবাৰ মাটিত আৰু এবাৰ কইনাৰ কপালত উঠা-নমা কৰিব। পিছত কুলাত থকা সামগ্ৰী কইনাৰ মূৰত আৰু গাত ছটিয়াব। তাৰ পিছত প্ৰত্যেকে পানী ঢালি গা-ধুৱাই দৰা-

পক্ষই গঠিয়াই দিয়া নতুন কাপোৰ পিন্ধাব। পিছত বিছনাত বহুবাই হাতত কুঁহিপাত খামুচি ধৰি থাকিবলৈ দিব। এয়া কৰিলে বিয়াৰ পিছত স্বামীয়েকক এৰি থকা নহয় বুলি চৰুৱা সমাজত লোকবিশ্বাস।

দৰা-ঘৰতো দৰাক সেই পদ্ধতিৰে গাত তেল-হালধি সানি গা-ধুৱায় আৰু ভিনিহিয়েকে পীৰাৰ পৰা তুলি লৈ গৈ নতুন কাপোৰ পিন্ধায়।

দৰা-কইনাৰ বাবে ব্যৱহাৰ কৰা পীৰাখন পাৰি থোৱা অৱস্থাত গা-ধুওৱাৰ আগত খালী ৰখা নহয়। তেনে কৰিলে দৰা বা কইনাৰ অকাল বিয়োগ হয় বুলি কোনো কোনো অঞ্চলত জন বিশ্বাস। পীৰাখনত হালধি আৰু চূণৰ ফোঁট দি সু-সজ্জিত কৰা হয়।

বিবাহ এক আনন্দৰ উৎসব। ভাৰতীয় চৰিত্ৰত আনন্দোৎসৱত গীত- নৃত্য কৰাটো পৰম্পৰা। চৰ বাসীয়ো ভাৰতীয় চৰিত্ৰৰ বাহিৰত নহয়। সেয়ে ধৰ্মত বাধা নিষেধ থাকিলেও বিয়াত চৰুৱা ছোৱালী-গাভৰুৱে আনন্দত বিভোৰ হৈ বিয়াৰ দিন কেইটাত গীত-নৃত্য কৰে।সেয়ে তেলাইত হালধি বটাৰ সময়ত গায়—

হালদি তোমাৰ জনম কুনখানে[২]
আমাৰ জনম আলানে-পালানে[৩]
হালদি তুমি লাগবা কুনখানে
আমি নাগমু নওসাৰ[৪] বৰণে
পীৰাক লক্ষ্য কৰি গায়—
চন্দন কাটটি কাটৰে সুতাৰ[৫]
বানাও ৰঙ্গেৰ পিৰি[৬]
সেই পিৰিতে গোছল[৭] কৰে গো
বাপেৰ লায়েক পুতৰা[৮] ।

বিয়াৰ দিনা দৰা-কইনাৰ ঘৰ আনন্দমুখৰ হৈ উঠে। ঠাই বিশেষে গাইটা, হাৰাই বোম, ফটকা, আতচবাজী আদি ব্যৱহাৰ হয়। দৰাই গা-ধোৱাৰ আগত মুৰব্বী ব্যক্তিক

---

(২) কুনখানে — ক'ত।
(৩) আলানে-পালানে — খেতি পথাৰত।
(৪) নওসা — দৰা।
(৫) সুতাৰ — মিস্ত্ৰী।
(৬) পিৰি — পীৰা।
(৭) গোছল — ইছলামীয় প্ৰথামতে গা-ধোৱা।
(৮) পুতৰা — বেহাই, সখি বা সংবাৰ পুতেক।

ছালাম কৰে। ভিনিহিয়েকে কোলাত উঠাই লৈ গৈ পূৰ্বে পাৰি থোৱা পীৰাত বহুৱায়। আয়তীসকলে তেলাইৰ বস্তু-সামগ্ৰীৰে গা-ধুৱায়। ভিনিহিয়েকে কোলাত উঠাই লৈ আহি বিয়াৰ পোছাক পিন্ধায়, গাত আতৰ[9] সানে, চকুত চুৰমা[10] লগায়। বিয়াৰ পোছাকত পায়জামা, পাঞ্জাবী টুপী বা পাগুৰি, চাদৰ, জোতা-মোজা, ৰুমাল আদি থাকিব।

দৰাক গা-ধুৱাওতে আয়তীসকলে গীত গায়—

পুষ মাইসা জাৰে গো
মাঘ মাইসা শীত গো
নওসাৰ গায় কতোপানী ঢালো গো
ঘৰে আছে দয়াল জাৰে গা মাও গো
আসিয়া দেও নওসাৰ গায়েৰ চাদৰ গো।

নিৰ্দিষ্ট সময়ত বয়-বস্তুৰে সৈতে বৰযাত্ৰী মুৰ-মুৰব্বী আৰু আত্মীয়-স্বজনেৰে সৈতে গৰুৰ গাড়ী, মহৰ গাড়ী, ঘোৰা পাল্কী বা নাৱেৰে ৰাওনা হ'ব। দৰাই মাক-দেউতাক আৰু মুৰ-মুৰব্বীক ছালাম-কদমবুচি[11] কৰাৰ পাছত কলধৰাই[12] বাহনত উঠাই দিব। কইনা-ঘৰত দৰাক আদৰিবলৈ দুৱাৰ মুখ সজাই তোলে। দৰা আহি পালে বাহনৰ পৰা নমাই সজাই ৰখা দুৱাৰ মুখৰ চকীত বহুৱাই মিঠাই, চৰবত খুৱাব। ইয়াৰ বাবে আদৰি অনাসকলক মাননি দিব লাগে। পিছত তেওঁক আগবঢ়াই লৈ ঘৰ বা ৰভাত থকা আসনত কলধৰাৰে সৈতে বহিবলৈ দিব। লগতে দৰা-পক্ষৰ সকলোৰে আসন গ্ৰহণ কৰিব। তেওঁলোকক প্ৰথমে লঘু আহাৰেৰে আপ্যায়িত কৰা হয়। তেতিয়া দুয়ো পক্ষৰ মাজত কথা-বতৰা চলে। কোনো কোনো বিয়াত 'কাবিন-ৰেজিষ্টাৰ' হয়। তেতিয়া 'কাজী চাহাবে' বা তাৰ প্ৰতিনিধিয়ে 'কাবিন নামা' লিখিব। সিপিনে কইনাৰ বাবে লৈ অহা গহনা-পাতি আৰু কাপোৰ-কানি পিন্ধিবৰ বাবে ভিতৰলৈ পঠিয়াই দিব। এয়া চৰুৱা সমাজৰ কোনো কোনো ঠাইৰ 'খুনচা পৰ্ব'। কইনাক সজাবৰ কাৰণে আয়তীসকলৰ বাবে দৰা-পক্ষৰ পৰা মাননি পঠোৱা নিয়ম। মাননি নহ'লে কইনা নসজায়। কইনাৰ বাবে 'লাল' ৰঙৰ শাড়ী পচন্দনীয়। কইনাৰ বাবে পঠিওৱা এই বস্তু-সামগ্ৰীক 'সিঙ্গাৰ' বোলে। সিঙ্গাৰৰ ভিতৰত কইনাৰ বাবে নাকত পিন্ধা নাকফুল আৰু

---

(৯) আতৰ — এবিধ সুগন্ধি।
(১০) চুৰমা — চকুত লগোৱা একপ্ৰকাৰ পাথৰৰ গুড়ি।
(১১) কদম বুচি — ইছলামীয় পদ্ধতিত সেৱা।
(১২) কলধৰা — দৰাৰ আলপৈচান ধৰা লোক; ভিনিহিদেউ, অবিহনে বন্ধু-বান্ধৱ।

ভৰিত পিন্ধা জোতা-মোজা বাধ্যতামূলক। জোতা-মোজাক কোনো কোনো ঠাইত 'বিনামা' বুলি কোৱা হয়। কইনাক এখন নতুন শাঢ়ীত বহুৱাই সাজ পিন্ধাব। চবনী সমাজত মেহেন্দী বা জেতুকা কইনা সজাওতে ব্যৱহাৰ কৰে।

'কাবিন নামা' লিখা আৰু কইনা সজোৱাৰ পিছত কাজী চাহাব বা কইনা-পক্ষৰ পৰা এজন দায়িত্বশীল ব্যক্তি উকিল হিচাপে লগত দুই পক্ষৰ দুজন দায়িত্বশীল লোক সাক্ষী হিচাপে ঘৰৰ ভিতৰলৈ কইনাৰ ওচৰলৈ যাব। কাজীয়ে বা উকিলে দৰাৰ নাম, পিতাৰ নাম, ঠিকনা আৰু 'মোহৰানা' উল্লেখ কৰি কিমান আদায় দিছে আৰু কিমান বাকী ৰাখিছে জনাই কইনাক বিবাহ কৰিবলৈ আহিছে বুলি ক'ব আৰু এই বিবাহত তাই সন্মত আছে নে নাই জানিব বিচাৰিব। কইনাই বিবাহত সন্মতি দি তিনিবাৰ 'কবুল'[১৩] আছো বুলি ক'ব লগতে 'কাবিন নামা'ত চহী কৰিব। কইনাই মাতা 'কবুল' শব্দটো সাক্ষীদ্বয়েও শুনিব পাৰিব লাগিব। কইনাৰ স্বীকাৰ উক্তি শুনি উকিলদলে সমজুৱাৰ মাজত ইমাম বা 'মোল্লাৰ' সমুখত কইনাৰ স্বীকাৰ উক্তি ব্যক্ত কৰিব। তাৰ পাছত উকিলে দৰাৰ সমুখা-সমুখিকৈ বহি কইনাৰ নাম, তাইৰ পিতাৰ নাম, ঠিকনা আৰু আদায় দিয়া 'মোহৰানা'ৰ কথা ক'ব আৰু এই বিবাহত তাই 'কবুল' আছে বুলি জনাব। দৰাই কইনাক স্ত্ৰী হিচাপে গ্ৰহণ কৰিছে নে নাই উকিলে এই বিষয়ে জানিবলৈ বিচাৰিব। তেতিয়া দৰাই তিনিবাৰ উচ্চাৰণ কৰিব 'আলহামদু লিল্লাহ'(সকলো প্ৰশংসা আল্লাহৰ বাবে) মই কবুল কৰিছো। পিছত সমাজৰ মোল্লা বা কাজী চাহাবে দৰাক বিবাহিত জীৱনত পালিবলগীয়া 'নছিয়ত'[১৪] ক'ব— "স্ত্ৰীক নীতি-নিয়মৰ মাজত ৰাখিবা, জ্বালা-যন্ত্ৰণা নকৰিবা, সুখ-দুখৰ অংশীদাৰ হ'বা, ভৰণ-পোষণত ত্ৰুটী নকৰিবা" ইত্যাদি। পিছত কাজী বা মোল্লাচাহাবে বিবাহৰ 'খুতকা'(উপদেশ বাণী) পাঠ কৰি সমজুৱাৰে সৈতে দৰা-কইনাৰ বিবাহিত জীৱনৰ মঙ্গল কামনা কৰি প্ৰাৰ্থনা কৰিব হাত উঠাই। দৰা-পক্ষৰ পৰা তেতিয়া উপস্থিত সমজুৱাৰ মাজত খেজুৰ, খুৰমা বা মিঠাই বিলাব— মুখ মিঠা কৰিবৰ বাবে।

বিবাহ শেষ হ'লে কইনা-পক্ষই দৰা-পক্ষক খোৱাৰ বাবে 'দাৱাত' কৰিব। খুলশালীয়ে লগ-লগৰীয়াৰ সৈতে ৰভাৰ তললৈ আহি দৰাক খুৱাবৰ বাবে লৈ যাব, আসনত বহুৱাব, হাত ধুৱাই দিব, জোতা-মোজা সোলোকাব আৰু পিন্ধাব। ইয়াৰ বাবে দৰাই তেওঁলোকক মাননি দিব।

পিছত কলধৰাই দৰাক লৈ কইনা থকা ঘৰত প্ৰবেশ কৰিব। খুলশালীহঁতে শাৰী পাতি দুৱাৰ-পথ বন্ধ কৰিব, মাননি পালে খুলি দিব। ইয়াক 'দুৱাৰধৰা' বোলে।

---

(১৩) কবুল— মান্তি-স্বীকাৰ।
(১৪) নছিয়ত— উপদেশ।

পিছত দৰাক কইনাৰ ওচৰত বহুৱাই কইনাৰ মুখ চাবলৈ দিয়া হয়। খুলশালীবোৰে আইনা ধৰিব, মালা বদল কৰাব আৰু মিঠাই খুৱাব। সেই বহাতে দৰাক আয়তীসকলে পঞ্চামৃত খুৱাই দৰাৰ হাত ধুৱাওতে পইচা ল'ব।

এতিয়া বিদায় পৰ্ব। ঘৰখন লাহে লাহে নিজম পৰে। দুখ-বেদনা সৰ্বত্ৰত বিৰাজ কৰিবলৈ লয়। তাৰ মাজতে পিতৃ-মাতৃ, ময়-মুৰব্বী, গুৰুজনা, ডাঙৰজনা সকলোকে দৰা-কইনাই 'ছালাম-কদমবুচি' জনাই ঘৰৰ পৰা ওলাব। চোতালত পিতাক বা মুৰব্বী ব্যক্তিয়ে নিজৰ নিজৰ হাতৰ ওপৰত ছোৱালীৰ হাত ৰাখিব আৰু তাইৰ হাতৰ ওপৰত ল'ৰাৰ হাত ৰাখি 'আল্লাহক' স্মৰণ কৰি, আকাশ-বতাহক সাক্ষী ৰাখি জোঁৱায়েকৰ ওচৰত জীয়ৰীক সমৰ্পণ কৰিব। ভগ্ন অন্তৰখনিৰে উভয়ৰ মঙ্গল কামনা কৰি দোৱা-প্ৰাৰ্থনা কৰিব।

কইনাই ঘৰৰ পৰা স্বামীগৃহলৈ ওলোৱাৰ সময়ত এমুঠি চাউল পিতৃ গৃহলৈ ছটিয়াই দি বিদায় লয়— এই বাবেই যে তাইৰ অবিহনে যেন ঘৰখনৰ ভাগ্যৰ পৰিবৰ্তন নহয়। এয়া চৰুৱা সমাজত লোকবিশ্বাস।

সিপিনে দৰা-কইনাক চাবৰ বাবে দৰা-ঘৰত বৰ আগ্ৰহেৰে অপেক্ষা কৰি থাকে। দৰা-কইনা ঘৰ আহি পোৱাৰ লগে লগে দুয়োকে থিয় কৰাই দি ভৰিত পানী ঢালি দিয়ে। বৰঘৰৰ দুৱাৰত ইতিমধ্যে শাড়ী এখন পাৰি থ'ব আৰু তাৰ ওপৰত হালধি-নহৰু ছটিয়াই দিব। তাৰ ওপৰেৰে যাওতে কইনাই হালধি-নহৰু হাতেৰে তুলি লৈ আঁচলত বান্ধি থ'ব। ঘৰত সোমাই দৰাই কইনাক কোলাত উঠাই মাচা(ভঁৰাল)ত তুলিব। শাহুৱেকৰ পৰামৰ্শ মতে কইনাই হাড়ী-কলহত হাত ভৰাই দিব। শাহুৱেকে সুধিব 'হাড়ী-কলহ' খালী নে ভৰা বুলি। কইনাই তেতিয়া কব, 'ভৰা'। যদি খালি হোৱা বুলি কয়, তেতিয়া সংসাৰৰ আয়-উন্নতি নহ'ব বুলি জনবিশ্বাস।

দৰা-কইনাক সেই ৰাতিয়ে সুকীয়া ঘৰত একেলগে থাকিবলৈ দিয়া হয়। চৰুৱা ভাষাত ইয়াক 'কাল ৰাতি' বোলে। পিছদিনা উভয়কে একোখন পীৰাত বহুৱাই গা-ধুওৱা হয়। আয়তীসকলে উভয়ৰে মূৰত পানী ঢালিব, পিছত সাজ-পোছাক পিন্ধি চোতাল সাৰিব আৰু গোহালিৰ জাবৰ-জোঁথৰ পেলাই দিব। কোনো কোনো ঠাইত আকৌ ৰাতিপুৱা উঠিয়েই কইনাই চোতাল সাৰি ৰন্ধাশালৰ চৌকাৰ ছাই পেলাব। চোতাল সাৰাৰ সময়ত চোতালত গোপনে পইচা, হালধি, শুকান জলকীয়া পেলাই ৰাখিব। বুদ্ধিমতী কইনাই সাৰিবৰ সময়ত সেইবোৰ বুটলি আনি শাহুৱেকৰ হাতত দিব। বুটলি নানিলে সেই কইনাক কুলক্ষণীয়া বুলিব।

বৰপেটাৰ কোনো কোনো চৰাঞ্চলত আয়তীসকলে চোতালৰ এঠাইত সৰু পুখুৰীৰ লেখিয়া ডাঙৰ গাঁত খান্দি পানীৰে পূৰ কৰিব। তাত দৰা-কইনাক এটুকুৰা

হালধি আৰু মুদ্ৰা দি খেলিবলৈ দিব। এজনে পানীৰ ভিতৰত গুজি থ'ব আৰু আনজনে বিচাৰি উলিয়াব। এই খেলক 'পুখুৰ খেল' বোলে। এই ঠাই ডোখৰ ঘেৰি পৰ্দা কৰা হয়। নৱ-দম্পতীয়ে পুত্ৰ সন্তান নে কন্যা সন্তান লাভ কৰিব তাক নিৰ্ণয় কৰা হয়। পিছত সেই পুখুৰীত উভয়ে গা-ধুব। আয়তীসকলে গাত পানী ঢালিব। তাতে উভয়ে কাপোৰ সলনিও কৰিব। পিছত দৰাই কইনাক কোলাত তুলি লৈ সেই গাঁতৰ চাৰিওফালে সাত পাক ঘূৰিব আৰু তাৰপিছত ঘৰ সোমাই পিঠা-পায়স খাব।

বিয়াৰ পিছ দিনা কইনাৰ পিতাকে তেলাই দিয়া কাপোৰ, কিছু গাখীৰ, কিছু মিঠাই, তামোল-পাণ লৈ জীয়েকৰ ঘৰলৈ আহিব। সেইদিনাই দৰা-ঘৰত, ভোজ-ভাতৰ আয়োজন হয়। কইনা-ঘৰৰ লোককো নিমন্ত্ৰণ কৰে। কইনাৰ পিতাকে নিজৰ ঘৰত পাতিব লগা ওলীমা অনুষ্ঠানলৈ দৰা-কইনাক মাতি যাব। সেই অনুষ্ঠানত দৰাই লগৰ লগৰীয়াৰে সৈতে শহুৰালয়ত গৈ প্ৰীতি-ভোজ উপভোগ কৰিব। এয়া 'ফিৰাণী পৰ্ব'। দৰা আৰু লগত অহা কলধৰা-বন্ধু-বান্ধৱক আয়তীসকলে নানা ধৰণৰ সাঁথৰ-প্ৰশ্নৰ দ্বাৰা ব্যতিব্যস্ত কৰি তোলে। শহুৰেকৰ ঘৰত দুই তিনিদিন থাকি ঘৰলৈ ঘূৰি যাব। ইয়াকে চকৰা সমাজত ঘূৰাণী বোলে ।



# মণিপুৰীসকলৰ বিবাহ পদ্ধতি

ঘুম্নাম মণিধন সিংহ

নৃতত্ত্ববিদসকলৰ মত অনুসৰি মণিপুৰী হ'ল— মঙ্গোলীয় মহাজাতিৰ তিব্বত-বৰ্মী শাখাৰ কুকি-চীন শাখাৰ অন্তৰ্গত এটা জনগোষ্ঠী। মণিপুৰীসকলে নিজকে 'মৈতৈ' অথবা 'মীতৈ' বুলি পৰিচয় দিয়ে।* ক'বলৈ গ'লে এই জনগোষ্ঠীৰ ইতিহাস অতি প্ৰাচীন। সেইহেতু মণিপুৰী সংস্কৃতিৰ প্ৰকৃত পৰিচয় পাবলৈ হ'লে ইতিহাসৰ গভীৰলৈ যোৱাটো অতি আৱশ্যক হৈ পৰে। তদুপৰি ইতিহাসৰ এই দীৰ্ঘ পৰিক্ৰমাত মণিপুৰীসকলে ধৰ্ম-বৰ্ণ আৰু বহু বিচিত্ৰ সংস্কৃতিৰ পৰিচয় বহনকাৰী ভিন ভিন নৃতাত্ত্বিক জনগোষ্ঠীৰ সংস্পৰ্শলৈ আহিছিল। যাৰ ফলস্বৰূপে সংস্কৃতিৰ নিজকীয়া নিয়ম অনুসৰি গ্ৰহণ আৰু বৰ্জনৰ জৰিয়তে থলুৱা লোকবিশ্বাসক মূল ভেটি কৰি গঢ় লৈ উঠিছে— আজিৰ মণিপুৰী সংস্কৃতি। এয়ে হ'ল এটা সমন্বয় সংস্কৃতিৰ ইতিহাস। সেয়েহে, উত্তৰ-পূব ভাৰতৰ ভিন্ন ভিন্ন জনগোষ্ঠী তথা জনজাতিসকলৰ বিবাহ পদ্ধতিত যেনেদৰে পাৰম্পৰিক বহুতো আচাৰ-অনুষ্ঠান আৰু নতুন ধাৰাৰ লগত যি সংমিশ্ৰণ আৰু ক্ৰমবিৱৰ্তনৰ ইংগিত পোৱা যায় ঠিক তেনেদৰে মণিপুৰী বিবাহ পদ্ধতিতো এনেধৰণৰ বহুতো বৈশিষ্ট্য পোৱা যায়।

প্ৰাচীন কালৰ পৰা মণিপুৰী সমাজ ব্যৱস্থাত এটা বিস্তাৰিত কাৰ্যক্ৰমেৰে সজ্জিত স্বতন্ত্ৰ বিবাহ পদ্ধতি প্ৰচলিত আছিল। ইয়াৰ মাধ্যমত আমি মণিপুৰী সংস্কৃতিৰ এটা বৈচিত্ৰময় ধাৰাৰ আভাস পাব পাৰো। ১৮ শ শতিকাত মণিপুৰৰ ৰজা মহাৰাজ 'ভাগ্যচন্দ্ৰ'(জয় সিংহ)ৰ সময়ছোৱাত গৌড়ীয় মহাপুৰুষীয়া নব-বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱত মণিপুৰী সংস্কৃতিত নব-জাগৰণৰ উন্মেষ হৈছিল। ইয়াৰ ফলস্বৰূপে, কালৰ ক্ৰমান্বয় বিৱৰ্তন ধাৰাত চলি আহি নতুন ধৰ্ম বিশ্বাস আৰু নতুন নতুন সাংস্কৃতিক উপাদানৰ লগত সমন্বয় সাধনৰ জৰিয়তে মণিপুৰী সংস্কৃতিয়ে এটা নতুন ৰূপ গ্ৰহণ কৰে। সেয়েহে, ৰাজৰ্ষি 'ভাগ্যচন্দ্ৰ'ৰ আমোলতে ৰজাৰ নিৰ্দেশত মণিপুৰী বিবাহ পদ্ধতি আৰু প্ৰণালীৰ ক্ষেত্ৰত এটা যুগান্তকাৰী পদক্ষেপ গ্ৰহণ কৰা হৈছিল। সেই সময়ছোৱাত তদানীন্তন চলি থকা বিবাহ পদ্ধতি আৰু নতুন বৈষ্ণৱ চিন্তাধাৰাৰ লগত মিলাই 'সম্বন্ধ নিৰ্ণয়'

---

* অসমৰ সংস্কৃতি : লীলা গগৈ পৃঃ ১৪

নামেৰে এখন গ্ৰন্থ ৰচনা কৰা হৈছিল। যি গ্ৰন্থ আজি মণিপুৰী সংস্কৃতিৰ অতি মূল্যবান গ্ৰন্থ হিচাপে পৰিগণিত হৈছে। ইয়াৰ আলোকত আজিৰ দিনত চলি থকা মণিপুৰী বিবাহ পদ্ধতিৰ কিছুমান মুখ্য বৈশিষ্ট্যৰ ওপৰত দৃষ্টি পেলাই মণিপুৰী বিবাহ পদ্ধতিৰ এটা প্ৰকৃত স্বৰূপ এই প্ৰবন্ধত দাঙি ধৰিবৰ প্ৰয়াস কৰা হ'ল।

বিয়া হ'ল এটা সামাজিক অনুষ্ঠান। মণিপুৰী ভাষাত ইয়াক 'লুহোংবা' বুলি কয়। বিয়াই নাৰী-পুৰুষক যৌন আৰু যুগ্ম জীৱন আৰম্ভ কৰাৰ অনুমতি প্ৰদানৰ সৈতে বংশ বৃদ্ধিৰ সামাজিক স্বীকৃতি দান কৰে। মানুহৰ জীৱনত জন্ম আৰু মৃত্যুৰ সম্পৰ্কিত অনুষ্ঠানবোৰৰ দৰে বিয়াও এটা সৰ্ব্বাতোকৈ গুৰুত্বপূৰ্ণ অনুষ্ঠান। ইয়াত এটা জনগোষ্ঠীৰ সাংস্কৃতিক বৈচিত্ৰ্যৰ নিদৰ্শন পোৱা যায়। এই সন্দৰ্ভত ক'বলৈ গ'লে মণিপুৰী সংস্কৃতিৰ ব্যাপকতা আৰু সমৃদ্ধিৰ বহুতো উদাহৰণ আমি ভিন ভিন ক্ষেত্ৰত পাইছো। ইয়াৰ মুখ্য পটভূমি হ'ল— জনগোষ্ঠীৰ বিশাল লোক-সংস্কৃতিৰ ব্যাপ্তি আৰু ঐশ্বৰ্য্য। সম্ভৱতঃ ইয়াৰ ফলস্বৰূপে মণিপুৰী বিবাহ প্ৰণালীত পাৰম্পৰিক লোক-সংস্কৃতিৰ অসংখ্য বিধান আৰু আচাৰ-অনুষ্ঠানৰ অন্তৰ্ভুক্তি ব্যাপকতৰভাৱে প্ৰচলিত আছে। মন কৰিবলগীয়া কথা হ'ল— মণিপুৰী বিবাহত গৌড়ীয় বৈষ্ণৱৰ প্ৰভাৱ ব্যাপকৰূপে দেখা যায় যদিও প্ৰাচীন থলুৱা লোক-বিশ্বাসৰ ওপৰত ভেটি কৰি গঢ় লৈ উঠিছে, বৰ্তমান মণিপুৰী ধৰ্মীয় বিশ্বাস আৰু সাংস্কৃতিক জগত। সেয়েহে, মণিপুৰী বিবাহত ইয়াৰ বহুতো প্ৰমাণ পোৱা যায়।

মণিপুৰী সমাজ হ'ল মূলতঃ পুৰুষ শাসিত সমাজ। সম্ভৱতঃ ইয়াৰ কাৰণে মণিপুৰী দৰাই কইনাক বিয়া কৰি নিজৰ ঘৰলৈ লৈ আহে যদিও সমাজত তিৰোতাক তুলনামূলকভাৱে যথেষ্ট মৰ্যদা দিয়া হয়। মণিপুৰী তিৰোতাসকলে সমাজ ব্যৱস্থাত তথা ধৰ্ম-কৰ্ম আৰু সাংস্কৃতিক ক্ৰিয়া-কাণ্ডত বহুতো গুৰুত্বপূৰ্ণ ভূমিকা লয়। বিয়াৰ বিভিন্ন কাৰ্যত মণিপুৰী তিৰোতাই লোৱা ভূমিকা সম্পৰ্কে এই প্ৰবন্ধৰ মাজেৰে আমি জানিব পাৰিম। মণিপুৰী বিবাহ পদ্ধতিৰ আন এটা উল্লেখযোগ্য দিশ হৈছে— মণিপুৰী সমাজত 'বাল্য-বিবাহ' আৰু 'পণ' প্ৰথা নামৰ সামাজিক অভিশাপৰ লক্ষণ বৰ্তমান তথা অতীতৰ ইতিহাসত পোৱা নাযায়। কইনা-পক্ষৰ পৰা সামৰ্থ অনুসৰি ব্যৱহাৰিক বস্তু সামগ্ৰী(যৌতুক) দিয়াৰ প্ৰচলন যদিও আছে তথাপি দাবী কৰি 'পণ' লোৱাৰ প্ৰথা নাই। আৰু এটা প্ৰথা হ'ল মণিপুৰী বিবাহ পদ্ধতিত বৈদিক ৰীতিৰ মত অনুসৰি হোম প্ৰদানৰ মাধ্যমেৰে বিয়া কৰাৰ প্ৰচলন নাই। ইয়াৰ সলনি 'হৰি সংকীৰ্তন'ক সাক্ষী কৰি লৈ বিবাহ সম্পন্ন হয়। সম্ভৱতঃ এই প্ৰথা ১৮ শ শতিকাৰ পৰা আজিলৈকে চলি আহিছে, যদিও বৈদিক ৰীতিৰ আঠ বিধ বিবাহ প্ৰথাৰ দৰে বিভিন্ন বিবাহ ব্যৱস্থাৰ প্ৰচলন আছিল। এই প্ৰবন্ধত মুখ্যতঃ মণিপুৰী সামাজিক বিবাহ পদ্ধতিৰ ওপৰতেই আলোকপাত কৰা হৈছে।

মণিপুৰী বিবাহ পদ্ধতিত সুক্ষ্মভাৱে মানি চলা কিছু নিয়মাৱলী তলত উল্লেখ কৰা হ'ল—

(ক) মণিপুৰী জনগোষ্ঠী মূলতঃ সাতোটা ফৈদৰ মিলিত জনগোষ্ঠী। মণিপুৰী ভাষাত একোটা ফৈদক 'য়েক' বুলি কয়। প্ৰতিটো 'য়েক'ৰ তলত আৰু বহুতো ভাগ (Clan) আছে। ইয়াক 'শাগৈ' (Sagai) বুলি কাবা হয়। সেয়েহে একেটা 'য়েক'ৰ মাজত বিয়া নহয়। এই প্ৰথা প্ৰাচীন কালৰ পৰা এতিয়ালৈকে চলি আহিছে। উল্লিখিত ব্যৱস্থাক অমান্য কৰা ব্যক্তিসকলক ৰজাৰ আমোলত গধুৰ শাস্তিৰ দিয়াৰ বিধান আছিল।

(খ) মণিপুৰী সামাজিক বিবাহত বিধৱা বিয়াৰ প্ৰচলন নাই।

(গ) মণিপুৰী সামজিক বিয়াত অংশ ল'বলৈ অহা সকলো লোকে বগা কাপোৰ পৰিধান কৰিব লাগে। দৰাৰ ধুতী আৰু পাঞ্জাবীৰ ৰং বগা হোৱাতো আৱশ্যক।

(ঘ) দুয়ো পৰিয়ালৰ যিকোনো এটা ফৈদৰ অশৌচ্ থকা সময়ৰ ভিতৰত বিয়া নহয়।

(ঙ) দৰা অথবা কইনাৰ জন্মদিনত বিয়া নহয়।

(চ) দৰা-কইনাৰ যিকোনো এজনৰ মাক অথবা দেউতাকৰ মৃত্যুৰ বাৰত বিয়া নহয়।

মণিপুৰী বিবাহ পদ্ধতি অনুসৰি বিয়াৰ কাৰ্যসূচীক তিনিটা মুখ্য পৰ্বত ভাগ কৰিব পাৰি। যেনে— প্ৰাথমিক পৰ্ব, আনুষ্ঠানিক বিবাহ আৰু বিবাহৰ পৰৱৰ্তী আনুষঙ্গিক ক্ৰিয়াকৰ্ম ইত্যাদি। বৰ্তমান চলি থকা মণিপুৰী সামাজিক বিয়াৰ এটা স্বতন্ত্ৰ প্ৰণালী তথা ক্ৰম আছে। সুক্ষ্ম দৃষ্টিৰে চালে অঞ্চলে অঞ্চলে অৱশ্যে কিছু সাল-সলনি দেখিবলৈ পোৱা যায়। তথাপি সাধাৰণৰূপে চলি থকা বিবাহ প্ৰণালী তথা ক্ৰমৰ এটা সংক্ষিপ্ত ৰূপৰেখা তলত আলোকপাত কৰা হ'ল।

### *(ক) মণিপুৰী বিয়াৰ প্ৰাথমিক পৰ্ব ঃ*

#### (১) *হায়নবা(Hainaba) ঃ*

মণিপুৰী বিয়াৰ পোন প্ৰথম পৰ্যায়ৰ কাৰ্যক্ৰমত আটাইতকৈ গুৰুত্বপূৰ্ণ কাৰ্যটো হ'ল বিয়া কৰিবলগীয়া ল'ৰা-ছোৱালীৰ দুই পৰিয়ালৰ মাজত প্ৰাথমিক কথাবাৰ্তা। এই কাৰ্যক্ৰমক মণিপুৰীয়ে 'হায়নবা' বুলি কয়। আচলতে ইয়াৰ মাধ্যমেৰে বিয়াৰ আনুষ্ঠানিক আলোচনা পৰ্ব আৰম্ভ হয়। ইয়াত দৰাৰ পক্ষৰ পৰা কেইজনমান ব্যক্তি কইনাৰ ঘৰলৈ বিয়াৰ প্ৰস্তাৱ লৈ আহে। এই সন্দৰ্ভত মন কৰিবলগীয়া কথা হ'ল— অসম, ত্ৰিপুৰা আৰু বাংলাদেশ আদি বহিঃ মণিপুৰত এই ব্যৱস্থাক 'মাংগোন কাবা'

বুলি কয়। 'মাংগোন' শব্দৰ অৰ্থ হৈছে ঘৰৰ সমুখ ভাগত থকা বৈঠক খানা আৰু 'কাবা' শব্দৰ অৰ্থ হ'ল উঠা।

(২) *য়াথং থানবা (Yathang Thanaba) :*

বিয়াৰ কাৰণে প্ৰাথমিক কথাবাৰ্তা হৈ যোৱাৰ লগে লগে দুই পক্ষৰ সম্মতি ব্যক্তৰ পিছত দৰাৰ পক্ষৰ পৰা পুনৰবাৰ কেইজনমান বয়সস্থ পুৰুষ আৰু মহিলা কইনাৰ ঘৰত চূড়ান্ত বাক্যপ্ৰাপ্তিৰ অভিপ্ৰায়েৰে ফল-মূল ইত্যাদি সামগ্ৰী লৈ যায়। এই কাৰ্যক্ৰমৰ ভিতৰত দৰা আৰু কইনা দুই পক্ষৰ অভিভাৱকসকলে দৰা-কইনাৰ জন্মবাৰ, ৰাশি-নক্ষত্ৰ আদি চাইচিটি লৈ দুয়োঘৰৰ মাজত বিয়া হ'লে ভাল হ'বনে নাই সেইবিলাক নিৰ্দ্ধাৰণ কৰি লয়। সেইদিনাই দুই পক্ষৰ মাজত চূড়ান্ত বাক্যদানৰ পৰ্ব সমাপ্তি হয়।

(৩) *ৱাৰোই পোৎ পুবা (Waroi Pot Puba) :*

মণিপুৰী বিয়াৰ এই পৰ্বত আনুষ্ঠানিক বিয়াৰ তাৰিখ, স্থান আৰু বিয়া সম্পৰ্কীয় বিভিন্ন কাৰ্যক্ৰমৰ বিতং আলোচনা হয়। দুই পক্ষ মিলি বিস্তাৰিত কাৰ্যক্ৰমৰ চূড়ান্ত ৰূপ দিয়ে। এইদিনটোতে দৰাৰ ঘৰৰ পৰা এটা বিশেষভাৱে 'ডিজাইন' দি তৈয়াৰী কৰা বাঁহৰ টুকুৰিত ফল-মূল, মিঠাই আদি কইনাৰ ঘৰলৈ লৈ যায়। এই বিশেষ টুকুৰি কিন্তু অকল বিয়াৰ কামতে ব্যৱহাৰ হৈ থাকে। মন কৰিবলগীয়া কথা হ'ল— বহিঃ মণিপুৰ; অসম, ত্ৰিপুৰা আৰু বাংলাদেশত বসবাস কৰা মণিপুৰী সমাজত 'য়াথং থানবা' আৰু 'ৱাৰোই পোৎ পুবা' এই দুটা অনুষ্ঠান একেটা পৰ্বতে সমাপন হয়। আজিকালি ইয়াৰ পিছত বন্ধু-বান্ধৱ আদিক বিয়াৰ কাৰণে নিমন্ত্ৰণ পত্ৰ বিতৰণ কৰা হয়।

(৪) *হৈজিং পোৎ (Haijing Pot) :*

এই পৰ্বক মণিপুৰী বিয়াৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অনুষ্ঠান বুলি ক'ব পাৰি। এই অনুষ্ঠানৰ জৰিয়তে বিয়াৰ আনুষ্ঠানিক ঘোষণা হয় আৰু ইয়াৰ মাধ্যমেৰে সকলো লোকৰ সমুখতে বিয়াৰ চুক্তি অথবা মৌখিক চুক্তিবদ্ধ হয়। ইয়াৰ যোগেদি পাৰিপাৰ্শ্বিক গাঁৱৰ মানুহ বিয়াৰ সাক্ষী হৈ থাকে। গতিকে এই অনুষ্ঠানত উপস্থিত থাকি বিয়াৰ সাক্ষী হ'বলৈ কইনাৰ ঘৰৰ পৰা সকলোকে নিমন্ত্ৰণ জনায়। এই অনুষ্ঠানটো কইনাৰ ঘৰতে হয়। দৰা-কইনাৰ অভিভাৱক দুজনে একেলগে মণ্ডলীৰ মাজত সৰ্বসাধাৰণৰ সমুখত মাটিত আঁঠুকাঢ়ি বিনম্ৰসহকাৰে সকলোকে প্ৰণাম জনাই বিয়াৰ কথাটো ঘোষণা কৰে আৰু নৱ-বিবাহিত দৰা-কইনাৰ শুভকামনা কৰে। এই অনুষ্ঠানৰ আৰু এটা বিশেষ উল্লেখযোগ্য দিশ হৈছে ইয়াত মণিপুৰী লোকবিশ্বাসৰ বহুতো বিধান আৰু আচাৰ-অনুষ্ঠানৰ অন্তৰ্ভুক্তি দেখা পোৱা যায়। 'হৈজিংপোৎ' নামৰ বিয়াৰ এই অনুষ্ঠানত বিশেষভাৱে তৈয়াৰী 'ফিঙাইৰুক'(Fingairuk) (একধৰণৰ টুকুৰি)ৰ ভিতৰত বহুতো বস্তু-সামগ্ৰী লৈ দৰাৰ ঘৰৰ পৰা আনিব লাগে। ইয়াৰ মাজত আমলা, কল,

কঁশিয়াৰ(কুঁহিয়াৰ), তামোল-পাণ, আখৈ, বগা কাপোৰ ইত্যাদি থকাটো আৱশ্যক। ইয়াত মণিপুৰী পাৰলৌকিক দেৱ-দেৱীৰ পূজা অৰ্চনাৰ বিধান আছে। বিশেষভাৱে উল্লেখযোগ্য হ'ল 'য়ুমলাই'(Yum Lai)ঃ Household God 'সনামহী' (Traditional Manipuri God) 'শাগৈলাই'(Fore fathers) আৰু 'লম্‌লাই'(Sylvan God) ইত্যাদিক অৰ্পণ কৰাৰ কাৰণে অৰ্ঘ আদি থাকে। আজিকালি অৱশ্যে এই 'হৈজিং পোৎ' অনুষ্ঠান সাধাৰণতঃ আনুষ্ঠানিক বিয়াৰ দিনাই একেলগে সম্পন্ন কৰাটোহে চলি আছে।

**(৫) *বৰ বাৰ্তন (Bar Barton)* :**

মণিপুৰী বিবাহ প্ৰণালীত আৰু এটা বিশেষ বৈশিষ্ট্য হ'ল দৰাক কইনাৰ ককায়েক অথবা সৰু ভায়েকে ঘৰলৈ আহি বিয়াৰ কাৰণে তামোল-পাণ আদিৰে নিমন্ত্ৰণ কৰাৰ প্ৰথা। ইয়াত অহা সকলো ব্যক্তিয়ে বগা ধুতী আৰু পাঞ্জাবী পৰিধান কৰাটো আৱশ্যক। দৰাই নিজেও বগা ধুতী আৰু পাঞ্জাবী পিন্ধি থাকিব লাগে। নিমন্ত্ৰণ কৰিবলৈ অহা ব্যক্তিয়ে দৰাক তামোল-পাণ দি নিমন্ত্ৰণ কৰি বগা ফুলৰ এডাল মালা দৰাৰ ডিঙিত পিন্ধাই দিয়ে। আজিকালি ইয়াৰ লগত উপহাৰ আদিও দিয়াৰ প্ৰচলন আছে। মন কৰিবলগীয়া কথা এটা হ'ল আজিকালি এই অনুষ্ঠান বিয়াৰ দিনাই হয়।

***(খ) বিয়াৰ দ্বিতীয় পৰ্ব*** **:**

মণিপুৰী বিবাহ পদ্ধতিত আটাইতকৈ গুৰুত্বপূৰ্ণ অনুষ্ঠানবিলাক কইনাৰ ঘৰতেই হয় যদিও দৰাৰ ঘৰতো এই দিনটোত বহুতো বিধি-বিধান মানি বিবিধ কৰ্ম-কাণ্ড পালন কৰা হয়।

**(১) *বৰ যাত্ৰা (Bar Jatra)* :**

দৰাই বিয়াৰ কাৰণে কইনাৰ ঘৰলৈ প্ৰস্থান কৰাটোকে 'বৰ যাত্ৰা' বুলি কয়। প্ৰস্থানৰ প্ৰাক্‌মুহূৰ্তত দৰাৰ ঘৰত এটা সংক্ষিপ্ত পূজা অৰ্চনাৰ অনুষ্ঠান হয়। ইয়াত এটা স্থানত দৰা আৰু তাৰ লগত সঙ্গী হিচাপে থাকিবলগা ব্যক্তিয়ে একেটা আসনতে বগা পাঞ্জাবী আৰু ধুতী পিন্ধি সমুখত আইনা, কাশেন(শৰাই) আৰু এটা সু-সজ্জিত 'হুক্কা' সজাই ৰাখি অলপ সময়ৰ কাৰণে বহে। এটা ঘট পূজাৰ অনুষ্ঠান সমাপ্তিৰ পিছত পূৰ্ব-পুৰুষক স্মৰণ কৰি মা-দেউতাক প্ৰণাম জনাই বিয়াৰ কাৰণে প্ৰস্থান কৰে। সকলোৰে আগত ঘৰৰ সৰু ল'ৰা এজনে 'লৈ চন্দন' (ফুল চন্দন) লৈ যায় আৰু তাৰ পিছত বিভিন্ন বস্তু-সামগ্ৰীৰে ভৰা 'ফিঙাইৰুক' বহন কৰি নি মহিলাসকলে এটা নিৰ্দিষ্ট অনুক্ৰমত শাৰীবদ্ধ হৈ যায়। তাৰ মাজত দৰাৰ লগতে তেওঁৰ সঙ্গীসকল আৰু তাৰ পিছতে মাক-দেউতাকে কইনাৰ ঘৰত বিয়াত অংশগ্ৰহণ কৰিবলৈ যায়। ইয়াত এটা কথা হৈছে, মণিপুৰী বিয়াৰ বৰযাত্ৰী সকলোৱে বগা পাঞ্জাবী পিন্ধে। দৰাই মূৰত মণিপুৰী

'কোকায়ৎ'(পাগুৰি) পিন্ধে আৰু এজন সঙ্গীয়ে ছাতি ধৰি লৈ যায়। আচলতে এই প্ৰক্ৰিয়াটোক মণিপুৰী ৰজাই নগৰ দৰ্শনৰ বাবে বাহিৰলৈ ওলাই অহাৰ এটা প্ৰতিৰূপ হিচাপে মানি লোৱা হয়। দূৰৰ পৰা বিয়া কৰিবলৈ অহা দৰাৰ ক্ষেত্ৰত কইনাৰ ঘৰৰ কাষতে থকা বেলেগ এটা ঘৰত দৰা আৰু দৰা-ঘৰীয়াসকলে বিশ্ৰাম লোৱাৰ বাবে ব্যৱস্থা কৰাৰ প্ৰথা আছে।

(২) ***সংকীৰ্তন (Sankirtan) :***

মণিপুৰী বিবাহ পদ্ধতিৰ আটাইতকৈ বিশেষ গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হৈছে 'সংকীৰ্তন'। এই পৰ্যায়ত মণিপুৰী বিবাহত বৈষ্ণৱ দৰ্শনৰ প্ৰভাৱ বিশেষভাৱে পৰিলক্ষিত হয়। এইক্ষেত্ৰত ভাৰতৰ অন্যান্য হিন্দু জনগোষ্ঠীৰ সৈতে মণিপুৰী বিবাহ প্ৰণালীত এটা ব্যতিক্ৰম দেখিবলৈ পোৱা যায়। অন্যান্য হিন্দু সম্প্ৰদায়ৰ বিবাহত 'যজ্ঞ' পাতি বিয়া কৰাৰ প্ৰচলন আছে; কিন্তু মণিপুৰী বিয়াত হোম দি 'যজ্ঞ' কৰি বিয়া কৰাৰ প্ৰথা নাই। ইয়াৰ সলনি সম্পূৰ্ণ 'গৌড়ীয় প্ৰথা' অনুসৰি 'সংকীৰ্তন'ক সাক্ষী হিচাপে থৈ দৰা-কইনাৰ বিয়া সম্পন্ন হয়। এই সন্দৰ্ভত মন কৰিবলগীয়া কথা হ'ল 'শ্ৰীমদ্ভাগৱত'ত সংকীৰ্তনক 'মহাযজ্ঞ' হিচাপে বৰ্ণিত আছে। সম্ভৱতঃ সেই কাৰণেই মণিপুৰীসকলে সংকীৰ্তনক সাক্ষী হিচাপে থৈ বিয়া কৰাৰ পদ্ধতিত বিশ্বাস কৰে। পণ্ডিতসকলৰ মতে মণিপুৰীসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ আগত, মানে প্ৰাচীন কালতো পাৰম্পৰিক দেৱ-দেৱী, যেনে— 'সনামহী' আৰু 'লৈমৰেন'ৰ গাঁথা গাই বিয়া সম্পন্ন কৰিছিল।

(৩) ***ৰৰশা সংকীৰ্তন মণ্ডলীদা চঙকপা (দৰাই সংকীৰ্তনস্থলত প্ৰৱেশ) :***

সংকীৰ্তন আৰম্ভৰ লগে লগে কইনাৰ ঘৰৰ পৰা এজন ব্যক্তি গৈ দৰা আৰু তেওঁৰ লগত অহা মানুহবিলাকক সংকীৰ্তনস্থললৈ অহাৰ কাৰণে খবৰ দিয়ে। খবৰ পোৱাৰ লগে লগে দৰাই তেওঁৰ সঙ্গীসকলক লৈ সংকীৰ্তনস্থললৈ যায়। তাৰ লগতে কইনাৰ ঘৰৰ পাৰম্পৰিক লৌকিক দেৱ-দেৱীসকলক নিবেদনৰ উদ্দেশ্যে পাৰলৌকিক বিশ্বাসৰ ওপৰত ভিত্তি কৰা বহুতো বস্তুৰে সজ্জিত কেইবাখনিয়ো 'ফণ্ডাইৰুক' লৈ যায়; আৰু এটা মন কৰিবলগীয়া কথা হ'ল— এই বিশেষ টুকুৰি বা 'ফিণ্ডাইৰুক'বিলাক মূৰত লৈ কেইগৰাকীমান মহিলাই পাৰম্পৰিক সাজ-পোছাক পিন্ধি যাব লাগে। সাধাৰণতঃ যি গৰাকী মহিলাৰ প্ৰথম সন্তান পুত্ৰ আৰু সৌভাগ্যৱতী বুলি জনাজাত তেনে মহিলাইহে এই সন্মানিত দায়িত্ব পায়।

(৪) ***ৰৰ ওকপা (Bar Okpa) :***

কইনাৰ ঘৰত বিবাহ মণ্ডপৰ আগত থকা প্ৰৱেশ দ্বাৰত দৰাক স্বাগত জনোৱাৰ বাবে এটা সংক্ষিপ্ত অনুষ্ঠান হয়। ইয়াক মণিপুৰী ভাষাত 'ৰৰ ওকপা' বুলি কয়। ইয়াৰ মূল ক্ৰিয়াটোৰ ভাৰ কইনাৰ মাকে লয়। স্বাগত জনোৱাৰ এই কাৰ্যক্ৰমত কইনাৰ ঘৰৰ প্ৰৱেশ দ্বাৰত এজোপা কল গছ, এডাল কুঁহিয়াৰ গছ, সু-সজ্জিত কলপাতত তামোল-

পাণ, ধূপ, এটা প্ৰদীপ ইত্যাদি থাকে। দৰাই প্ৰৱেশ দ্বাৰত আহি পোৱাৰ লগে লগে তিনিটা বাঁহৰ টঙালীত কপাহ লগাই তাত জুই জ্বলায় আৰু সুগন্ধিত ধূপ ছটিয়াই দিয়া হয়। কইনাৰ মাকে এখন থালিত আখৈ আৰু বগা ফুল লৈ থিয় হৈ থাকে। দৰাই তেওঁক মাটিত দীঘল হৈ পৰি প্ৰণাম কৰে আৰু এই অৱস্থাত মাকে আখৈ আৰু বগা ফুল ছটিয়াই দৰাক স্বাগত সম্ভাষণ জনায়। ইয়াৰ পিছত সাধাৰণতঃ কইনাৰ সৰু ভায়েকে দৰাৰ ভৰি ধুৱাই দিয়ে। ইয়াৰ অনুদান হিচাপে দৰাই তেওঁক টকা উপহাৰ দিয়ে।

**(৫) *বৰণা মণ্ডলী মনুং চংবা (Barna Mandali Manung Changba)* ঃ**

'বৰ ওকপা' কাৰ্যক্ৰম শেষ হোৱাৰ পিছত দৰাই বিয়াৰ মণ্ডলীৰ ভিতৰলৈ প্ৰৱেশ কৰে। লগে লগে সংকীৰ্তন উদ্দেশ্যে প্ৰণাম নিবেদন কৰে। তাৰ পিছত মণ্ডলীৰ উত্তৰ-পূবফালে আগৰ পৰা ব্যৱস্থা কৰি সজাই-পৰাই ৰখা আসনত বিৰাজমান হয়। ইয়াত এটা গুৰুত্বপূৰ্ণ কথা মনত ৰাখিবলগীয়া যে, মণিপুৰী বিয়া মণ্ডলীত যেয়ে-সেয়ে য'তে ত'তে বহিব নোৱাৰে। বিয়া মণ্ডলীত সু-বন্দোবস্ত আসন প্ৰণালী তলত চিত্ৰসহকাৰে দেখুওৱা হ'ল—




(১) দৰাৰ আসন (২) দৰাৰ দেউতা আৰু লগত অহা ব্যক্তি (৩) দৰাৰ মা তথা অন্যান্য তিৰোতাসকল (৪) দৰাৰ লগত অহা বৰযাত্ৰীসকল (৫) বিয়াৰ চৌকি (৬) ব্ৰাহ্মণ-বৈষ্ণৱ (৭) অন্যান্য আমন্ত্ৰিত ব্যক্তি (৮) কইনাৰ বান্ধৱীসকল (৯) ছোৱালীসকল (১০) তিৰোতা (১১) পূজাস্থল (১২) বিয়া মণ্ডলী (১৩) কীৰ্তনীয়া।

মণ্ডলীত আহি দৰাই আসন লোৱাৰ পিছত কইনা-ঘৰৰ পক্ষ হৈ বিয়া মণ্ডপৰ এই নিৰ্দিষ্ট কামৰ কাৰণে থকা পদাধিকাৰী দুজন ব্যক্তিয়ে( সেবাৰী) ফুল-চন্দন(মণিপুৰী

ভাৰাত লৈ চন্দন) আৰু তামোল-পাণ দি স্বাগত সম্ভাষণ প্ৰদান কৰে। এই মতাৱস্থাত সংকীৰ্তন চলি থাকোতে চলিত ধাৰাৰ এটা নিৰ্দিষ্ট পৰ্যায়ত বিয়া 'কুঞ্জ'ৰ পশ্চিম দিশত এখন চৌকি(দৰাৰ বাবে সু-সজ্জিত বিশেষ আসন) পাৰি দিয়া হয়। দৰাই এই চৌকিত পূৰ্বমুখী হৈ বহে। কইনাৰ দেউতাকে দৰাৰ আগত আহি হিন্দু শাস্ত্ৰমতে 'বিবাহ মন্ত্ৰ' পাঠ কৰে। এজন পুৰোহিতে বিয়াৰ আনুষ্ঠানিক পৰ্ব আৰম্ভ কৰে। ইতিমধ্যে কইনা ওলাই আহে আৰু এগৰাকী মহিলা আগবাঢ়ি গৈ কইনাক বিয়াৰ 'কুঞ্জ'লৈ লৈ আহে। ইয়াত এটা কথা হ'ল, কইনাই পৰিধান কৰা পোছাকযোবক 'পলয়' বুলি কয়। এই প্ৰথা কেতিয়াৰ পৰা প্ৰচলন হৈছিল তাৰ প্ৰমাণ পোৱা টান। কইনাই ঘৰৰ পৰা ওলাই আহিয়েই 'সংকীৰ্তন' আৰু সভাত উপস্থিত সকলোকে প্ৰণাম কৰে। 'বিয়া কুঞ্জ'ত প্ৰৱেশ কৰি কইনা দৰা বাওঁফালে বেলেগ এটা মূঢ়া জাতীয় আসনত বহে। নিৰ্দ্ধাৰিত কিছু মন্ত্ৰপাঠ শেষ কৰি পুৰোহিতে দৰা আৰু কইনাৰ সোঁ-হাত এটা 'কুশৰজ্জু'ৰে একেলগে বান্ধি দিয়ে। দৰা-কইনাৰ দুই হাতৰ ওপৰত এখন থালিত চাউল, এক আঘি কল, এখন বগা কাপোৰ দিয়া হয়। কইনাৰ পৰিজনসকলে টকা দি দৰা-কইনাক আশীৰ্বাদ 'দান' কৰে। শেষত কইনাৰ দেউতাকে আশীৰ্বাদ দিয়ে। তাৰ পিছত এই থালিৰ দান পাত্ৰ দৰাৰ মাকক হস্তান্তৰ কৰা হয়। দৰাৰ মাকে এই পাত্ৰ গ্ৰহণ কৰাটোকে 'দান য়াবা' বুলি কয়। তাৰ পিছত পুৰোহিতে 'কুশৰজ্জু'ৰ বান্ধোন খুলি দিয়ে আৰু কইনাৰ হাতত 'কুন্দো'(এক ধৰণৰ বগা ফুল)ফুলৰ দুডাল মালা দিয়ে। এই দুডাল ফুলৰ মালা হাতত লৈ কইনাই কীৰ্তনৰ তালত তাল মিলাই দৰাক সাত বাৰ প্ৰদক্ষিণ কৰি ফুলৰ মালা দৰাৰ ডিঙিত পিন্ধাই দিয়ে। তাৰ পিছত দৰাৰ বাওঁ-ফালে চৌকিত বহি লয়। দৰাই ডিঙিৰ পৰা এডাল মালা উলিয়াই কইনাৰ ডিঙিত পিন্ধাই দিয়ে। এই পৰ্ব সমাপ্তিৰ লগে লগে আনুষ্ঠানিক মণিপুৰী বিয়াৰ সমাপ্তি হয়।

(৬) *কুজবা (Kujaba)* :

দৰাৰ লগত বৰ যাত্ৰীসকলে নিজৰ নিজৰ আসন গ্ৰহণ কৰাৰ পিছত বৰযাত্ৰী হিচাপে অহা মহিলাৰ একাংশই(মূলতঃ দৰাৰ মা, মাহী ইত্যাদি) কইনাক উপহাৰ দিয়াৰ এটা অনুষ্ঠান হয়, তাকে কোৱা হয় 'কুজবা'। আজিকালি কইনাই পিন্ধিবৰ কাৰণে গহনা, কাপোৰ, প্ৰসাধন সামগ্ৰী আৰু এখন কেঁচী দিয়া থাকে। আগতে এই প্ৰথা অনুসৰি বহুতো বস্তু দিয়াৰ বিধান আছিল।

(৭) *মীতমঙা থাবা (Mitamgna Thaba)* :

মণিপুৰী বিয়া পদ্ধতিত অতি গুৰুত্বপূৰ্ণ কেইবাটাও বিশেষ বৈশিষ্ট্যৰ মাজত 'মীতমঙা থাবা' নামৰ ক্ৰিয়া-কৰ্মটি উল্লেখযোগ্য। এই প্ৰথা সম্ভৱতঃ মণিপুৰীৰ আদি পাৰম্পৰিক লৌকিক বিশ্বাসৰ এটা অংশ। আচলতে, মণিপুৰী সংস্কৃতিত বিয়া হ'ল এটা সৃষ্টিধৰ্মী অনুষ্ঠান। সেয়েহে ইয়াত উৰ্বৰা-বিশ্বাসৰ লগত জড়িত কেইবাটাও আচাৰ-

অনুষ্ঠান দেখা পোৱা যায়। এই 'মীতমঙা থাবা' ইয়াৰ মাজৰ এটা। এই প্ৰথা অনুসৰি দৰা আৰু কইনাৰ হাতত 'কুশৰজ্জু' বান্ধি থকা অৱস্থাত পৰিজনসকলে দান দিয়াৰ সময়তে কইনা আৰু দৰা-পক্ষৰ এজনী এজনীকৈ মহিলা গৈ দুটা 'গৰৈ মাছ' সনামহীৰ(Household God) সমুখত দিয়ে আৰু তাৰ পিছত মাছ দুটা পুখুৰীত এৰি দিয়ে। দুজনী মহিলাই মাছ দুটাৰ গতি-বিধি নিৰীক্ষণ কৰে। ইয়াৰ মাধ্যমত নৱ-বিবাহিত দৰা-কইনাৰ ভৱিষ্যত দাম্পত্য জীৱন সম্পৰ্কে অনুমান কৰা হয়। আচলতে ইয়াৰ মাজেৰে দৰা-কইনাই মিলনৰ উপৰিও যাতে প্ৰজনন শক্তি লাভ কৰে তাৰ কামনাৰেই চানেকি মাত্ৰ।

(৮) *সংকীৰ্তন সমাপ্তি ঃ*

দৰা-কইনাই ফুলৰ মালা বদলৰ পিছত 'কাংশুবী লান্নবা' নামেৰে এটা অনুষ্ঠান হয়। আচলতে ই হ'ল দৰা-কইনাৰ মাজত পৰস্পৰ মিঠাই আৰু তামোল-পাণ বিনিময়। 'কাংশুবী লান্নবা' সমাপ্তিৰ পিছত দৰা-কইনাই 'সংকীৰ্তন' প্ৰণাম কৰে। তেওঁলোকৰ হৈ এজনে আহি কীৰ্তনীয়াসকলক দক্ষিণা প্ৰদান কৰে। লগে লগে 'সংকীৰ্তন'ৰ মুখ্য অধিপতিয়ে(কীৰ্তন মপু) জয়ধ্বনি দি 'সংকীৰ্তন' সমাপ্তি ঘোষণা কৰে। ইতিমধ্যে কইনাক এগৰাকী মহিলাই আগুৱাই ঘৰলৈ লৈ যায়। ইয়াৰ পিছত বৰ যাত্ৰীসকলে দৰাৰ লগত ঘৰলৈ উভতি যায়। বিয়াৰ আনুষ্ঠানিক পৰ্ব ইয়াৰে সমাপ্তি হয়।

*(গ) তৃতীয় পৰ্ব ঃ*

আনুষ্ঠানিক বিয়া কাৰ্যসূচী সমাপ্তিৰ পিছতো বিয়াৰ কিছু আনুষঙ্গিক আচাৰ-অনুষ্ঠানৰ বিধান আছে, যি বিলাকক তৃতীয় পৰ্বৰ অনুসূচীত অন্তৰ্ভুক্ত কৰিব পাৰি।

(১) ***মৌ থিনবা (Mau Thinba) ঃ***

বিয়া মণ্ডলীত বিবাহ সম্পন্ন কৰি দৰাই বৰযাত্ৰীসকলৰ লগতে নিজৰ ঘৰলৈ উভতি যায়; কিন্তু কইনা নিজৰ ঘৰতে থাকি যায়। কইনাক লৈ কইনাৰ ঘৰৰ পৰা দৰাৰ ঘৰলৈ যোৱাৰ অনুষ্ঠানক মণিপুৰীসকলে 'মৌ থিনবা' বুলি কয়। সাধাৰণতঃ দৰাৰ ঘৰ দূৰত হ'লে বিয়াৰ পিছদিনা আৰু ওচৰত হ'লে বিয়াৰ দিনাই কইনাক বিদায় দিয়া হয়। ইয়াত মন কৰিবলগীয়া কথা এটা হ'ল— এই অনুষ্ঠানত নিজৰ আত্মীয়-পৰিজন, পুৰুষ-তিৰোতাসকলে অংশ গ্ৰহণ কৰিব পাৰে যদিও কইনাৰ মাকে দৰাৰ ঘৰলৈ কইনাক লৈ যোৱাত যাব নোৱাৰে।

(২) ***মৌ ওকপা (Mau Okpa) ঃ***

কইনাক দৰাৰ ঘৰত সম্ভাষণ জনোৱা অনুষ্ঠানটোকে 'মৌ ওকপা' বুলি কয়। বিয়াৰ উদ্দেশ্যে যোৱাৰ সময়ত কইনাৰ ঘৰৰ প্ৰৱেশ দ্বাৰত দৰাক যেনেদৰে জুই জ্বলাই, ধূপ দি পেলাই সম্ভাষণ প্ৰদান কৰাৰ দৰে(আগত উল্লেখিত) কইনাকো দৰাৰ ঘৰত সম্ভাষণ প্ৰদান কৰা হয়। ইয়াৰ পিছত দৰাৰ মাহী নতুবা এজনী মহিলাই কইনাক

আগুবাই লৈ আহে আৰু দৰাৰ মাকে অলপ আগত থিয় হৈ স্বাগত জনোৱাৰ কাৰণে ৰৈ থাকে। কইনা আহি পোৱাৰ লগে লগে পোন প্ৰথমে তুলসী গছৰ পূজাস্থলত(মণিপুৰীয়ে 'তুলসী বুঙ') ভক্তি দিয়ে আৰু তাৰ পিছত আগৰ পৰা বহি থকা দৰা আৰু অন্যান্য পুৰুষ-মহিলা তথা ব্ৰাহ্মণসকলক প্ৰণাম কৰি দৰাৰ ঘৰলৈ প্ৰৱেশ কৰে। ঘৰৰ ভিতৰলৈ গৈ 'সনামহী' আৰু 'লৈমৰেণ'(Traditional household God and Goddess) প্ৰণাম কৰে। ইয়াত এটা মন কৰিবলগীয়া কথা হ'ল— কিছু অঞ্চলত কইনাক সম্ভাষণ জনোৱা অনুষ্ঠানত 'শ্ৰীমদ্ভাগৱত' পাঠ কৰি শুনাৰ প্ৰথা প্ৰচলন আছে।

(৩) *মঙানি চাকৌবা (Mangani Chakkauba)* ঃ

বিয়াৰ পাঁচ দিনৰ দিনা কইনাৰ ঘৰত দৰা-কইনা আৰু পৰিয়ালৰ বয়োজ্যেষ্ঠসকলক নিমন্ত্ৰণ কৰি আনি ভোজন দিয়াৰ এটা অনুষ্ঠান হয়, তাকেই 'মঙানি চাকৌবা' বুলি কয়। এই অনুষ্ঠানটোৱেই মণিপুৰী বিয়াৰ সৰ্বশেষ কাৰ্যক্ৰম। এই অনুষ্ঠানৰ আন এটা দিশ হ'ল— ই দুই পৰিয়ালৰ মাজত পৰস্পৰ চিনাকি হোৱাৰ সুযোগ প্ৰদান কৰে।

এয়ে হ'ল মণিপুৰী সামাজিক বিয়াৰ এটা সংক্ষিপ্ত ৰূপৰেখা। ইয়াৰ উপৰিও ছোৱালীক পলুৱাই নি বিয়া কৰাৰ প্ৰথাও প্ৰচলন আছে। কিন্তু এই ক্ষেত্ৰত প্ৰথম পৰ্বৰ কাৰ্যক্ৰমখিনি এৰি বাকী সকলো কাৰ্যক্ৰমবিলাক পালন কৰা হয়।



# অসমৰ মাৰোৱাৰী সমাজত বিবাহ পদ্ধতি

কিশোৰ কুমাৰ জৈন

১৯৪৯ খ্ৰীষ্টপূৰ্বে ৰাজস্থান ৰাজ্যক ৰাজপুতনা বুলি কোৱা হৈছিল। ১৯৪৯ চনৰ পিছত সৰু সৰু ৰাজ্যবোৰক সন্মিলিত কৰি একত্ৰিত কৰাৰ পিছত ভাৰতীয় সংবিধানত এইবোৰ ৰাজ্যক ৰাজস্থান বুলি নামাকৰণ কৰা হ'ল। ৰাজস্থান প্ৰান্তৰ নিৰ্মাণ সম্পূৰ্ণ হৈ উঠিছে যদিও ৰাজস্থানী ভাষা এতিয়াও ভাৰতীয় সংবিধানত স্বীকৃত হোৱা নাই। মৰুভূমি শব্দৰে মাৰোৱাড় শব্দ গঠন হৈছে বাবে সকলোবোৰ ৰাজস্থানীক কোনো ভেদভাব নোহোৱাকৈ মাৰোৱাৰী বোলা হয়। অকল জোধপুৰেই নহয়, একে ধৰণৰ পাগুৰি পিন্ধা জয়পুৰৰ লোকসকলোকো মাৰোৱাৰী বুলি কোৱা হয়। সেয়েহে জাতি, ধৰ্ম, শ্ৰেণী নতুবা সম্প্ৰদায় নিৰ্বিশেষে ৰাজপুতনাৰ সকলোবোৰ লোককে সহজ ভাষাত মাৰোৱাৰী বুলি ক'বপাৰি। যদি ভাষাৰ দৃষ্টিৰে বিচাৰ কৰা যায়, তেতিয়া হ'লে মাৰোৱাৰী শব্দ বিশেষভাৱে গুৰুত্বপূৰ্ণ। আচলতে মাৰোৱাৰী শব্দৰ প্ৰচলন ৰাজস্থানী শব্দতকৈ বেছি। কৰ্ণেল টাডে ইংৰাজ শাসকসকলৰ নিৰ্দেশক্ৰমে ৰাজস্থান শব্দক অত্যাধিক মহত্ব দিছিল বাবে মাৰোৱাড় শব্দৰ মহত্ব একেবাৰে ক্ষীণ হৈ পৰিল। কিন্তু ৰাজস্থানৰ বাহিৰত ভাৰতবৰ্ষৰ আন প্ৰান্তৰ কেইবা শতিকা ধৰি বসবাস কৰা ৰাজস্থানী লোকসকল মাৰোৱাৰী বুলিয়েপৰিচিত। অসম তথা বিভিন্ন প্ৰদেশত বসবাস কৰা মাৰোৱাৰীসকলৰ ভিতৰত ব্যৱসায়ী প্ৰধান লোকসকলেহে জীৱিকাৰ খাতিৰত নিজৰ নিজৰ জন্মভূমি ত্যাগ কৰিবলৈ বাধ্য হয়। ৰাজস্থানত শতাধিক জাতিৰ লোক আছে। ৰাজস্থানৰ বুৰঞ্জীৰ পাত লুটিয়ালে জাতিৰ এই বিভাজন মুখ্যতঃ ব্যৱসায়ৰ ওপৰতহে নিৰ্দ্ধাৰণ কৰা হৈছে বুলি বিশদ বৰ্ণনাসহ জানিব পাৰি।

মাৰোৱাৰী সমাজত জাতি-ধৰ্ম ভেদে বিভিন্ন ধৰণে বৈবাহিক ক্ৰিয়া সমাধা কৰাৰ প্ৰচলন আছে। দম্পতীৰ সম্পৰ্ক সুদৃঢ় কৰাৰ অৰ্থে কেইবা ধৰণৰ বিধি-বিধান প্ৰথা আৰু ৰীতি-নীতিৰ প্ৰচলন আছে। বৈবাহিক কাৰ্যৰ প্ৰথম চৰণ হ'ল 'দম্পতী চয়ন'। আগৰ দিনত দৰা-কইনাৰ পচন্দ-অপচন্দক সিমান এটা মূল্য দিয়া হোৱা নাছিল। আনকি এনেও দেখা গৈছিল যে দৰা-কইনাই বিয়া হোৱাৰ পিছতহে ইজনে সিজনৰ বিষয়ে জানিব পাৰিছিল। ৰাজস্থানত বাল্য বিবাহ প্ৰথাৰো প্ৰচলন আছিল। যুগ পৰিবৰ্তনৰ

লগে লগে আগৰ দিনৰ কথাবোৰ অবাস্তৱ আৰু কাল্পনিক যেন হৈ পৰে। বৰ্তমানে সমাজত বহুখিনি প্ৰথাৰ প্ৰচলন হ্ৰাস হৈছে যদিও সমাজ আৰু ধৰ্মসন্মত কেইবাটাও প্ৰথা আজিও চলি আছে আৰু সেইবোৰ যুক্তিসংগত বুলিও ধৰা হয়। সামাজিক ৰীতি-নীতি আৰু প্ৰথাৰ মাজত নচলা মানুহক সমাজৰ পৰা একঘৰীয়া কৰি দিয়া হয়। অৱশ্যে ডাঙৰ ডাঙৰ মহানগৰত বিভিন্ন ধৰণৰ সম্বন্ধ এৰাই চলি নিজৰ মৰ্যদাকহে বেছি গুৰুত্ব দিয়া হয়।

আগৰ দিনত বামুণ বা নাপিতৰ যোগেদি বিবাহ যোগ্য যুৱক-যুৱতীৰ সন্ধান পোৱা গৈছিল। তেওঁলোকেই দৰা-কইনাৰ পৰিচয় বংশাৱলীসহ ভাঙি ধৰিছিল আৰু কথা মতেই বিবাহ ঠিক কৰা হৈছিল। বহু সময়লৈকে সু-সম্পন্ন আৰু সমৃদ্ধিশালী পৰিয়ালৰ সমাজতো এই পদ্ধতিবোৰ প্ৰচলন আছিল। যৌতুকৰ লেন-দেনৰ ক্ষেত্ৰত দালাল শ্ৰেণীৰ লোকৰো এইটো কামত আগমন ঘটিছিল। কিন্তু বৰ্তমানে নিজৰ পাৰম্পৰিক নিকট সম্পৰ্কীয় লোকসকলে দৰা বা কইনাৰ সন্ধান দিয়ে আৰু দুয়োটা পক্ষই দৰা-কইনাই ইজনে-সিজনক পচন্দ হোৱাৰ পিছত বিবাহ বন্ধনৰ বাবে কিছু টকা 'নেগ'(মাননি) হিচাপে কইনাৰ হাতত দিয়ে আৰু কইনা-ঘৰৰ মানুহে দৰা-ঘৰীয়া মানুহকো নেগ(মাননি) হিচাপে আগবঢ়ায়।

দৰা-কইনাৰ পচন্দ হোৱাৰ পিছত আখৰা-কোষ্ঠী(কুণ্ডলী) মিলোৱা প্ৰথা এতিয়াও আছে। কুণ্ডলী নহ'লে নাম ৰাশিৰ দ্বাৰাও এই কামটো কৰিব পাৰি। কুণ্ডলীৰ মিল হোৱাৰ পিছত আৰ্থিক স্থিতিৰ ওপৰত নিৰ্ভৰ কৰি কিছুমান লেন-দেন, ভোজ-ভাত, যৌতুক আদিৰ কথা মৌখিক বুজা-বুজিৰ জৰিয়তে সমাধা কৰা হয়। সম্বন্ধ ঠিক হোৱাৰ পিছত দৰা-পক্ষই গহনা, কাপোৰ, ফল-ফুল, মিঠাই আদি কইনা-ঘৰলৈ নিয়ে আৰু কইনাক চকী এখনত বহুৱাই 'গোদ ভৰাই'(কোলাত সমৰ্পণ) কৰা হয়। কইনা-পক্ষৰ ফালৰ পৰাও দৰা-পক্ষৰ লগত অহা মানুহবোৰক নগদ টকা, বস্ত্ৰ আদি(আজিকালি উপহাৰ) দিয়া হয়। কইনাক আঙঠি পিন্ধাই 'চগাই'(প্ৰথা)ৰ নিৰ্বাহ কৰা হয়। বিয়া নোহোৱালৈকে বিভিন্ন তিথি উৎসৱত কইনা-পক্ষই দৰা-পক্ষলৈ উপহাৰ পঠোৱা নিয়মৰো প্ৰচলন আছে। বিয়াৰ পিছত বিভিন্ন উৎসৱ-পাৰ্বণতো কইনাৰ ঘৰলৈ ফল-ফুল, মিঠাই আদি পঠিওৱাৰ নিয়ম এতিয়াও আছে। বিয়াৰ দিন ঠিক হোৱাৰ পিছত বিয়াৰ আগতে মাৰোৱাৰী সমাজত 'পীলা চাউল'(হালধীয়া চাউল), বাণ মাৰৰা(মোমায়েকৰ ফালৰ পৰা), তোৰণ, পাণি-গ্ৰহণ, বিদায় আদি তথা এইবোৰৰ মাজত বিভিন্ন ধৰণৰ বিধান কৰ্মও সম্পন্ন কৰা হয়। 'পীলা চাউল' প্ৰথাটোত সমাজৰ মুখিয়াল লোকসকলে কইনাৰ ঘৰত বহি কুংকুম পত্ৰিকা(লগনৰ চিঠি)তৈয়াৰ কৰে, ধৰ্মসন্মতভাৱে পুৰোহিতে কইনাক চকীত বহুৱাই পূজা কৰে, সমাজৰ মহিলাসকলে

গীত গায়, আৰু মাঙ্গলিক অনুষ্ঠান আদি কৰা হয়। কইনা পক্ষৰ ফালৰ পৰা লগনৰ পত্ৰিকাখন দৰা ঘৰলৈ নিয়াৰ পিছতহে দৰা-ঘৰতো সমাজৰ লোকসকলৰ উপস্থিতিত "পীলা চাউল" অনুষ্ঠান কৰা হয়। 'পীলা চাউল'ৰ আয়োজনৰ লগতে জড়িত অনুষ্ঠান হ'ল 'থান'। সামাজিকভাৱে অনুষ্ঠিত এই আয়োজন প্ৰত্যেক ঘৰৰ পৰাই কইনাৰ দেউতাক নতুবা ঘৰৰ মূৰব্বীক শ্ৰদ্ধা অনুসৰি নগদ টকা দিয়াৰ নিয়ম আছিল, যিটোৰ তাৎপৰ্য্য আছিল যে দৰা-ঘৰৰ ওচৰত, টকা পইচাৰ অভাৱত গাঁৱৰ সম্মান যাতে লাঘৱ নহয়। এইটো এটা পাৰস্পৰিক লেন-দেন আছিল। বৰ্তমান এই প্ৰথা প্ৰায় লোপ পাইছে আৰু এইটো এটা মাত্ৰ বুজাবুজিৰ নিচিনাকৈ কৰা হয়। তাৰ পিছত দৰা-ঘৰে কইনা-ঘৰৰ পৰা অহা মানুহবোৰক ভোজ-ভাত খুৱায়। কইনাৰ ফালৰ পৰা দৰা-পক্ষক দিয়া ভোজৰ অনুষ্ঠানক 'সজন গোঠ' বুলি কোৱা হয়। এইটো সময়তে বিয়াত উপস্থিত হোৱা অতিথিসকলে দৰা-কইনাক আশীৰ্বাদ দিয়ে আৰু উপহাৰো আগবঢ়ায়।

'মায়ৰা' নামৰ অনুষ্ঠান বিয়াৰ অন্তৰ্গত হোৱা এটা বিৰাট তাৎপৰ্যপূৰ্ণ অনুষ্ঠান। অনুষ্ঠানটো দুয়ো পক্ষত নিজা নিজাকৈ অনুষ্ঠিত হয়। দৰাৰ আৰু কইনাৰ মাকে নিজৰ ভায়েকৰ ঘৰত গৈ 'মায়ৰা'ৰ বাবে নিমন্ত্ৰণ কৰে। এই নিমন্ত্ৰণী অনুষ্ঠানক 'বত্তিছী ন্যুতনা' অৰ্থাৎ ৩২টা চুপাৰি, ৩২টা খাৰক, কোৰ, তথা 'গোটা' খুওৱা কাঞ্চলী, গুড় আৰু গিট(শুকান নাৰিকল) ভাণ্ডৰ ককায়েকৰ কোলাত থোৱা হয়, সৰু ভায়েক আৰু ভতিজাসকলকো নাৰিকল দিয়া হয় আৰু তিলক(ফোঁট) লগোৱা হয়। ভায়েকে বায়েকৰ ঘৰলৈ গৈ দৰা আৰু কইনাৰ বাবে গহনা, কাপোৰ আৰু বায়েকক বিয়াৰ খৰচৰ বাবে নগদ ধন দিয়ে। বায়েকে নিজৰ শহুৰ পক্ষৰ সম্পৰ্কীয় লোকসকলক নগদ টকা আৰু উপহাৰ দিয়ে। সমাজৰ লোকসকলৰ উপস্থিতিত এইবোৰ ক্ৰিয়া-কৰ্ম সমাধা কৰা হয়। সেয়েহে কইনাৰ ভায়েক থকাটো আগৰ যুগত এটা প্ৰয়োজনীয় চৰ্ত আছিল। এই অনুষ্ঠানটোক 'মায়ৰা' বা 'ভাতভৰণা' অনুষ্ঠান বুলিও কোৱা হয়।

বিয়াৰ দিনা দৰা আৰু কইনাই উভয়ে মন্ত্ৰ উচ্চাৰণৰ লগতে স্নান কৰে, শুদ্ধ আৰু নতুন বস্ত্ৰ পৰিধান কৰে। দৰাক মূৰত শোভনীয় দেখাকৈ পাগুৰিৰ ওপৰত ময়ুৰ লগোৱাটো প্ৰয়োজনীয়। সেইটো নহ'লে বিয়া নহয়। তাৰ পাছত কঁকালত তৰোৱাল বান্ধি ঘোঁৰাত উঠি দৰাই মিত্ৰি-কুটুম্ব, বন্ধু-বান্ধৱ তথা সমাজৰ বিশিষ্ট লোকসকলক লৈ কইনাৰ ঘৰলৈ ঢাপলি মেলে। লগত যোৱা মানুহসকলক 'বাৰাতী'(বৰযাত্ৰী) বুলি কোৱা হয়। যেতিয়া কইনাৰ ঘৰলৈ গৈ দৰাই তোৰণ মাৰিবলৈ যায় তেতিয়া ঘৰৰ বৌ, বাইদেউ, পেহীহঁতে দৰাক বাস্তাত খৰচ কৰিবলৈ টকা দিয়াৰো নিয়ম আছিল। দৰাই বাওনা হোৱাৰ সময়ত দৰাৰ মাতৃয়ে দৰাৰ চকুত কাজল সানি দিয়ে, তথা স্তনপান কৰোৱাৰ নিয়ম আছে। ইয়াৰ অৰ্থ সেইটোৱেই যে তুমি বেলেগ ঘৰত গৈ কইনাক

আনিবা, কিন্তু মোক পাহৰি নাযাবা। দৰাই কইনা আনিবলৈ যোৱা যাত্ৰাক 'নিকাচী' বুলি কোৱা হয়। দৰা আৰু কইনাক মাৰোৱাৰী ভাষাত 'বনড়া' আৰু 'বনড়ী' বুলি কোৱা হয়।

দৰা গৈ কইনাৰ ঘৰ পোৱাৰ পিছত দৰাই লগত অনা ৰঙা আৰু বগা কাপোৰেৰে মেৰিওৱা নিম গছৰ ডালেৰে দুৱাৰমুখত ওলোমাই থোৱা তোৰণত থকা কৃত্ৰিম চৰাইৰ লক্ষ্যভেদ কৰে, তিৰোতাবিলাকে গীত গায় আৰু দুৱাৰ মুখতে ঘৰৰ মহিলাসকলে দৰাৰ আৰতি কৰে আৰু দৰাৰ নাকত ধৰিবলৈ চেষ্টা কৰি ধেমালিও কৰে। ইয়াতে দৰা আৰু কইনা ইজনে সিজনক বৰমালা পিন্ধায়। তাৰ পিছত বৰযাত্ৰীসকলক ভোজ-ভাত খুওৱা হয়।

ঘৰৰ মজিয়াতে সজোৱা মণ্ডপত দৰা-কইনাক বহুৱাই পূজা-পাতল কৰা হয়। 'হৱন কুণ্ড'ত জুই জ্বলাই দৰা-কইনাই মণ্ডপটোৰ চাৰিওফালে পৰিভ্ৰমণ কৰে। ছয়বাৰ পৰিভ্ৰমণ কৰাৰ সময়ত কইনা দৰাৰ আগত থাকে আৰু সপ্তম বাৰত দৰা, কইনাৰ আগত থাকে। সাতবাৰ পৰিভ্ৰমণ কৰাৰ সময়ত প্ৰতিটো পৰিভ্ৰমণৰ বিষয়ে মহিলাসকলে গীতৰ ফাকি গাই শুনায়—

'পহলে ফেৰে বাবাৰী বেটি,
দুজেৰে ফেৰে ভূৱাৰী ভতিজী।
তীজে ফেৰে মামাৰী ভানজী
চৌথে ফেৰে জী হুই পৰাই।

অৰ্থাৎ প্ৰথমটো পৰিভ্ৰমণ হ'ল— বৰদেউতাকৰ জীয়েক; দ্বিতীয় পৰিভ্ৰমণ— পেহীৰ ভতিজী; তৃতীয় পৰিভ্ৰমণ— মোমায়েকৰ ভাগিন আৰু চতুৰ্থ পৰিভ্ৰমণ— আনৰ জীয়েক হৈ পৰিল। সাতবাৰ পৰিভ্ৰমণ কৰাৰ পিছত বিয়াখন পূৰ্ণ হোৱা বুলি ধৰা হয়। এইবোৰ ক্ৰিয়া সম্পাদন হোৱাৰ পিছত দৰাই কইনাক সেন্দুৰ দিয়ে আৰু দেউতাকে কন্যাদান কৰে। ধৰ্ম-শাস্ত্ৰ অনুসৰি কন্যা দান কৰাজনে অসীম পূণ্য লাভ কৰে। ইয়াৰ পিছৰ ক্ৰিয়া-কৰ্মবোৰ শেষ হোৱাৰ পিছত কইনাক চুৰী(খাৰু) পিন্ধোৱা হয়। দৰা-কইনাৰ মাজত 'জুৱা-জুই' নামৰ প্ৰথা, ইয়াত ডাঙৰ থাল এখনত পানী ভৰাই উভয়কে তাত আঙঠি বিচাৰিবলৈ দিয়া হয়। 'পেৰাৱণী' নামৰ এটা প্ৰথাত কইনা-পক্ষৰ পৰা দৰা-পক্ষৰ মুৰব্বী এজনক চকীত বহুৱাই লৈ তেখেতৰ মুখত জেতুকা আৰু বাতাছা(চেনিৰ পৰা তৈয়াৰী) আৰু চকুত কাজল সানি দিয়ে। তেখেতৰ মূৰত পাগুৰি বান্ধি বিভিন্ন মিঠাই আদিৰে তৈয়াৰী এটা মালাও পিন্ধোৱা হয়। মুখখন চাবলৈ আইনা আৰু দৰা-কইনাৰ পুতলা এযোৰ উপহাৰ দিয়া হয় আৰু পিছত কইনাৰ ফালৰ পৰা গহনা, কাপোৰ আদিৰ বিষয়ে তেখেতক বুজাই দিয়া হয়। ইয়াৰ পিছতেই আৰম্ভ

হয় বিদায়ৰ বেলা। ঘৰৰ মহিলাসকলে 'কোয়লড়ি' গায় আৰু ঘৰৰ সকলো পুৰুষ আৰু মহিলাই কইনাৰ আঁচলত গোটা মগু-মাহ দি এজন এজনকৈ ঘৰৰ পৰা ওলাই আহে। বিদায় লোৱাৰ পিছতে দৰাৰ ঘৰত দৰা-কইনাক প্ৰৱেশ কৰা সময়তো বিভিন্ন ধৰণৰ প্ৰথাৰে স্বাগতম জনোৱা হয়।

ন-কইনাক ননদ, পেহা, আৰু শাহুৱে দুৱাৰমুখত আৰতি কৰি ঘৰত প্ৰৱেশ কৰায়। ঘৰত প্ৰৱেশ কৰাৰ সময়ত সাতটা কাঁহৰ বাতিক ন-কইনাই ভৰিৰে ঠেলি দিয়ে আৰু কোঠাটোত প্ৰৱেশ কৰে। তাৰপিছত ঘৰৰ সকলো মুৰব্বীক দৰা-কইনাই ভৰি চুই সেৱা জনায়। ঘৰৰ সম্পৰ্কীয় মহিলাসকলে কইনাৰ মুখ চোৱাৰ বিনিময়ত উপহাৰ দিয়ে। ন-কইনাক সৰু দেওৰেকজনে কাণত ধৰি উপহাৰ খোজাৰ প্ৰথাও সমাজত প্ৰচলিত আছে।

দৰা-কইনাক মন্দিৰলৈ পঠোৱা নিয়মো আছে। জন্ম আৰু বিয়াৰ প্ৰত্যেকটো অনুষ্ঠানতে গীত গোৱাৰ পৰম্পৰা মাৰোৱাৰী সমাজত আজিও বিদ্যমান। কিন্তু সময়ৰ লগে লগে এইবোৰ গীতত চিনেমাৰ প্ৰভাৱো অধিক দেখা দিয়ে।

সাধাৰণতে আগৰ দিনত মাৰোৱাৰী সমাজত বিয়াৰ সমাৰোহ ১৫ দিন বা তাতোধিক দিন ধৰি চলিছিল। আনকি বৰযাত্ৰী সকলো কমেও চাৰি-পাঁচদিন ধৰি কইনা-ঘৰত থকাৰ দৃষ্টান্তও আছিল। এইবোৰ বৰ্তমান যুগত বহুখিনি সীমিত হৈ পৰিছে। আজিকালি মাত্ৰ দুদিনতে এই সকলোবোৰ ক্ৰিয়া-কৰ্ম সমাধা হয়। আগতে বিয়া কাৰ্যত নিম্নবৰ্গৰ মানুহক নেগ(উপহাৰ বা নগদ টকা) দিয়াৰ নিয়ম নীতিও মানি চলা হৈছিল। যি নিয়ম বৰ্তমান অৱস্থাত নাই। বৰ্তমান সময়ত দৰা-পক্ষই কইনা-পক্ষক নিজৰ চহৰতে বা থকা ঠাইত মাতি নি খুব কম সময়ত বিয়া কৰ্ম সমাধা কৰাতহে গুৰুত্ব আৰোপ কৰা হয়।



# অসমৰ নেপালী সম্প্ৰদায়ত বিবাহ পদ্ধতি

শ্ৰী ইন্দুপ্ৰভা দেৱী

অসমৰ নেপালী সমাজত বিবাহ-কাৰ্য সম্পন্ন কৰা হয় বিবিধ আচাৰ-অনুষ্ঠান আৰু নীতি-নিয়ম সমূহৰ মাজেদি। বিবাহ-কৰ্মৰ প্ৰথম স্তৰ হ'ল 'বাগদান'। ল'ৰা আৰু ছোৱালী পক্ষ বিয়াৰ বাবে সন্মত হ'লে ছোৱালীৰ অভিভাবকে বিশিষ্ট কেইজনমান ব্যক্তি আৰু পুৰোহিতৰ উপস্থিতিত দুডাল লগুণ, দুটা চুপাৰি আৰু দুটা মুদ্ৰা ল'ৰাজনৰ অথবা অভিভাৱকৰ হাতত সমৰ্পণ কৰি নিজৰ ছোৱালী তেওঁলোকৰ হাতত গতোৱাৰ প্ৰতিজ্ঞা কৰে। এই 'বাগদান' কৰ্মক 'জনাই(লগুণ) চুপাৰি' কৰা বুলি কোৱা হয়। 'বাগদান' হোৱাৰ কেইদিনমান পিছত দৰা পক্ষীয়লোকে কইনাৰ ঘৰলৈ দুজনমান ব্যক্তিক এখন পত্ৰসহ পঠিয়ায়। পত্ৰখনত বিয়াৰ নিৰ্দিষ্ট তাৰিখ আৰু শুভলগ্নৰ কথা উল্লেখ কৰা থাকে। 'পত্ৰ লগাউনে'(পত্ৰ পঠিওৱা) এই কাৰ্য সম্পন্ন হোৱাৰ পিছত দৰা আৰু কইনাক বিয়াৰ দিনলৈকে কোনো দুষ্কৰ কৰ্ম কৰিবলৈ বা নদী আদি পাৰ হ'বলৈ দিয়া নহয়।

বিয়াৰ আগদিনাখন দৰা(বেহুলা/দুলহা) আৰু কইনাই(বেহুলী/দুলহী)নিজ নিজ ঘৰত উপবাসে থাকি 'নান্দীমুখী শ্ৰাদ্ধ' আৰু 'গণেশ -পূজা' কৰে। ঘৰৰ আৰু ওচৰৰ তিৰোতাসকলে মিলি সেইদিনা তাত 'কসাৰ'(মিঠৈ) তৈয়াৰ কৰে বাবেই সেই দিনটোক 'কসাৰ বটাৰ্নে' দিন বুলি কোৱা হয়। সেইদিনাৰ পৰা বিয়াৰ অন্য বিধিসমূহ সম্পন্ন নোহোৱালৈকে দৰা-কইনাৰ দুজনী বায়েক-ভনীয়েকে লগুণ আৰু চুপাৰি ভৰাই গাঁঠি বন্ধা এখন হালধীয়া কাপোৰৰ দুটা মূৰ দুজনীৰ কঁকালত খুঁচি লয়। তেওঁলোকক 'লগণ-গাঁঠে' বোলা হয়। বিয়াৰ বিভিন্ন কামত তেওঁলোকে ভাগ লয়।

বিয়াৰ দিনা ৰাতিপুৱা হালধি আৰু সৰিয়হ পিচি 'বুকুৱা' নামৰ সেই মিশ্ৰনেৰে দৰা-কইনাক গা ধুওৱা হয়। অসমৰ নেপালী সম্প্ৰদায়ৰ বিয়াত দৰা-কইনাই পৰম্পৰাগত নেপালী পোছাক পৰিধান কৰা দেখা নাযায়। কিছুমান ঠাইত দৰাই পৰম্পৰাগত সাজ 'দৌৰা-চুৰুৱাল' পিন্ধিলেও কইনাই সাধাৰণতে শাড়ীয়েই পৰিধান কৰে। অসমৰ নেপালী দৰাই সাধাৰণতে ধুতী পিন্ধে আৰু পুৰোহিতৰ দ্বাৰা ৩২টা আখৰৰ শ্লোক লিখিত কাগজেৰে ধুনীয়াকৈ সজোৱা টুপী(মাহুৰ) মূৰত লয়। কইনাৰ ঘৰলৈ দৰাই যাত্ৰা কৰাৰ

আগতে পিতৃ-মাতৃ আৰু সম্পৰ্কীয় লোকে তেওঁৰ কপালত চাউলৰ ফোঁট('টিকো') দি আশীৰ্বাদ প্ৰদান কৰে। দৰা পক্ষীয় লোক('জন্তী') কইনা-ঘৰৰ ওচৰ পোৱাৰ পাছত তেওঁলোকৰ মাজৰে চাৰিজন লোকক চাউলৰ ফোঁট দি কইনাৰ ঘৰলৈ দৰা অহাৰ বাতৰি দিবলৈ আগতীয়াকৈ পঠিওৱা হয়। তেওঁলোকক 'ভত্‌খৰু'(সাধাৰণ ভাষাত 'ভাতখৰাউ')বোলা হয়। কইনা-পক্ষই তেওঁলোকক আদৰণি জনোৱাৰ পাছতহে বাকী দৰা-পক্ষ তাত উপস্থিত হয়। বিয়াৰ মূল তোৰণৰ কাষতে কিছুমান ঠাইত দৰাক সাঁথৰো('অড়্‌কো') সোধা হয়।

কইনাৰ ঘৰত দৰাক আদৰাৰ প্ৰথাটোক কোৱা হয় 'বৰণী'। কইনাৰ মাক-দেউতাক আৰু 'লগন গাঁঠে' বায়েক-ভনীয়েকসহ ঘৰৰ অন্য সদস্য তথা পুৰোহিতে চাকি, ঘট, চাউল, দৈৰ পাত্ৰ ইত্যাদি লৈ দৰাক তিনিবাৰ প্ৰদক্ষিণ কৰে আৰু তাৰ পিছত কইনা পক্ষীয় অন্য লোকে দৰা আৰু দৰা পক্ষীয়লোকলৈ ফুল আৰু চাউল ছটিয়ায়। এই প্ৰথাটোক 'জন্তী পৰ্ছেকো' বুলি কোৱা হয়। ইয়াৰ পিছত তেওঁলোকক ৰভা-তলিলৈ আদৰি আনি খুৱাই-বুৱাই আপ্যায়িত কৰা হয়।

এই অভ্যৰ্থনাৰ পিছত ৰভাতলিত থকা হোমৰ গুৰি('যজ্ঞ')ৰ কাষত কইনাই মালা পিন্ধাই দৰাক 'স্বয়ম্বৰ' কৰে। দৰাই তেতিয়াই কইনাক আঙঠি পিন্ধায়। দৰা-কইনাক সেইদিনা বিষ্ণু-লক্ষ্মী বুলি কল্পনা কৰা হয় আৰু পিতৃ-মাতৃকে আদি কৰি সকলো আত্মীয়লোকে তেওঁলোকৰ ভৰি ধুই সেই পানী খায়। এই প্ৰথাক 'গোড়া ধুনে'(ভৰি ধুওৱা) বুলি কোৱা হয়। ভৰি ধুৱাই কপালত চাউলৰ ফোঁট দি আত্মীয়লোকে দৰা-কইনাক শুভেচ্ছাসহ উপহাৰ যাচে।

ইয়াৰ পাছত 'কন্যাদান' কৰা হয়। মাক-দেউতাকৰ লগতে খুৰা-খুৰী, মামা-মামীকে আদি কৰি অন্য আত্মীয়লোকেও লঘোণে থাকি 'কন্যাদান' পৰ্বটোত অংশ গ্ৰহণ কৰে। দৰাই সেই সময়তে কইনাক সেউজীয়া মণি('পোতে') পিন্ধায়।

কন্যাদানৰ পাছত দৰাই অনা সাজ-পাৰ, গহনা আদি পিন্ধাই কইনাক হোমৰ গুৰিলৈ অনা হয়। নেপালীসকলে হোম পুৰি বৈদিক প্ৰথাৰেই বিয়া পাতে। হোমৰ গুৰিতে দৰাই যজ্ঞ-কুণ্ড, অগ্নি, চাকি, ঘট, স্থাপিত দেৱতা আদি সমস্তকে সাক্ষী ৰাখি তিনিবাৰ যজ্ঞ প্ৰদক্ষিণ কৰি কইনাৰ মূৰত সেন্দূৰ দিয়ে। সেন্দূৰ দিয়া কাৰ্য কইনাৰ ঘৰৰ মানুহে যাতে চাব নোৱাৰে, তাৰ বাবে বগা কাপোৰ এখন মেলি লোৱা হয়। গোটেই ৰাতি হোমৰ গুৰিত পুৰোহিতৰ নিৰ্দেশক্ৰমে বিভিন্ন কৰ্ম সম্পাদিত হয়। ৰাতিপুৱা দৰা-কইনাক ঘৰৰ মানুহৰ লগতে আত্মীয় আৰু ওচৰ চুবুৰীয়াসকলে চাউলৰ ফোঁট আৰু দক্ষিণা দি আশীৰ্বাদ প্ৰদানৰ অন্তত তেওঁলোকক বিদায় যচা হয়।

ইপিনে দৰাই কইনা-ঘৰলৈ যাত্ৰা কৰাৰ পাছত দৰা-ঘৰতো এটা আনন্দমুখৰ পৰিৱেশৰ সৃষ্টি হয়। সেইদিনা তাত গোটেই ৰাতি ঘিউৰ চাকি জ্বলাই থোৱা হয়।

ঘৰৰ আৰু ওচৰ-পাজৰৰ সকলো তিৰোতাই সেই ৰাতি ৰভা-তলিত গোট খাই 'মাদল'(এবিধ নেপালী লোকবাদ্য) আৰু ঢোল বজাই ভজন-কীৰ্ত্তন কৰে আৰু 'ৰত্তৌলী' নামৰ গীত-নৃত্যত ভাগ লয়। কিছু অশ্লীল এইবিধ নৃত্য-গীতত পুৰুষক ভাগ ল'বলৈ দিয়া নহয়।

পিছদিনা দৰা-ঘৰত কইনাক আদৰাৰো বিশেষ নিয়ম আছে। ঘৰৰ দুৱাৰ মুখৰ পৰা ভিতৰলৈকে সাত বা এঘাৰ ঠাইত এমুঠিকৈ ধান মাটিত থৈ দিয়া হয়। দুৱাৰ মুখত থোৱা হয় পানীভৰ্ত্তি ঘট আৰু প্ৰজ্বলিত চাকি এটা। দৰা-কইনাই ভিতৰত প্ৰৱেশ কৰাৰ আগতে দৰাৰ বায়েক-ভনীয়েকে কিছুমান বস্তুও দাবী কৰে। তেওঁলোকক সন্তুষ্ট কৰি দৰাই আগে আগে আৰু কইনাই তেওঁৰ পিছে পিছে ভিতৰলৈ প্ৰৱেশ কৰে। দৰাই মাটিত থোৱা ধান ভৰিৰে সিঁচৰতি কৰি যায় আৰু কইনাই সেইবোৰ সামৰি-সুতৰি ভঁৰালত থয়। দৰাৰ মাকে কইনাৰ মুখ চোৱাৰ বিনিময়ত কপালত চাউলৰ ফোঁট দি দক্ষিণা দিয়ে। বহুতে সেইদিনা 'জন্তী' আৰু ওচৰ-পাজৰৰ মানুহক ছাগলী মাংসৰে ভোজ খুৱায় বাবে সেইদিনাৰ ভোজক 'জন্তে-বাখ্ৰো'('বাখ্ৰো'—ছাগলী) বুলি কোৱা হয়। আনহাতে সেইদিনা কইনাৰ ঘৰত দিয়া ভোজক কোৱা হয় 'ৰুৱে ভতেৰ'(কান্দোনৰ ভোজ)।

কইনা আদৰাৰ পিছদিনা দৰাৰ ঘৰত 'শীলা পূজন'(শিল-পূজা) কৰা হয় আৰু ন-বোৱাৰীৰ হাতৰ স্পৰ্শ থকা ভোজ 'বহু-ভতেৰ'(বৌ-ভোজ) খোৱা হয়। দৰাৰ সৈতে প্ৰথমবাৰ কইনাৰ মাকৰ ঘৰলৈ যাওঁতে সত্যনাৰায়ণৰ পূজা পতা, বিয়া হোৱা বছৰ শাওণ মাহত কইনাই মাকৰ ঘৰত গৈ থকা আদি নিয়মো আছে।

উল্লেখযোগ্য যে নেপালী বিবাহ-অনুষ্ঠানৰ প্ৰতিটো স্তৰতে বিভিন্ন বিয়ানাম পৰিৱেশন কৰা হয়। আজিকালি অৱশ্যে এনে বিয়ানামৰ স্থান আধুনিক হিন্দী গীতে দুখলগাকৈ দখল কৰিছে। তথাপিও হিন্দী আৰু পুৰণি নেপালী ভাষা মিশ্ৰিত 'খাঁড়ো জগাউনে' নামৰ এক শ্ৰেণীৰ বীৰত্ব প্ৰকাশক গীত এতিয়াও বহুতো বিবাহ অনুষ্ঠানত(বিশেষকৈ ক্ষত্ৰিয় সম্প্ৰদায়ৰ মাজত) পৰিৱেশন কৰা দেখা যায়।



# ক্ৰমবিবৰ্তনত অসমীয়া শিখ সমাজত বিবাহ পদ্ধতি

মনজিৎ সিং

আত্মীকৰণ প্ৰক্ৰিয়াৰ জৰিয়তে অসমীয়া শিখসকল অসমৰ জাতীয় জীৱনৰ এক পৰিচিত অংগ হৈ পৰিছে। বিভিন্ন সময়ত বিভিন্ন কাৰণত সুদূৰ পঞ্চ নদীৰ তীৰৰ পৰা বৰলুইতৰ পাৰলৈ আগমন হোৱা এই শিখ লোকসকলৰ অসমীয়াকৰণৰ প্ৰক্ৰিয়া প্ৰায় দুশ বছৰ পূৰ্বে আৰম্ভ হৈছিল— তথাপিতো এই আনুবিক্ষণিক জনগোষ্ঠীটোৱে অসমৰ ইতিহাসবিদসকলৰ দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰাৰ অজুহাততেই অসমীয়া সমাজৰ এচুকত নিৰলে বহি থকা এই লোকসকলৰ আত্মপৰিচয় প্ৰায় গোপন হৈ আছে। Assam District Gazetterত B. C. Allenএ তাহানি পাঞ্জাবৰ পৰা অহা শিখসকলে অসমীয়া নাৰীৰ পাণি গ্ৰহণ কৰি অসবৰ্ণ বিবাহ যোগে কেনে ধৰণেৰে উত্তৰ সূৰী অসমীয়া সমাজ এখন গঢ়ি তুলিছে সেই বিষয়ে মত প্ৰকাশ কৰিছে এনে ধৰণেৰে— "The Sikhs came to this province alongwith their Nineth Guru Tegh Bahadur and also to serve at the time of Burmise invasion. The original settlers have intermarriages with the kewats, kacharies and kalitas and all except the latest arrivals from the Punjab have now admixure of Assamese blood."

উল্লেখযোগ্য যে ১৫০৪ খ্ৰীষ্টাব্দত শিখ ধৰ্মৰ প্ৰবৰ্তক গুৰু নানকদেৱজীয়ে ধৰ্ম প্ৰচাৰৰ হেতু তাহানিৰ কামৰূপলৈও আহিছিল বুলি শিখ ইতিহাসে কয়। আনহাতে শিখসকলৰ নৱম গুৰু টেগ বাহাদুৰজী ১৬৬৬ খ্ৰীষ্টাব্দত অসমলৈ আহি ধুবুৰীত প্ৰথম গুৰু নানকদেৱজীৰ স্মৃতিত এটি 'গুৰুদ্বাৰ' স্থাপন কৰিছিল। 'দমদমা সাহিব' নামে খ্যাত এই গুৰুদ্বাৰটিৰ ৰক্ষণাবেক্ষণৰ বাবে গুৰুজনাই তেখেতৰ শিষ্য প্ৰশিষ্যৰ এটি দল এৰি থৈ যায়। এওঁলোকক 'দমদমীয়া শিখ' বুলি কোৱা হৈছিল। সেইদৰে 'দন্দুৱাদ্ৰোহ' বুলি খ্যাত যুঁজত বঙিয়াৰ জমিদাৰ ভাতৃদ্বয় হৰদত্ত-বীৰদত্তক সহায় কৰিবলৈ এদল শিখ সৈন্য অহাৰ কথা বুৰঞ্জীয়ে কয়। এই শিখ সৈন্যদলৰো কিছুসংখ্যক যুদ্ধৰ শেষত অসমত থাকি যোৱাৰ সম্ভৱনা নুই কৰিব নোৱাৰি।

সি যি কি নহওক, ১৮২০ চনত হাদিৰাচকীত মানৰ বিৰুদ্ধে হোৱা যুঁজত অংশগ্ৰহণ কৰিবলৈ চৈতেন্য(চেটন) সিঙৰ নেতৃত্বত অহা শিখ সৈন্যসকলৰ মাজৰে

যুদ্ধৰ অন্তত বাচি থকা আৰু জখ্‌মী সৈন্যসকলেই যুদ্ধত নিহত সেনাপতি চৈতেন্য সিঙৰ পত্নী 'মাতাজী'ৰ লগত লুইতেৰে উজাই আহি নগাঁও জিলাৰ চাপৰমুখত বসতি স্থাপন কৰিছিলহি, সি বুৰঞ্জী স্বীকৃত তথ্য। আনহাতে মাতাজীৰ এগৰাকী সহযাত্রী চুবেদাৰ ৰাম সিঙে নগাঁও জিলাৰ বৰকলাত আন এখন শিখ গাঁৱৰ পাতনি মেলিছিল প্রায় একে সময়তে।

স্বাভাৱিকতে যিহেতু সেই সময়ত সেনাপতি চৈতেন্য সিঙৰ বিধবা পত্নীৰ বাহিৰে শিখসকলৰ লগত কোনো নাৰী অহা নাছিল— সেয়ে তেওঁলোকে ইয়াৰ স্থানীয় অসমীয়া নাৰীৰ সৈতে বিবাহ পাশত আবদ্ধ হৈছিল আৰু সংসাৰৰ পাতনি মেলিছিল।

এতিয়া প্রশ্ন হ'ল— বাহিৰৰ পৰা অহা ভাষা-সংস্কৃতিৰ মিল নথকা এই লোক সকলে বিয়া-বাৰু কৰোতে কি পদ্ধতি বা সামাজিক ৰীতি-নীতি পালন কৰিছিল? যিহেতু নাৰীসকল অসমীয়া সমাজৰ জীয়ৰী, সেয়ে এই লোকসকলৰ জীৱন ধাৰণৰ প্রতিটো দিশতে অসমীয়া সমাজ জীৱনৰ ৰীতি-নীতি প্রতিফলিত হৈছিল। প্রথমে অহা এই লোকসকলৰ উত্তৰসুৰীসকলৰ মাতুল পক্ষ স্থানীয় অসমীয়া হোৱা হেতুকে স্বাভাৱিকতে এই লোকসকলো মাতে-কথাই, আচাৰে-ব্যৱহাৰে, ৰীতি-নীতিয়ে সম্পূর্ণ অসমীয়া হৈ পৰে।

আৰম্ভণিতে অসমীয়া শিখসকলৰ বিয়া-বাৰু হিন্দু প্রথা মতে হৈছিল। কিন্তু সেই সময়ত এই ক্ষেত্রতো আন এক সমস্যাই দেখা দিছিল। বিজতীয়া এই শিখসকলক স্থানীয় ব্রাহ্মণে হোম পুৰি বিয়া পাতি দিবলৈকো অস্বীকাৰ কৰিছিল। সেয়ে এই কাম তেওঁলোকে বিহাৰী অথবা বঙালী ব্রাহ্মণৰ হতুৱাই সম্পাদন কৰিবলগীয়া হৈছিল। এই হোম পুৰি বিয়া পতাৰ কাম চুবেদাৰ ৰাম সিঙেই আৰম্ভ কৰিছিল বুলি বিশ্বাস কৰা হয়। চুবেদাৰ ৰাম সিঙে ১৮২৫(মতান্তৰে ১৮২৩) খ্রীষ্টাব্দত বৰকলাৰ গেলাপুখুৰীৰ পাৰত এটি 'গুৰুদ্বাৰ' প্রতিষ্ঠা কৰি তাৰ প্রাঙ্গনত দুজোপা বৰগছ ৰোপণ কৰি এজোপা মতা বৰগছ আৰু আন জোপাক মাইকী বৰগছ বুলি অভিহিত কৰি গছ দুজোপাক জীৱন্ত মানুহৰ প্রতীক হিচাপে ধৰি লৈ নোৱাই-ধুৱাই হোম পুৰি বিবাহ কার্য সম্পন্ন কৰে আৰু প্রতিবেশী সমাজক এই বিয়ালৈ নিমন্ত্রণ কৰি দৈ-চিৰা আৰু গুড়েৰে আপ্যায়ন কৰে বুলি জনশ্রুতি আছে।

বর্তমান অসমীয়া শিখসকলৰ ল'ৰা-ছোৱালীৰ বিবাহ কার্য শিখ ধর্মীয় ৰীতি-নীতিৰে সম্পন্ন হ'লেও বিবাহৰ লগত জড়িত অন্যান্য প্রায়বোৰ অনুষ্ঠানৰ ক্ষেত্রত থলুৱা অসমীয়াৰ ৰীতি-নীতিকে পালন কৰা হয়। শিখ ধর্মীয় বিবাহ পদ্ধতিক 'আনন্দ কাৰজ' বুলি কোৱা হয়। ১৯০৯ চনত 'আনন্দ' বিবাহ আইনে ইয়াক আইনগত স্বীকৃতি প্রদান কৰে। এই পদ্ধতি অনুসৰি কোনো ধৰণৰ যাগ-যজ্ঞ সম্পন্ন নকৰি শিখসকলৰ

ধৰ্মগ্ৰন্থ "গুৰু গ্ৰন্থ চাহিব"ক সাক্ষী কৰি যথা ৰীতি ধৰ্মীয় বাণী পাঠেৰে "গুৰু গ্ৰন্থ চাহিব"ৰ চাৰিওকাষে দৰা-কইনাক চাৰিবাৰ প্ৰদক্ষিণ কৰায় আৰু প্ৰতিবাৰতেই দৰা-কইনাই "গুৰু গ্ৰন্থ চাহিব"ৰ ওচৰত শিৰ দোৱাই প্ৰণাম কৰে। এই চাৰিওটা প্ৰদক্ষিণ কালৰ আৰম্ভণিত গ্ৰন্থীয়ে(বিবাহ পৰিচালকে) চাৰিটা 'লাবা' পাঠ কৰে। এই প্ৰতিটো 'লাবা'ৰে সুকীয়া সুকীয়া তাৎপৰ্য আছে। প্ৰথম 'লাবা'ত দৰা-কইনাই পালন কৰিবলগীয়া শৃংখলাৰ বিষয়ে, দ্বিতীয় 'লাবা'ত প্ৰেম আৰু উদ্যম বৃদ্ধিৰ কামনা, তৃতীয় 'লাবা'ত সংযম আৰু চতুৰ্থ তথা শেষৰ 'লাবা'ত প্ৰীতি মিলন আৰু সুখ-সমৃদ্ধিৰ কথা উল্লেখ কৰা হয়। চাৰিওটা 'লাবা' শেষ হোৱাৰ পিছত বিবাহ কাৰ্য সম্পন্ন হোৱাৰ বৰ্ণনাৰে গুৰুবাণী পাঠ হয়। ইয়াৰ পিছত 'আনন্দ সাহিব' পাঠ হয় আৰু 'আৰদাস'(সমূহীয়া প্ৰাৰ্থনা) হয়। স্মৰ্তব্য যে প্ৰতিটো ধৰ্মীয় অনুষ্ঠানৰ দৰে বিবাহৰ ক্ষেত্ৰতো 'আৰদাস'ৰ অন্তত 'বাক লোৱা'(গ্ৰন্থ চাহিবৰ এফেৰী বাণী পাঠ) হয় আৰু তাৰ পিছতে 'কাৰাহ প্ৰসাদ' বিতৰণ হয়। ইয়াৰ পিছতহে কইনা-ঘৰীয়াই বৰযাত্ৰীসকলক আপ্যায়ন কৰে।

উল্লেখযোগ্য যে সাধাৰণতে অসমীয়া শিখসকলৰ বিবাহ কাৰ্য কইনাৰ ঘৰত সম্পন্ন হয়। কেতিয়াবা দুয়ো পক্ষৰ সুবিধালৈ লক্ষ্য ৰাখি এই বিবাহ কাৰ্য গুৰুদ্বাৰত সম্পন্ন কৰা হয়। যিহেতু বিবাহ কাৰ্য সম্পন্ন কৰিবলৈ "গুৰু গ্ৰন্থ সাহিব" অপৰিহাৰ্য। সেয়ে সাধাৰণতে কোনো বিবাহ ভৱনত এই বিবাহ কাৰ্য সমাধা কৰা নহয়(বিবাহ ভৱনলৈ গুৰু গ্ৰন্থ নিয়া নিষিদ্ধ)। অৱশ্যে বিবাহ ভৱনত অতিথি অভ্যৰ্থনা হোৱাত কোনো বাধা নাই। গুৰুদ্বাৰত বিবাহ কাৰ্য সম্পন্ন হ'লে অতিথি আপ্যায়ন সদায় 'গুৰু কা লঙ্গৰ'(নিৰামিষ সমূহীয়া প্ৰীতি-ভোজ)ৰে হয়। অৱশ্যে আজিকালি ঘৰত বিবাহ কাৰ্য সমাধান হ'লে কহতেই "গুৰুগ্ৰন্থ সাহিব"ক মৰ্যদাসহকাৰে পুনৰ স্থানীয় গুৰুদ্বাৰলৈ স্থানান্তৰ কৰাৰ পিছত ঘৰত বৰযাত্ৰী তথা অন্যান্য আমন্ত্ৰিত অতিথিক আমিষ আহাৰো পৰিৱেশন কৰা দেখা যায়।

এই ধৰ্মীয় ৰীতি অনুসৰি বিবাহ কাৰ্য সম্পন্ন কৰাৰ পূৰ্বে সাধাৰণতে 'জ্ঞানীজী'(শাস্ত্ৰজ্ঞ)য়ে বা আন কোনো যোগ্যজনে দৰা-কইনাক উদ্দেশ্যি বিবাহিত জীৱনত তেওঁলোকে পালন কৰিবলগীয়া ৰীতি-নীতি তথা স্বামী-স্ত্ৰী হিচাপে উভয়ে উভয়ৰ ঘৰখনৰ তথা পৰিয়ালৰ লোকসকলৰ প্ৰতি পালন কৰিবলগীয়া কৰ্তব্য সম্পৰ্কে যথোচিত দিহা-পৰামৰ্শ প্ৰদান কৰে আৰু তেওঁলোকে স্বামী-স্ত্ৰী হিচাপে এই দায়-দায়িত্ব মৰ্যদাসহকাৰে পালন কৰিব বুলি প্ৰতিজ্ঞা কৰাই "গুৰুগ্ৰন্থ সাহিব"ৰ ওচৰত শিৰ দোৱাই প্ৰতিশ্ৰুতিবদ্ধ হ'বলৈ উপদেশ দিয়ে।

আজিকালি প্ৰায় অপ্ৰচলিত যদিও কিছুদিন আগলৈকে ল'ৰাই সবান্ধৱে বা ঘৰৰ বাই-ভনী-বৌৱেকৰ সৈতে ছোৱালী চাবলৈ যোৱা প্ৰথাটো অসমীয়া শিখসকলৰ

মাজতো আছিল। ঠিক সেইদৰে ছোৱালীৰ ঘৰে ল'ৰা খুজিবলৈ যোৱা আৰু ল'ৰাৰ ঘৰে ছোৱালী খুজিবলৈ যোৱা প্ৰথা এতিয়াও প্ৰচলিত। ল'ৰা-ছোৱালী উভয়কে উভয় পক্ষই (অৰ্থাৎ দৰা-ঘৰীয়া আৰু কইনা-ঘৰীয়াই) আঙুঠি পিন্ধোৱাৰ প্ৰথা যিদৰে এতিয়াও প্ৰচলিত ঠিক সেইদৰে আজিকালি পাঞ্জাবী সমাজৰ ৰীতি অনুসৰি 'থেকা দিয়া' বা 'চগন দিয়া' প্ৰথাও সমানে প্ৰচলিত হব লাগিছে।

বিয়াৰ পূৰ্বে থলুৱা অসমীয়া সমাজৰ দৰে অসমীয়া শিখৰ দৰা-কইনাকো মাহ-হালধি গাত ঘঁহি তেল আদিৰে নোৱায়-ধুৱায়। অসমীয়া শিখ মহিলাই বিয়া-নাম, যোৰা-নাম আদি গাই বিয়া ঘৰ উদুলি-মুদুলি কৰি ৰাখে। দৰা-কইনাক নোৱাবলৈ পানী তুলিবলৈ গৈ আয়তীসকলে বিভিন্ন সুৰৰ বিয়া নামেৰে আনন্দময় পৰিৱেশৰ সৃষ্টি কৰে।

অন্যান্য অসমীয়া সমাজৰ দৰে আজিকালি পূৰ্বৰ সেই ঐতিহ্য কিছু ম্লান পৰিলেও আজিও এই ক্ষেত্ৰত অসমীয়া শিখ সমাজৰ বিয়া নামৰ নামতী বৰকলাৰ হয়মলা কৌৰ আৰু জোনাকী কৌৰ, লংকাৰ পৰব কৌৰ, জীৱন কৌৰ, আতৰ কৌৰ, চাপৰমুখৰ হৰদেৱ কৌৰ(হৰদৈ কৌৰ) আদিৰ কথা মানুহে শ্ৰদ্ধাৰে স্মৰণ কৰে। এইসকলৰ ভিতৰত লংকাৰ আতৰ কৌৰ এতিয়াও সোঁ-শৰীৰেৰে আছে।

অসমীয়া শিখসকলেও সাধাৰণতে পঞ্জিকাৰ দিন-বাৰ চাইহে বিয়াৰ দিন ঠিক কৰে। অৱশ্যে সাধাৰণতে অন্যান্য হিন্দু বিয়াৰ দৰে অসমীয়া শিখসকলে বিবাহৰ লগ্ন বুলি পঞ্জিকাৰ উল্লিখিত সময়লৈ নগৈ অমৃত বেলা অৰ্থাৎ কাহিলী পুৱাতে কইনা-ঘৰত উপস্থিত হ'বলৈ যত্ন কৰে। কইনাৰ ঘৰত বৰযাত্ৰীসকল উপস্থিত হোৱাৰ পিছত দৰা আদৰা পৰ্ব আৰম্ভ হয়। 'জেঠেৰী মালা' পিন্ধাই কইনাৰ ককায়েকে দৰাক পদূলি মুখলৈ আগবঢ়াই লৈ আহে। তাৰ পিছতে কইনাৰ ভনীয়েকে দৰাৰ ভৰি ধুৱায় আৰু কইনাৰ মাকে দৰাক বিবাহ মণ্ডপলৈ আদৰণি জনায়। আজিকালি অৱশ্যে এই নিয়মৰ উপৰিও পাঞ্জাবী সমাজৰ প্ৰচলিত ৰীতি অনুসৰি 'মিলনি' কৰে। অৰ্থাৎ কইনা-পক্ষৰ হৈ কইনাৰ দেউতাক বা পিতৃ স্থানীয় আন আত্মীয়ই দৰাৰ দেউতাকক ডিঙিত মালা পিন্ধাই কম্বল আৰু পাগুৰি আদি প্ৰদান কৰি আদৰণি জনায়। ইয়াৰ পিছত কইনাৰ খুৰায়েক, ককায়েক, মোমায়েক আদিয়েও দৰাৰ সংশ্লিষ্ট সম্বন্ধীয়সকলক ডিঙিত মালা পিন্ধাই আদৰণি জনায়। মালা পিন্ধাই ইজনে-সিজনক সাবটি লোৱা কাৰ্য দৰা-পক্ষইয়ো কৰে। ইয়াৰ পিছত বিবাহ মণ্ডপত নিজ নিজ আসন গ্ৰহণ কৰাৰ পিছত 'দিৱান'(ধৰ্মীয় সভা) পৰিচালকে সকলোকে আদৰণি জনাই কাৰ্যসূচী আৰম্ভ কৰে আৰু দুই-এটি 'শ্বৰদ কীৰ্তন'ৰ অন্তত পূৰ্বে উল্লেখ কৰা অনুসৰি বিবাহ কাৰ্য সম্পন্ন কৰে। উল্লেখযোগ্য যে সাধাৰণতে কইনা-পক্ষই সময়ৰ সুবিধালৈ লক্ষ্য ৰাখি দৰা-

পক্ষ আহি পোৱাৰ আগেয়ে যথাবিহিত ৰীতি অনুসৰি 'আশা দি বাৰ' কীৰ্তন(যিকোনো শুভ কামৰ আৰম্ভণিতে কৰা এক অপৰিহাৰ্য অনুষ্ঠান) আদি সমাপন কৰি থয়। বিবাহ কাৰ্য সম্পূৰ্ণ হোৱাৰ পিছত দৰাক কইনাৰ ঘৰৰ ভিতৰ চ'ৰালৈ নি কইনা-পক্ষৰ জ্যেষ্ঠসকলক পৰিচয় কৰায় আৰু দৰাই সেইসকলক সেৱা যাচে। সেইদৰে কনিষ্ঠসকলকো দৰাৰ সৈতে পৰিচয় কৰাই দিয়া হয়। বিয়া ঘৰলৈ যাওঁতে কইনা-পক্ষৰ যুৱকসকলে 'দৰা আগুছা' বা কইনাৰ ভনীয়েকহঁতে দৰাৰ জোতা লুকুওৱা ইত্যাদি প্ৰথাবোৰ অসমীয়া শিখসকলৰ মাজতো প্ৰচলিত। কইনা-ঘৰৰ পৰা বিদায় লওঁতে কইনাই পিছলৈ নোচোৱাকৈ আঁখৈ ছটিওৱা; আনহাতে, কইনাৰ মাকেও কইনাক বিদায় দি পুনৰ কইনাৰ ফালে নাচাই ঘৰৰ ভিতৰ সোমোৱা প্ৰথা অসমীয়া শিখসকলৰ মাজত দেখা যায়। আনহাতে, দৰা-কইনা ঘৰ আহি পোৱাৰ পিছত দৰাৰ ভনীয়েকবা ভতিজীয়েক অথবা ভাগিনীয়েকে দৰা-কইনাক পদূলি মুখত ভৰি ধুৱায় আৰু দৰাৰ মাকে দৰা-কইনাক আদৰি ভিতৰলৈ নিয়ে। কইনা আহি ঘৰ সোমোৱাৰ পূৰ্বে ঘৰৰ মূল প্ৰবেশ দ্বাৰৰ একাষে আগৰে পৰা থোৱা পিতলৰ কলহৰ পানীৰ মাজৰ পৰা সোণৰ আঙঠি উলিয়াই কইনাই পিন্ধিব লাগে। ইয়াৰ পিছতে পাক ঘৰলৈ নি অন্নপূৰ্ণ চৰু চুবলৈ দিয়া হয় আৰু দৰাৰ মাকে মিঠাই খুৱায়। এই খিনি আনুষ্ঠানিকতাৰ পিছত দৰা-কইনাক একেলগে বহুৱাই 'পাহ' খেলিবলৈ দিয়া হয়। এই 'পাহ' খেলৰ বিচাৰকৰ ভুমিকাত সাধাৰণতে দৰাৰ মাহীয়েক বা মামীয়েক থাকে। এই খেলক সকলোৱে বেছ হাঁহি-ধেমালিৰে উপভোগ কৰে। ইয়াৰ পিছতে কইনাৰ লগত অহা কইনাৰ মাহীয়েক, খুৰীয়েকে বা মামীয়েক আদিয়ে দৰা-পক্ষৰ আত্মীয় লোকসকলক কইনাৰ সৈতে পৰিচয় কৰাই দিয়ে আৰু কইনাই লগত অনা বস্ত্ৰাদিৰে মান ধৰে।

সাধাৰণতে বিবাহৰ তিনিদিনৰ দিনা কইনাই দৰা আৰু দৰাৰ আত্মীয়ৰ সৈতে মাকৰ ঘৰলৈ দুনাই খাবলৈ যায়। ইয়াক অসমীয়া শিখ সমাজত 'আদৰি-সাদৰি' খাবলৈ যোৱা বুলি কোৱা হয়।

দুনাই খাই ঘূৰি অহাৰ পিছত কোনো এটা শুভদিনত ন-কইনাক নতুন ঘৰখন(শহুৰেকৰ ঘৰ)ৰ ৰান্ধনিশাললৈ পঠোৱা হয় আৰু পৰিয়ালৰ অন্যান্য সদস্যৰ সহযোগত(ননদ-জাঁ আদিৰ সৈতে) এসাঁজ ৰান্ধি পৰিয়ালৰ সকলোকে যথাবিহিত মান ধৰি আহাৰ যাচে। তেতিয়াৰ পৰা ন-কইনাক ঘৰখনৰ প্ৰকৃত লখিমী গৃহিণী হোৱা বুলি ধৰি লোৱা হয়।

উল্লেখযোগ্য যে এতিয়াও বহু অসমীয়া শিখ পৰিয়ালে স্থানীয় হিন্দু অসমীয়া পৰিয়ালৰ ছোৱালীক বোৱাৰী কৰি ঘৰলৈ অনাৰ উদাহৰণ দেখিবলৈ পোৱা যায় আৰু এই ন-বোৱাৰীসকলেও অতি কম দিনৰ ভিতৰতে অসমীয়া শিখ সমাজৰ ৰীতি-নীতি

আয়ত্ত কৰি শান্তিপূৰ্ণভাৱে সুন্দৰ সংসাৰ যাপন কৰা দেখা যায়। ঠিক সেইদৰে অসমীয়া শিখৰ ছোৱালীকো সময় বিশেষে হিন্দু অসমীয়া ল'ৰালৈ বিয়া দিয়া হয়। অৱশ্যে এনে অসবৰ্ণ বিবাহৰ ক্ষেত্ৰত দুয়ো ঘৰৰ সুবিধা অনুসৰি আলোচনাৰ মাধ্যমেৰে বিবাহ কাৰ্য সম্পন্ন কৰা হয়। ঠিক সেইদৰে আজিকালি পাঞ্জাবী সমাজৰ ল'ৰা-ছোৱালীৰ লগতো অসমীয়া শিখসকলৰ বিবাহ সম্পন্ন হোৱা দেখিবলৈ পোৱা যায়। তেনেক্ষেত্ৰতো দুয়ো ঘৰৰ সুবিধা অনুসৰি এৰা-ধৰাৰ মাজেৰে ৰীতি-নীতিবোৰ ঠিক কৰি লোৱা হয়। এইদৰে ক্ৰমবিৱৰ্তনত অসমীয়া শিখ সমাজৰ বিবাহ পদ্ধতিয়ে এক নতুন মাত্ৰা লাভ কৰি সংমিশ্ৰিত সংস্কৃতিৰ বাহকৰূপে চিহ্নিত হৈছে।



◆ লেখাটিত বিশেষভাৱে সহযোগীতা আগবঢ়াইছে বন্তী কৌৰে।

# অসমৰ বঙালী সমাজত বিবাহ প্ৰথা

গীতা দত্ত

অতীতত মানুহ বনবাসী হৈ থকা অৱস্থাতে নিজৰ পচন্দ অনুযায়ী সংগী বিচাৰি সংসাৰ পাতিছিল যদিও তেতিয়া মানুহে ঘৰ সাজি স্থায়ীভাৱে বসবাস কৰিব জনা নাছিল। সভ্যতাৰ পোহৰ উদ্ভাবিত হোৱাৰ লগে লগে মানুহৰ দৃষ্টিভঙ্গী সলনি হৈ নানা সামাজিক প্ৰথাৰ আৰম্ভ হ'ল। তাৰ মাজত বিবাহো হৈছে এটা প্ৰধান আৰু প্ৰাচীন সামাজিক প্ৰথা, যাৰ মাজেৰে স্ত্ৰী-পুৰুষ সকলোৱে সমাজৰ সৰ্বজন স্বীকৃতি লাভ কৰি একেলগে বসবাস কৰিব পাৰে। এই ক্ষেত্ৰত বহুতো স্তৰৰ মাধ্যমেৰে বিয়াৰ অনুষ্ঠান সম্পন্ন কৰা হয়। বিভিন্ন জাতিৰ মাজত বিভিন্ন ধৰণৰ বিবাহ প্ৰথাৰ প্ৰচলন আছে। তাৰ মাজত বঙালী সমাজৰ বিবাহ বিশেষভাৱে আনুষ্ঠানিক ৰীতি-নীতি সমন্বিত ।

আজিকালি বিয়া পাতিবলৈ হ'লে বিজ্ঞাপন বা ঘটকৰ মাধ্যমেৰে যোগা-যোগ কৰা হয়। কেতিয়াবা পাত্ৰ-পাত্ৰীয়ে নিজেই বিয়া ঠিক কৰে। পাত্ৰ-পাত্ৰী নিৰ্বাচিত হোৱাৰ পাছত বিবাহৰ অনুষ্ঠান আৰম্ভ হয়।

প্ৰথমতে বিয়াৰ বন্দবস্ত। কিছুমান পৰিয়ালত ইয়াকে 'পাটি-পত্ৰ' বোলে। সেইদিনা আশীৰ্বাদৰ দিন আৰু বিয়াৰ দিন ঠিক কৰা হয়। এখন কাগজত দৰা আৰু কইনা উভয় পক্ষৰ নাম-ঠিকনা সকলো লিখা হয় আৰু তাত সেন্দূৰৰ ছাপ আৰু টকাৰ ছাপ দিয়া হয়। উভয় পক্ষৰ উপস্থিত অভিভাৱকসকলে সেই পত্ৰত চহী কৰে। বহুত সময়ত দেখা যায় যে বিয়াৰ বিষয়ত কোনো গণ্ডগোল হ'লে এই কাগজখনৰ দ্বাৰা মোকৰ্দ্দমা কৰা হয়। কাৰণ সেইখন এখন অংগীকাৰ পত্ৰ। 'পাটি-পত্ৰ'ৰ দিনা সাধ্যানুসাৰে অতিথিসকলক আপ্যায়িত কৰা হয়। সাধাৰণতে এই অনুষ্ঠান কইনাৰ ঘৰত অনুষ্ঠিত হয়।

'পাটি-পত্ৰ'ৰ পাছত আশীৰ্বাদ বা মঙ্গলাচৰণ নিৰ্দ্ধাৰিত দিনত দৰা-পক্ষ কইনাৰ ঘৰলৈ আশীৰ্বাদ দিবলৈ যায়; লগত মাছ, দৈ, পাণ-চুপাৰী, নানা ধৰণৰ মিঠাই, চুটকেচৰ ভিতৰত শাড়ী, গহনা, কইনা সজোৱা সকলো বস্তু লৈ গৈ দৰা-পক্ষই কইনাক আশীৰ্বাদ দিয়ে। কিছুমান ঠাইত দৰাকো আশীৰ্বাদ দিয়াৰ নিয়ম

আছে। একেই নিয়মেৰে কইনা-পক্ষই দৰাৰ ঘৰলৈ সকলো বস্তু নি দৰাক আশীৰ্বাদ দিয়ে। সাধাৰণতে দৰাৰ আশীৰ্বাদ আগতে হয়। আশীৰ্বাদ কৰাৰ দিনাই বিয়াৰ দিন ঠিক কৰা হয় আৰু আশীৰ্বাদৰ স্থানতেই বিয়াৰ বিষয়ে সকলো ধৰণৰ আলোচনা সমাপ্ত কৰা হয়। এই অনুষ্ঠানৰ পাছতেই বিয়াৰ নিমন্ত্ৰণী পত্ৰ ছপা কৰি আত্মীয়-স্বজন, বন্ধু-বান্ধৱক বিয়ালৈ নিমন্ত্ৰণ জনোৱাৰ দিহা কৰা হয়।

বিয়াৰ আগতে আৰু কিছুমান অনুষ্ঠান হয়; যেনে— 'হলদি কোটা'(হালধি পিহা), কোনো কোনো ঠাইত 'পাণ-খিলি'(কেইবাজনীও আয়তীয়ে পাণ-খিলি বনাই দেৱস্থানত দিয়া), কোনো কোনো ঠাইত 'ৰূপশ্ৰী ব্ৰত'(কইনাৰ মাকে ব্ৰতত থাকি গছৰ ওচৰত কৰা নিয়ম) আদি হৈ থাকে। পাঁচজনী আয়তী মিলি হালধি বটে আৰু উৰালত ধান খুন্দি চাউল উলিয়ায় থৈ দিয়ে। সেই চাউল শ্ৰাদ্ধৰ কামত লগায় আৰু বিয়াৰ দিনা ৰাতি ক্ষীৰ ভোজন অনুষ্ঠানত এই চাউলেৰে পায়স বনাই দৰাক খুওৱা হয়। হালধি গুড়ি দৰাৰ ঘৰৰ পৰা কইনাৰ ঘৰলৈ বিয়াৰ দিনা কইনাক গা-ধুৱাবৰ বাবে ব্যৱহাৰ কৰিবলৈ পঠোৱা হয়। প্ৰথমে দৰাৰ ঘৰত এই 'হলুদ-কোটা' অনুষ্ঠান হয় আৰু সেই হালধি কইনাৰ ঘৰলৈকো পঠোৱা হয়।

বিয়াৰ আগৰ দিনা অধিবাস। দৰাৰ ঘৰৰ পৰা ছোৱালীৰ ঘৰলৈ অধিবাস 'তত্ব' হিচাপে সুন্দৰ-সুন্দৰ মিঠাই, কাপোৰ আদি সজাই পঠোৱা হয় আৰু সকলো ওচৰ চুবুৰীয়াই তাক চাবলৈ আহে। কইনা আৰু দৰাৰ ঘৰত অধিবাস পালনৰো কিছু নিয়ম আছে। অধিবাসত দৰাৰ ঘৰত গোৱা নামবোৰ এনে ধৰণৰ—

"আজ রামের অধিবাস
কাল রামের বিয়ে
কনে আনতে যাবে রাম
সঙ্গী-সাথী নিয়ে .........."

( আজি ৰামৰ অধিবাস, কাইলৈ ৰামৰ বিয়া, কইনা আনিবলৈ যাব ৰাম, বন্ধু-বান্ধৱ লৈ।)

অধিবাসৰ দিনা শুভ সময় চাই কইনাক শাখা(শংখৰ বগা খাৰু) আৰু গহনা পিন্ধোৱা হয়। সন্ধ্যা সময়ত 'গংগাক' নিমন্ত্ৰণ কৰি পানী তুলি আনি কইনাক গা-ধুওৱা হয়। কোনো কোনো ঠাইত বিয়াৰ আগৰ দিনা কইনাক সাতবাৰ নোওৱাৰ প্ৰথা আছে। অধিবাসৰ দিনা কইনাৰ ঘৰত গোৱা নামবোৰ এনেধৰণৰ —

"আজকে সীতার অধিবাস
স্বৰ্গ থেকে দেবতারা করে আশীর্বাদ

মায়ের হাতের হলুদ দিয়ে করে অধিবাস ........."

(আজি সীতাৰ অধিবাস, স্বৰ্গৰ পৰা দেৱতাসকলে কৰে আশীৰ্বাদ, আইৰ হাতৰ হালধিৰে স্নান কৰি থাটে অধিবাস)

এনেধৰণৰ আৰু কিছুমান বিয়াৰ নাম আছে —

"আজ কন্যার অধিবাস কাল কন্যার বিয়ে,
বর আসবে নিতে কন্যা ছাদনাতলা দিয়ে
আমরা আল্পনা দিলাম চালের গুড়া দিয়ে
অধিবাসের বাজনা বাজে তালে তাল দিয়ে .........."

(আজি কন্যাৰ অধিবাস কাইলৈ কন্যাৰ বিয়া, দৰা আহিব কইনা নিবলৈ ৰভাৰ তললৈ, আমি আল্পনা আকিলো চাউলৰ গুড়ি দি, অধিবাসৰ বাদ্য বাজে তালে তাল মিলি।)

বিয়াৰদিনা ধল পুৱাতে ঘাটলৈ গৈ পানী তুলি অনা হয়। ইয়াক 'চোৰা' (দৈয়ন) পানী বোলে। এই পানীৰে কইনাক বাহী বিয়াৰ দিনা গা-ধুওৱা হয়। পানী তোলাৰ প্ৰচলিত নামসমূহ হৈছে —

"জলের ঘাটে বাশী বাজেগো কমলা
আমরা জলে যাই
সব সখী লইয়া রাধে চলছে জলের ঘাটে
কেহ হাটে ধাইয়া ধাইয়া কেহ হাটে রইয়্যা রইয়্যা
রাধিকা সুন্দরী হাটে গায়ে ঝলই দিয়া
কেহর কাখে লোটা-ঘটি কেহর কাখে ঝারি
রাধিকা সুন্দরীর কাখে হীরার ও কলসী .........."

(নদীৰ পাৰত বাঁহী বাজিছে অ' কমলা, আমি নদীলৈ যাও, সখীসবৰ সতে ৰাধা গৈছে পানী ঘাটলৈ, কোনো গৈছে দৌৰি দৌৰি, কোনো গৈছে লাহে-লাহে, ৰাধিকা সুন্দৰী গৈছে সুন্দৰকৈ পোছাক পিন্ধি, কাৰোৰ কাষত লোটা-ঘটি, কাৰোৰ কাষত কলহ, ৰাধিকা সুন্দৰীৰ হাতত হীৰাৰ কলহ)।

বিয়াৰ দিনা ৰাতি পুৱাৰ পৰা কইনাৰ ঘৰত আনন্দ স্ফুৰ্ত্তি আৰম্ভ হয়। বিবাহ কাৰ্য সম্পন্ন কৰিব খোজা ঠাইখিনি সুন্দৰকৈ সজোৱা হয় আৰু চাৰি কোণত চাৰিটা কলগছৰ পুলি পুতি চাৰিটা কলহত ডাব আৰু আমৰ ডালি দি বহুৱা হয়; ইয়াকে 'ছাজনা' বোলে। কোনো কোনোৱে 'কুঞ্জ'(মড়ল) সজায়।

মড়ল সজোৱাৰ প্ৰচলিত নাম আছে —

"কুঞ্জ সাজাও গিয়া আসবো শ্যাম কালিয়া
কেন গো রাই কান্দিতেছে পাগলিনী হইয়া
আতর গোলা চুয়া চন্দন কটোরায় ভরিয়া
আইলে বন্ধু দিয়ো চন্দন ছিটাইয়্যা ছিটাইয়্যা
আইলে বন্ধু দিয়ো পুষ্প যুগল চরণ চাইয়া ..."

(মড়ল সজাঁও ব'লা শ্যাম কানু আহিব, কিয় ৰাধা পাগলী হৈ কান্দিছা, আতৰ গুলি চুয়া-চন্দন পাত্ৰত ভৰাই, দৰা আহিলে দিয়া ছটিয়াই ছটিয়াই, দৰা আহিলে পদ চৰণত ফুল দিয়া ছটিয়াই)

বিয়াৰ দিনা দৰা-কইনাৰ দুয়ো ঘৰতে ন-পুৰুষৰ শ্ৰাদ্ধ কৰা হয়। অৰ্থাৎ দৰা আৰু কইনাৰ পিতৃ স্থানীয় ব্যক্তি বা পূৰ্ব-পুৰুষৰ শ্ৰাদ্ধ কৰা হয়। দুপৰীয়া তিনিঘৰ বা পাঁচঘৰৰ পৰা 'সোহাগ জল' অনা হয়। আবেলি বেলিকা কইনাক হালধি সানি নোৱাবলৈ বহুওৱা হয়। কইনা ব্ৰতত থাকে যদিও 'বৃদ্ধি' হৈ যোৱাৰ পাছত দৈ-মিঠাই খাব পাৰে। আবেলি বেলা কইনাক সজাই - পৰাই বহুৱাই থোৱা হয়। নিমন্ত্ৰিত অতিথিসকল আহিবলৈ আৰম্ভ কৰে। কইনা সজোৱাৰো নাম আছে —

"সাজো-সাজো করে কন্যা কত পরে গয়না
বেনারসী না পরিলে বিয়ে মনে হয়না ..."

(সজোৱা-সজোৱা কইনাক কিমান গহনা পিন্ধিছে, বেনাৰসী নিপিন্ধিলে কইনা যেনেই নেলাগে।)

বিয়াৰ নিৰ্দিষ্ট লগ্ন থাকে। তাৰ আগতে দৰাই বৰযাত্ৰী লৈ কইনা-ঘৰত উপস্থিত হয়। কইনাৰ দৰে দৰায়ো নিজৰ ঘৰত হালধিৰে গা ধুই নতুন কাপোৰ পিন্ধি জ্যেষ্ঠজনৰ আশীৰ্বাদ লৈ কইনাৰ ঘৰলৈ যাত্ৰা কৰে। অহাৰ সময়ত দৰাই মাকক কয় "মা তোমাৰ কাৰণে বোৱাৰী আনিবলৈ যাও"। যেতিয়া দৰা আহি কইনাৰ পদূলিত উপস্থিত হয়, কইনাৰ মাক বা মাতৃ স্থানীয় লোকে আদৰি আনে। আদৰিবৰ বাবে দ'লাখন আগতেই বিভিন্ন উপাচাৰেৰে সজাই ৰাখে। কোনোৱাই এইকামত কুলা আৰু কোনোৱাই চালনী ব্যৱহাৰ কৰে। আদৰাৰ পাছত বৰযাত্ৰীসহ আহি দৰা ৰভাৰ তলত বহে আৰু কইনা-ঘৰে বৰযাত্ৰীক অভ্যৰ্থনা জনায়। তাৰ পাছত লগ্ন অনুযায়ী দৰা-কইনাক 'বেই'ৰ ওচৰলৈ লৈ যোৱা হয়। দৰা ঠিয় হৈ থাকে আৰু কইনাই দৰাৰ ফালে পিঠি দি দৰাৰ চাৰিওফালে সাত পাক ঘূৰে। এইসময়ত কইনাৰ মুখ, দুখন পাণ দি ঢাকি ৰখা হয়। সাত পাক

হোৱাৰ পাছত দুয়োৰে মাজত পৰস্পৰৰ শুভ দৃষ্টি বিনিময় হোৱাৰ পাছত মালা সলোৱা হয়। তাৰ পাছত পুৰোহিতে দুয়োকে ওচৰা-ওচৰিকৈ বহুৱাই নাৰায়ণ আৰু অগ্নিক সাক্ষী কৰি বৈদিক মন্ত্ৰ উচ্চাৰণ কৰে। পিতা বা পিতৃ স্থানীয় ব্যক্তিয়ে কইনাক দৰাৰ হাতত দান কৰে। তাৰ পাছত দৰাৰ চাদৰ আৰু কইনাৰ উৰ্ণাৰ আগেৰে লগ্ন গাঁঠি বন্ধা হয়। পাছত দৰাই কইনাৰ মুৰত সেন্দুৰ দিয়ে। বহুত পৰিয়ালত বাহী বিয়াৰ দিনাহে সেন্দুৰ দিয়াৰ নিয়ম আছে। কিছুমান পৰিয়ালত চাৰিদিনৰ দিনাহে সেন্দুৰ পিন্ধায়।

বিয়া ভগাৰ পাছত দৰা-কইনাক ৰভা-তলিৰ পৰা ভিতৰলৈ নিয়া হয়। তাত চাউল খেলা, নানা ধৰণৰ ৰং-ৰহইচ আৰু ডেকা-ডেকেৰী বিলাকে নাচ-গান, কৰে। এনেদৰেই ৰাতিটো পাৰ কৰি পিছদিনা বাহী বিয়া হয়। ৰাতিপুৱা হোৱাৰ লগে লগে কইনাৰ ভাই-ভনীহঁতে শয্যাৰ বাবদ টকা দাবী কৰে আৰু সামৰ্থ অনুযায়ী দৰাই টকা দিয়ে। অলপ দেৰিৰ পাছত দৰা-কইনাক গা-ধুওৱা হয়। তাৰ পাছত বাহী বিয়া হয়। এটা সৰু পুখুৰী সদৃশ গাঁত কৰি তাত পানী ভৰাই তাৰ চাৰিওফালে দৰা-কইনাক চৌধ্যপাক ঘূৰোৱা হয়। পুখুৰীটোৰ চাৰিওফালে চৌধ্যটা পাণ-চুপাৰি আৰু সেন্দুৰ থাকে। দৰাই সেই সেন্দুৰ উঠাই কইনাৰ শিৰত দিয়ে আৰু কইনাই পাণ-চুপাৰি কঁকালত বান্ধি ৰাখে। তাৰ পাছত 'সূৰ্য অৰ্ঘ' দিয়া আৰু পুখুৰীত আঙঠি খেলা হয়। দুপৰীয়া দৰাক বিভিন্ন ব্যঞ্জনেৰে খুওৱা হয়। আবেলি কইনাক লৈ দৰাই নিজৰ ঘৰলৈ যাত্ৰা কৰে। তাৰ আগতে জ্যেষ্ঠজনৰ আশীৰ্বাদ গ্ৰহণ কৰে। কইনাৰ ভায়েকে বিদায় মুহূৰ্তত গোৱা প্ৰচলিত বিদায় নামবোৰ এনে ধৰণৰ —

"আসবে সীতার রামচন্দ্র বাজবেরে সানাই।
আনন্দেরেই নাই যে সীমা আমি সীতার ভাই
সংগী-সাথী পাড়া পড়শী সবার মুখে হাসি
এতদিনে বোঝা গেল ঘরে খুশির বাশী
বিয়ের পরে বোনকে আমার নিয়ে যাবে স্বামী
চোখের জলে তখন তাকে বিদায় দেব আমি .........."

(সীতাৰ ৰামচন্দ্ৰ আহিব, বাজিব চেহনাই, আনন্দৰ সীমা নাই মই সীতাৰ ভাই, আমাৰ লগ-বন্ধু, ওচৰ-চুবুৰীয়া সকলোৰে মুখত হাঁহি, এতিয়াহে বুজা গ'ল ঘৰত আনন্দৰ বাঁহী, বিয়াৰ পাছত আমাৰ বাইদেউক লৈ যাব স্বামীয়ে, চকুৰ পানী টুকি টুকি মই তাইক বিদায় দিম।)

সন্ধ্যাৰ পাছত দৰাই কইনাক নিজৰ ঘৰলৈ লৈ যাওনা হয়। কাৰণ কইনাই দিনৰ পোহৰত শহুৰৰ ঘৰৰ চাল দেখিব নেপায়। নতুন কইনা শহুৰৰ ঘৰ সোমোৱাৰ পাছত নতুন কইনাক 'বৰণ দলা'ৰে আদৰা হয়। তাৰ পাছত 'আল্টা' গুলি এটা পাত্ৰত থোৱা হয় আৰু তাত ভৰি সুমুৱাই কইনা ঘৰৰ ভিতৰত সোমোৱাৰ পাছত দৰাৰ মাকে দৰা আৰু কইনা দুয়োকে কোলাত লৈ বহে। তাৰ পাছত আত্মীয় স্বজন সকলোৱে আশীৰ্বাদ দিয়ে। ইয়াৰ পাছত নতুন কইনাক পাকঘৰলৈ নি উতলি থকা গাখীৰ দেখুওৱা হয়, ভৰা ভাতৰ পাত্ৰ দেখুওৱা হয় আৰু অন্যান্য বস্তুৰে ভৰা পাত্ৰ দেখুওৱা হয়। ইয়াৰ অৰ্থ হৈছে — নতুন কইনাৰ দ্বাৰা ঘৰখন যাতে সমৃদ্ধিশালী হৈ পূৰ্ণপ্ৰাপ্ত হয়।

বিয়াৰ পাছৰ দিনা 'কালৰাতি'। বহুতে আকৌ তৃতীয় দিনাহে 'কালৰাতি' পালন কৰে। 'কালৰাতি'ৰ দিনা দৰা-কইনাই উভয়ে উভয়ৰ মুখ চোৱা নিষেধ।

'কালৰাতি'ৰ পাছত বৌ-ভাত বা চতুৰ্থ মঙ্গল। সেইদিনা দৰাৰ ঘৰত ৰাতিপুৱাৰ পৰাই উৎসৱ আৰম্ভ হয়। দুপৰীয়া নতুন কইনাক নানা উপচাৰেৰে আহাৰ খাবলৈ দিয়া হয়। বৌ-ভাতৰ উপলক্ষে যি খাদ্য ৰন্ধা হয় সেই খাদ্যৰ যিকোনো এটা উপাচাৰ ন-কইনাই ৰান্ধে নাইবা খাদ্য সামগ্ৰী সমূহ তেওঁ হাতেৰে চুই দিয়ে। ঘৰৰ সকলোৱে দুপৰীয়া যেতিয়া আহাৰ খাবলৈ বহে, তেতিয়া নতুন কইনাই সকলোৰে পাতত ঘি, ভাত দিয়ে। আবেলি নতুন কইনাক সজাই বহুৱাই থোৱা হয়। বন্ধু-বান্ধৱ, আত্মীয়-স্বজন আৰু নিমন্ত্ৰিত অতিথিসকল আহি আশিস-উপহাৰ যাচে আৰু তেওঁলোকক খোৱাই-বোৱাই অভ্যৰ্থনা কৰা হয়।

বিয়াৰ সকলোতকৈ মনোৰম অনুষ্ঠান হৈছে 'ফুল-শয্যা'। দৰা-কইনাক যিটো কোঠাত থাকিবলৈ দিয়া হয় সেই কোঠাটোৰ বিচনা আদি ফুলেৰে সুন্দৰকৈ সজোৱা হয়। কইনাৰ দেউতাকৰ ঘৰৰ পৰাই 'ফুল-শয্যা'ৰ বাবে নানা ধৰণৰ কাপোৰ, মিঠাই আদি সজাই পঠিয়ায়। ৰাতি নতুন কইনাই নাৰিকলৰ পানীৰে দৰাৰ ভৰি ধুৱাই নিজৰ চুলিৰে মচি দিয়ে। তাৰ পাছত মিঠাই খাবলৈ দিয়ে। তাৰ পাছত দৰা-কইনাক নিবিড়ভাৱে পৰিচিত হ'বলৈ সুবিধা দিয়া হয়। এইদৰে বৌ-ভাতৰ অনুষ্ঠান শেষ হয়। তাৰ পাছত 'অষ্ট-মঙ্গলা' বা 'দশমঙ্গলা'(আঠমঙলা বা দহ মঙলা) অনুষ্ঠান। কইনাৰ দেউতাকৰ ঘৰলৈ আঠদিন বা দহদিনৰ ভিতৰত গৈ বিয়াৰ দিনা দিয়া লগ্ন গাঁঠি খোলে। আঢ়ৈ দিন দৰা-কইনা, কইনাৰ দেউতাকৰ ঘৰত থাকি পুনৰ নিজৰ ঘৰলৈ ঘূৰি আহে।

বঙালী সমাজৰ বিয়াত 'তত্ব'ৰ এটা প্ৰধান গুৰুত্ব আছে। ইয়াৰ বাহিৰেও 'প্ৰণামী প্ৰথা'(মান ধৰা), 'ননদ পুটলী'(ননদৰ কাৰণে সুকীয়াকৈ কাপোৰসহ প্ৰসাধনৰ সকলো সামগ্ৰী) আদি কইনা-ঘৰৰ পৰা দিয়া হয়। তাৰোপৰি শহুৰৰ ঘৰৰ জ্যেষ্ঠসকলৰ কাৰণে,

পৰিয়ালৰ অন্যান্যসকলৰ কাৰণেও কাপোৰ দিয়াৰ প্ৰথা আছে। ঠিক সেইদৰে দৰাৰ ঘৰৰ পৰাও কইনাৰ ঘৰলৈ মানৰ বস্ত্ৰ পঠোৱা হয়।

বঙালী সমাজৰ বিয়াত 'বেণ্ডপাৰ্টি'ৰ এটা বিশেষ স্থান আছে, ইয়াত 'চেহনাই' ব্যৱহাৰ কৰা হয়। বহুতৰ ঘৰত দৰ্জাৰ ওচৰত ওখকৈ ভেটি বনাই 'চেহনাই' বজোৱাসকলৰ বাবে ব্যৱস্থা কৰা হয়। বঙালী সমাজৰ বিয়াত মুকুটৰো বিশেষ গুৰুত্ব আছে। পৰম্পৰাগতভাৱে দৰা-কইনা উভয়কে মুকুট পিন্ধোৱাৰ নিয়ম প্ৰচলিত হৈ আহিছে। বিয়াৰ বেছিসংখ্যক বস্তুৱেই 'স্ত্ৰী আচাৰ'(লোকাচাৰ)সমৃদ্ধ ।

বৰ্তমান আধুনিক যুগত বিভিন্ন ধৰণৰ বিবাহ পদ্ধতিৰ আচাৰ- অনুষ্ঠান সানমিহলি হৈ একাকাৰ হোৱাৰ পথত অগ্ৰসৰ হৈছে যদিও বিবাহৰ মূলতত্ত্বসমূহ অপৰিবৰ্তনীয় হৈ আছে। বঙালী সমাজৰ বিবাহ পদ্ধতি বিষয়ৰ উক্ত লেখাটিত কিবা ভুল-ভ্ৰান্তি হলে পাঠকৰ ওচৰত ক্ষমা বাঞ্চনীয় ।



◆ গীতা দত্তৰ উক্ত লেখাটি গায়ত্ৰী পাল ৰয় আৰু তাপসী চক্ৰবৰ্তীৰসহ আৰাধনা দেৱীয়ে বঙালীৰ পৰা অসমীয়ালৈ অনুবাদ কৰিছে ।

# অসমীয়া সমাজত বৈদিক বিবাহ পদ্ধতি

পুতলী দত্ত

বিবাহ সামাজিক জীৱনৰ এক বিশেষ অনুষ্ঠান। বিবাহৰ সৈতে ধৰ্মীয় ৰীতি-নীতি জড়িত হৈ আছে। অসমৰ বৰ্ণ হিন্দুসকলে বৈদিক প্ৰথা অনুসৰি হোম পুৰি বিবাহ পাতে। সদৌ ভাৰততে একে বেদ-মন্ত্ৰৰ দ্বাৰা বিবাহ কাৰ্য সম্পন্ন কৰা হয় যদিও অসমীয়া বিয়াৰ ৰীতি-নীতিয়ে এক অনন্য বৈশিষ্ট্য বহন কৰে। বিবাহ-- (বি-বহ্ +যঞ) বিয়া পৰিণয়, 'ভাৰ্যা-স্বামী' সম্বন্ধ কৰা কাৰ্যক বুজায়। একে ধৰ্ম, একে বৰ্ণ আৰু পৰস্পৰৰ মাজত সম্বন্ধহীন দুজন যুৱক-যুৱতীৰ স্বামী-স্ত্ৰী হিচাপে হোৱা মিলনকে বিবাহ বোলে। হিন্দু ধৰ্মৰ বিবাহ আঠ (৮) প্ৰকাৰৰ— (১) ব্ৰাহ্ম, (২) দৈৱ, (৩)আৰ্ষ, (৪) প্ৰাজাপত্য, (৫) গান্ধৰ্ব, (৬) আসুৰ, (৭) পৈশাচ, (৮) ৰাক্ষস। (ইয়াৰ প্ৰথম চাৰিবিধ উত্তম আৰু পিছৰ চাৰিবিধ অধম বুলি শাস্ত্ৰত উল্লেখ আছে।) (মনু - ৩/২১)

(১) ব্ৰাহ্ম বিবাহত কন্যাক বস্ত্ৰ আদিৰে ভূষিত কৰি, নিজৰ পচন্দ অনুসৰি কোনো সুন্দৰ, সুবিদ্বান আৰু কন্যাৰ যোগ্য পুৰুষক আহ্বান কৰি আনি আদৰ-অভ্যৰ্থনাসহকাৰে কন্যাদান কৰাকে ব্ৰাহ্ম বিবাহ বোলে।

(আচ্ছাদ্য চাৰ্চয়িত্বা চ শ্ৰুতিশীলবতে স্বয়ম্। আহুয় দানং কন্যায়া ব্ৰাহ্মো ধৰ্ম প্ৰকীৰ্ত্তিঃ।। (মনু - ৩/২৭)

(২) বৃহৎ যজ্ঞত কোনো বিদ্বান পুৰুষক বৰণ কৰি ব্ৰাহ্মণৰ কৰ্মত নিয়োজিত বস্ত্ৰ, অলঙ্কাৰ আদিৰে অলংকৃতা কন্যা দান কৰিলে তাক দৈৱ বিবাহ বোলে। (মনু - ৩/২৮)

(৩) এহাল বা দুহাল গাই, দমৰা দৰাৰ পৰা লৈ ধৰ্ম-পূৰ্বক কন্যাদান কৰিলে তাক আৰ্ষ বিবাহ বোলে। (মনু - ৩/২৯)

(৪) যজ্ঞশালাৰ বিধি অনুসৰি যজ্ঞাদি সম্পন্ন কৰি সকলোৰে সমুখত "তোমালোক দুয়োমিলি গৃহাশ্ৰমৰ কৰ্মবোৰ সুচাৰুৰূপে পালন কৰা" এনেদৰে

সম্বোধন কৰাৰ পিছত দৰা-কইনাৰ ইচ্ছাপূৰ্বক পাণি গ্ৰহণকে 'প্ৰাজাপত্য' বিবাহ বোলে। (মনু - ৩/৩০) (অপুষ্পিতা কন্যাৰ বাবে দৰা নিমন্ত্ৰণ কৰি আনি কন্যা দাতাই সালংকৃতা কৰি সম্প্ৰদান দিয়া বিবাহ।) আমাৰ সমাজৰ বাবে 'প্ৰাজাপত্য' বিবাহকে পূৰ্ব-পুৰুষসকলে যোগ্যতম বুলি বিবেচনা কৰি সেই মতে চলি আহিছে। কিন্তু লাহে লাহে শাস্ত্ৰীয় 'প্ৰাজাপত্য' প্ৰথাৰো ব্যতিক্ৰম ঘটিছে। আজিৰ পৰা প্ৰায় বহু বছৰ আগলৈকে, শান্তি হোৱাৰ আগতে কন্যাদান দিয়াটো 'প্ৰাজাপত্য' বিবাহৰ প্ৰধান বিষয় আছিল যদিও বৰ্তমান সেই নিয়ম আমাৰ সমাজত নাই। দ্বিতীয়তে 'হস্তোদক' দিয়া পূৰ্বৰ নিয়ম বৰ্তমান সমাজত কিছু পৰিবৰ্তন হৈছে। বিবাহ মণ্ডপত উপস্থিত হোৱাৰ পিছতে 'হস্তোদক' দিয়াটো আজিৰ সমাজতপৰিণত হৈছে। তৃতীয়তে গৰ্ভাধান কৰ্ম দৰাৰ ঘৰতহে হ'ব লাগে, সেইটোও আজিকালি বিবাহ হোমৰ অন্তত কইনাৰ ঘৰতে কৰা হৈছে। এই পৰিবৰ্তনবোৰ সমাজে স্বীকৃতি দিয়া বাবে শুদ্ধ বুলি গণ্য কৰা হৈছে। এই চাৰিপ্ৰকাৰ বিবাহেই উৎকৃষ্ট বিবাহ (মনু - ৩/২৫)

(৫) দৰা-পক্ষৰ জ্ঞাতি কুটুম্ব আৰু কন্যাক সাধ্যানুসাৰে ধন-বিত আদি প্ৰদান কৰি হোমাদিৰে কন্যাদান কৰিলে আসুৰ বিবাহ বোলে। (মনু - ৩/৩১ )

(৬) স্ত্ৰী-পুৰুষৰ স্ব-ইচ্ছাৰে মিলন ঘটালে আৰু কামনাসক্ত হৈ গোপনে পৰস্পৰে পৰস্পৰক পতি-পত্নী হিচাপে মানি লৈ যদি বিবাহ পাশত আবদ্ধ হয় তাকে গান্ধৰ্ব বিবাহ বোলে। (মনু - ৩/৩২ )

(৭) হনন আৰু ছেদন অৰ্থাৎ ৰক্ষকক ধৰাশায়ী কৰি ভয়ত কম্পমান আৰু ক্ৰন্দনৰতা কন্যা হৰণ কৰি যি বিবাহ কৰোৱা হয় তাক ৰাক্ষস বিবাহ বোলে। (মনু - ৩/৩৩ )

(৮) নিদ্ৰিতা বা মদ্যপান কৰি উন্মত্ত হোৱা নাৰীক নিজানত অকলে পাই দূষিত কৰা— ই সকলো প্ৰকাৰৰ বিবাহৰ ভিতৰতে অতি নিকৃষ্ট আৰু অপবিত্ৰ। ইয়াক পৈশাচ বিবাহ বোলে। (মনু - ৩/৩৪)

ব্ৰাহ্ম, দৈৱ, আৰ্ষ, আৰু প্ৰাজাপত্য— এই চাৰিপ্ৰকাৰৰ বিবাহত স্ত্ৰী-পুৰুষৰ পাৰস্পৰিক পাণি গ্ৰহণৰ দ্বাৰা যি সন্তানৰ উৎপত্তি হয়, সি বেদাদি শাস্ত্ৰত পাৰ্গত আৰু আপ্তপুৰুষৰ সমান শ্ৰেষ্ঠ হয় (মনু - ৩/৩৭), তেনেবোৰ সন্তান-সন্ততি ৰূপৱান, বলৱান, পৰাক্ৰমী, শুভবুদ্ধি সম্পন্ন, গুণবান, ঐশ্বৰ্যশালী, সকলো ভোগৰ ভোগী আৰু ধাৰ্মিক শ্ৰেষ্ঠ হৈ এশবছৰলৈ জীয়াই থাকে। (মনু - ৩/৩৯-৪০)। এই চাৰি প্ৰকাৰ বিবাহৰ বাহিৰে আসুৰ, গান্ধৰ্ব, ৰাক্ষস আৰু পৈশাচ নামেৰে নিকৃষ্ট বিবাহৰ ফলত জন্মলাভ

কৰা সন্তানসকল নীচ কৰ্মত প্ৰবৃত্ত, অসত্যবাদী, বৈদিক ধৰ্মৰ বিদ্বেষী আৰু চৰিত্ৰহীন হয় (মনু - ৩/৪১-৪২ )। সেইকাৰণে নিকৃষ্ট বিবাহ সমূহ ত্যাগ কৰি সৰ্বোৎকৃষ্ট সন্তান লাভৰ বাবে উত্তম প্ৰকাৰৰ বিবাহ কৰোৱা উচিত। তেহে সমাজ বৰ্তি থাকিব।

উল্লেখ আছে ঃ

উৎকৃষ্টায়াভিৰূপায় বৰায় সদৃশায় চ।
অপ্ৰাপ্তামপি তাং তস্মৈ কন্যাং দদ্যাদ্যথাবিধি।। (মনু - ৯/৭৭)

সুন্দৰ শ্ৰেষ্ঠ আৰু ৰূপবান বৰ পোৱাৰ লগে লগেই কন্যা বিবাহযোগ্যা নহ'লেও বিয়া দিব লাগে।

কামমামৰণাত্তিষ্ঠেদ গৃহে কন্যৰ্তুমত্যপি।
ন চৈবৈনাং প্ৰয়চ্ছেত্তু গুণহীনায় কৰ্হিচিৎ।। (মনু - ৯/৭৯)

প্ৰয়োজন হ'লে কন্যা আমৰণ পিতৃ গৃহত অবিবাহিতা হৈ দিন কটাব; তথাপিও অযোগ্য, অসৎ স্বভাৱৰ পুৰুষলৈ কেতিয়াও বিবাহ দিয়া উচিত নহয়।

এতিয়া অসমীয়া সমাজৰ বিবাহৰ কথালৈ আহোঁ। সাধাৰণতে ঘৰত বিবাহোপযোগী ল'ৰা বা ছোৱালী থাকিলে— উপযুক্ত পাত্ৰ-পাত্ৰীৰ সন্ধানৰ বাবে কোনো তৃতীয় ব্যক্তি(যাক কটকী, ঘটক, তামুলী আদি বুলি কোৱা হয়)ৰ দ্বাৰা প্ৰাৰম্ভিক যোগা-যোগ কৰাৰ পাছত নীতি- নিয়মৰ মাজেৰে বিবাহ কাৰ্যৰ বাবে আগবঢ়া হয়। প্ৰথমতে দৰা-ঘৰে ভাল মাহ, দিন-বাৰ-ক্ষণ চাই কন্যা-ঘৰত তামোল-পাণ পেলায়। দৰাৰ মাক-দেউতাকৰ সৈতে আত্মীয় লোকে তামোল-পাণৰ শৰাই লৈ কন্যা খোজেগৈ। কথা-বতৰা পাতি যদিহে ছোৱালী পচন্দ হয়, তেন্তে দৰাৰ ঘৰে তামোল-পাণৰ শৰাই আগবঢ়ায়। ছোৱালী ঘৰৰ যদিহে একো আপত্তি নাথাকে তেওঁলোকেও তামোল-পাণৰ শৰাই দি মত প্ৰকাশ কৰে। দৰা-ঘৰৰ মানুহক কইনাই চেলেং, গামোচা দি মান-সন্মান জনায়। কইনা-ঘৰে দৰা-ঘৰীয়া অতিথিক স-সন্মানেৰে চাহ-জলপান খুৱাই আপ্যায়িত কৰে।

ছোৱালী পচন্দ হোৱাৰ পাছতে আঙঠি পিন্ধাবলৈ দিন-বাৰ বন্দবস্ত কৰে। কইনা খোজাৰ দৰে ভাল দিন-বাৰ-ক্ষণ চাই আঙঠি পিন্ধাবলৈ ঠিক কৰা নিৰ্দিষ্ট দিনটোত— দৰাৰ মাক-দেউতাক, ভাই-ককাই, নবৌয়েক, ভনীয়েক, শালপতি, বৈনাই, জেঠেৰী আদি সম্বন্ধীয় লোক আৰু গাঁৱৰ দুই চাৰিজন মুখিয়ালৰ সৈতে আঙঠি পিন্ধাবলৈ যায়। সাধাৰণতে দৰাৰ মাকে কইনাক আঙঠি পিন্ধাব লাগে। মাকৰ অনুপস্থিতিত দৰাৰ নবৌকে বা কোনো নিকট আত্মীয়ই আঙঠি পিন্ধাব পাৰে। কোনো কোনো সমাজত দৰাইহে কইনাক আঙঠি পিন্ধোৱাৰ নিয়ম আছে। আঙঠিৰ লগত

তেল, পাউদাৰ-স্নো, ফণি-আইনাৰ লগতে পাটৰ কাপোৰ এযোৰ দিয়ে। আঙঠি পিন্ধোবাৰ সময়ত দৰা-ঘৰীয়াসকলক কইনা-ঘৰৰ পদূলিৰ মূৰতে কইনা-ঘৰীয়াই তামোল-পাণৰ শৰাই দি আদৰে। দৰা-ঘৰেও তামোল-পাণৰ শৰাই আগবঢ়াই আদৰণি-সম্ভাষণ গ্ৰহণ কৰে আৰু কইনাৰ মাক তথা সম্বন্ধীয়লোকে দৰা-ঘৰীয়াক ঘৰৰ ভিতৰলৈ আদৰি আনে। সমাজ বহাৰ পাছতে মাহীয়েকে বা বৌয়েক সম্বন্ধীয় কোনোৱে উৰুলি-ধ্বনিৰে কইনাক সমাজৰ আগলৈ লৈ আনে। কইনাৰ মাক, মাহীয়েকে সমাজক মূৰ দোৱাই সেৱা জনায়। দৰা-ঘৰীয়াই কইনাৰ মঙ্গলৰ অৰ্থে আশীৰ্বাদ দিয়ে। কইনাক সমাজৰ মাজত বহুৱাৰ পাছতে আঙঠি পিন্ধোবাৰ পৰ্ব আৰম্ভ হয় । প্ৰথমে দৰাৰ মাক বা কোনো জ্যেষ্ঠ আত্মীয় মহিলাই কইনাৰ মূৰত তেল দি উৰুলি দিয়ে, মূৰ ফণিয়াই কপালত সেন্দূৰৰ তিলক পিন্ধাই দি সোঁ হাতৰ অনামিকা আঙুলিত আঙঠি পিন্ধায় দিয়ে; লগত নিয়া কাপোৰযোৰ নবৌয়েকে বা ননদে পিন্ধাই দিয়ে, আয়তীসকলে জাউৰীয়ে জাউৰীয়ে উৰুলি দিয়ে। আঙঠি পিন্ধোবা পৰ্ব শেষ কৰি কইনাই ৰাইজক সেৱা জনায় আৰু ৰাইজে আশীৰ্বাদ দিয়ে। পাছত দৰা-ঘৰীয়াসহ আলহী-অতিথিসকলক জা-জলপানেৰে আপ্যায়িত কৰে।

পুৰোহিতে গণনা কৰি দিয়া মতে বিয়াৰ দিন-বাৰ-ক্ষণ ঠিক কৰা হয়। বিয়াৰ এসপ্তাহ বা দহদিনৰ আগত ৰাইজ চপাই (দৰা-কইনা উভয়ৰে ঘৰত) বিয়াৰ যাৱতীয় কাম-কাজৰ বাবে, মাননিসহ এশৰাই তামোল-পাণ আগ আগবঢ়ায়। ইয়াকে 'ভাৰসা দিয়া' বুলি কয়। ৰাইজেও গৃহস্থক বিয়াখনৰ সকলো কাম-কাজ শেষ কৰাৰ প্ৰতিশ্ৰুতি দি ৰভাদিয়া, খৰিফলা, দূৰৰ খুটিৰ পৰা দৈ অনা, জা-জলপান খুন্দা, খোল-পটুৱা গোটোৱা, গাঁৱৰ মানুহৰ ঘৰৰ পৰা চকী-বেঞ্চ, ঢাৰি-পাতি আৰু বাচন-বৰ্তন গোটাই অনা আদি সকলো কামত লাগি যায়।

সাধাৰণতে আগৰ দিনৰ বিয়াবিলাক তিনিদিনীয়াকৈ অনুষ্ঠিত কৰা হৈছিল। প্ৰথম দিনা জোৰণ, দ্বিতীয় দিনা গাঁঠিয়ন আৰু তৃতীয় দিনা বিয়া।

***প্ৰথম দিনা জোৰোণ :***

জোৰোণৰ দিনাখন পুৱাতে দৰাৰ ঘৰত দৰাৰ মাক, কইনাৰ ঘৰত কইনাৰ মাকে বয়োজ্যেষ্ঠা দুগৰাকীমানেৰে সৈতে শুভক্ষণ মতে পদূলিত কল পুলি পুতি উৰুলি-ধ্বনিৰে সৈতে আমডালি আঁৰে। আমডালিত পাণ আৰু আমৰ পাত গাঁঠি সী দিয়া হয়। ঘৰৰ প্ৰতিখন দুৱাৰ মুখতো আমডালি আঁৰে। দৰা-ঘৰৰ পৰা জোৰণ ওলাই অহা পূৰ্বে কইনা-ঘৰলৈ নিয়া— তেল-সেন্দূৰ, আ-অলঙ্কাৰ, কাপোৰ-কানিৰ বাকচ, জলপান, দৈৰ কলহ, কইনাৰ মাকৰ পেটৰ পোৱণি মাৰিবলৈ দুদালমান বনৰীয়া কচুৰ থোৰ(নিয়া বিশেষ নিয়ম)ৰ লগত গোটা মাছ আদি সকলো বস্তু সমাজৰ আগত থৈ দৰাৰ মাক -দেউতাকে তামোল-পাণৰ শৰাই আৰু মাননি দি ৰাইজক সেৱা জনায়।

কোনো কোনো সমাজত কইনা-ঘৰলৈ জোৰোণ দিয়া সামগ্ৰীৰ লগত বাৰীৰ এথোক তামোলো দিয়ে। পদূলি মুখলৈকে ৰাইজে জোৰোণ আগবঢ়াই দিয়ে।

আয়তীসকলে উৰুলি-জাকি মাৰি গায় ঃ

জাত ঃ ওলাই আহক ৰামৰ মাতৃ ৰজাৰ মহাদে ।
শুভক্ষণে যাত্ৰা কৰি জোৰোণ দিওঁগে ।।

পদ ঃ খাৰু লওকে মণি লওকে কুণ্ডল সাতেসৰী ।
তেল সেন্দুৰ কাকৈ লওকে শৰাই ভৰি ।।
পাটৰ লওঁক মুগাৰ লওঁক আৰু মেজাঙ্কৰী ।
ভাৰ পাচি সজাই লওঁক অতি যতন কৰি ।।

কইনাৰ ঘৰ দূৰণিবটিয়া হ'লে জোৰোণ দিবলৈ যোৱা নিৰ্বাচিত ব্যক্তিসকলৰ বাবে দৰা-ঘৰে গাড়ীৰ ব্যৱস্থা কৰে; যদিও দুই-একে নিজা গাড়ীৰেও যায়। ওচৰৰ গাঁৱৰ হ'লে খোজেৰেই বাট লয় ।

শুভক্ষণত জোৰোণ গৈ কইনা-ঘৰৰ পদূলিত আমডালি অঁৰা কল পুলিৰ তলত উপস্থিত হোৱাৰ লগে লগে— জোৰোণ পালেহি বুলি কইনা-ঘৰত আয়তীসকলে উৰুলি জাকি মাৰি গায় ঃ

জাত ঃ দোলা আনা দুলীয়া জাপি আনা লগুৱা
জোৰোণ আহি আছে বৈ আইদেউক মাত লগোৱা

পদ ঃ ৰামৰে ঘৰৰে অয়ে অলঙ্কাৰে
আনিছো শৰাই ভৰাই। হে দোলা হে ...
ভিতৰতে বহি কি কৰা জানেকী
লোৱাহি মাথা দোঁৱাই। হে দোলা হে ...

উখল-মাখলেৰে কইনাৰ মাকে হাতত তামোল-পাণৰ শৰাই আৰু আয়তীসকলৰ জাঁত জাঁত উৰুলি-ধ্বনিৰে মাহী, পেহী, খুড়ীসহিতে জোৰোণ আদৰি আনে। দৰা-ঘৰৰ শৰাইখন কইনা-ঘৰৰ শৰাইৰ লগত সলনা-সলনি কৰা নিয়ম। ৰভা তলত চাৰিটা সৰু সৰু কল পুলিৰে নিৰ্মিত গোসাঁই থাপনাৰ আগত দুয়ো পক্ষই শৰাই দুখন থৈ ৰাইজক সেৱা জনায়। দৰা-পক্ষই জোৰোণ উপলক্ষে নিয়া সামগ্ৰীসমূহ ৰাইজৰ আগত চমজাই দিয়ে ।

আয়তীসকলে গায় ঃ

জাত ঃ অ' মন ঘুনুচা
আমাৰে আইদেউলৈ কি কি আনিছা

পদ ঃ আগৰখন ভাৰতে কি কি আনিছা ৰভাৰে তলতে থোৱা ।
অ' মন ঘুনুচা...........
আইদেউ ঘৰলৈ কি কাৰ্যে আহিছা ৰাইজৰ আগতে কোৱা।
অ' মন ঘুনুচা.........
জোৰোণৰ গুৰিয়াল কোন কোন আহিছা
আইদেউলৈ আনিছা কি।
অ' মন ঘুনুচা.............
কাপোৰ বনে কৰা থাক সঁচাৰ মৰা সোণৰে শিকলি দি।।
অ' মন ঘুনুচা.............

তাৰ পাছত নীতি-নিয়মৰ মাজেৰে কইনাক সজোৱা পৰ্ব আৰম্ভ হয়। দৰা-ঘৰীয়া দুগৰিৰ পৰা দৰাৰ মাকে এমুঠি চাউল লৈ কইনাৰ বাবে বিশেষভাৱে পাৰি থোৱা পাটিৰ তলত ছটিয়াই দিয়াৰ পাছতেই জোৰোণ পিন্ধাবলৈ কইনাক ভিতৰৰ পৰা এগৰাকী বোৱাৰীয়ে ধৰি ধৰি সমাজৰ মাজলৈ উলিয়াই আনে। ওলাই অহাৰ সময়ত আয়তীসকলে বিয়া নাম জোৰে ঃ

ওলাই আহা আইদেউ দুৱাৰ দলি বাজ
ঘৰতে পিন্ধাব জোৰোণ নকৰিবা লাজ।
ওলাই আহা আইদেউ মাটিত মংগল চাই
গণকে গণিতা কৰে ক্ষণ চৰি যায় ..........

কইনা পাটীত বহাৰ পাছতে দৰাৰ মাকে মূৰত তেল দি মূৰ ফণিয়াই, কপালত সেন্দূৰৰ ফোঁট, শিৰত সেন্দূৰ বুলাই দি উৰুলি জোকাৰ মাৰি জোৰোণ পিন্ধায়। বাকী বস্ত্ৰ অলংকাৰ দৰাৰ নবৌয়েক বা কোনো আত্মীয়ই পিন্ধায়। অতীজতে কইনাক থুৰিয়া(কাণত পিন্ধা), গাম খাৰু(সোণ পানী চৰোৱা), গলপতা, মাদলী, বেনা, আঙঠি, জোনবিৰি, দুগদুগী ইত্যাদিৰ লগতে সিংখাপৰ পাটৰ ৰিহা-মেখেলা-চাদৰ, মেজাঙ্কৰী মুগাৰ ৰিহা-মেখেলা-চাদৰ জোৰোণত দিছিল। হিচাবমতে জোৰোণত মুগাৰ এযোৰ, পাটৰ এযোৰ আৰু তিয়নি হিচাপে এযোৰ কপাহী কাপোৰ— মুঠ তিনিযোৰা কাপোৰ দিয়াতো নিয়ম। কোনো কোনো অঞ্চলত দৰা-ঘৰৰ পৰা ঘৰতে বোৱা পাট-মুগাৰ ৰিহা, মেখেলা, চাদৰ, ব্লাউজ আদি দিয়ে। কইনাক সজাবলৈ লওঁতে আয়তীয়ে গায় ঃ

মাৰাৰ অলঙ্কাৰ থোৱাহে আইদেউ
দেউতাৰাৰ অলঙ্কাৰ থোৱা।

ৰামে দি পঠাইছে বিচিত্ৰ অলঙ্কাৰ
হাতে জোৰ কৰি লোৱাহে ৰাম ৰাম ............

অলঙ্কাৰ, বস্ত্ৰ পৰিধান কৰাৰ পাছতে কইনাই সমজুৱাক সেৱা জনায় আৰু ৰাইজে আশীৰ্বাদ দিয়ে।

দৰা-ঘৰৰ পৰা অন্যান্য সামগ্ৰীৰ লগতে বটা মাহ-হালধিৰ টোপোলা দুটা আৰু ঘট দুযোৰা আনে। কইনাই এইবোৰ স্পৰ্শ কৰাৰ পাছত তাৰে আধা দৰাৰ বাবে পঠিয়ায় আৰু আধা কইনাৰ বাবে ৰাখে । জোৰোণ দিবলৈ অহা মুল মানুহগৰাকীৰ হাতত কইনাই দৰালৈ চেলেং-চাদৰ, পাটৰ ফুলাম গামোচা আৰু নিজ হাতেৰে কৰা গাৰু গিলিপ, ৰুমাল আদি পঠায়। দৰাই সেইবোৰ বিয়াৰ দিনা দিনত নিজৰ ঘৰত আৰু ৰাতি কইনাৰ ঘৰলৈ দৰা সাজি যাওতে পিন্ধাৰ নিয়ম।

জোৰোণৰ নীতি-নিয়ম শেষ হোৱাৰ পাছতে কইনা-ঘৰীয়াই দৰা-ঘৰীয়াসহিতে উপস্থিত ৰাইজক জা-জলপানৰে আপ্যায়িত কৰে। জোৰণ শেষ কৰি দৰা-ঘৰীয়াসকল ওভতাৰ সময়ত কইনাৰ মাক-দেউতাক, অভিভাৱক, অঙহী-বঙহীয়ে তামোল-পাণৰ শৰাইৰে পদূলি মুখলৈকে আগবঢ়াই দিয়ে।

গধূলি কইনাৰ ঘৰত ডেকা, বুঢ়া, গাভৰু, বোৱাৰী, বুঢ়ী, ল'ৰা-ছোৱালী আটায়ে আহি সমবেত হয়। ডেকাবোৰে ঢোল-তাল লৈ পানী তুলিবলৈ সাজু হয়। দৰা-ঘৰেই হওক বা কইনা-ঘৰেই হওক ঢুলীয়া দলক তামোল-পাণৰ শৰাই দি পানী তুলিবলৈ নিমন্ত্ৰণ জনোৱাটো নিয়ম। পুষ্পিতা নোহোৱা কণমানি এজনীয়ে দুণৰি ধৰে আৰু ডেকামখাই ঢোল-দগৰত তাল ৰাখি ৰং-ৰহইচেৰে ৰাজহুৱা নামঘৰৰ বৰপুখুৰীত নাইবা নদী, কুঁৱা অথবা ঘৰুৱা পুখুৰীত পানী তুলিবলৈ ওলায়।

আয়তীয়ে নাম জোৰে ঃ

ঢোল দগৰ বজোৱা, দুণৰি ঘট সজোৱা
পানী, তুলিবলৈ দৈৱকীকে উলিওৱা .....

পানী তুলিবলৈ বুলি কাষত ঘট লৈ 'দৈৱকী' অৰ্থাৎ দৰা বা কইনাৰ মাক বা বৌৱেক সম্বন্ধীয় মহিলাগৰাকী ওলাই আহে। পাছে পাছে আয়তীসকলে নামজুৰি খোজ লয় ঃ

জাত ঃ কাষে ঘট লোৱা ৰাধা এ মাথাই লোৱা মালা।
যমুনালৈ যাব লাগে নকৰিবা হেলা।।
পদ ঃ জয় পানী তুলিবলৈ জয় ওলাইছে দৈৱকী
জয় তিয়হৰ জালি যেন ভৰি।

জয় আগতে গৈছে জয় গায়নে বায়নে
জয় হিলৈ জাঁই জাঁই কৰি ...

পানী তুলিবলৈ যাওঁতে বাটত বৈ বৈ বিহুৱাই বিহু মাৰে। আয়তীসকলে নামৰ আঁত নিচিগি গায়েই থাকে ঃ

জয় বিণিকি বিণিকি জয় দেখিছোঁ যমুনা
জয় বৈ আছে কদম্বৰ তলে।
জয় নন্দ শ্যামেকানাই জয় কদমত আছে
জয় দিয়ে কি নিদিয়ে জল ...

পুখুৰীৰ পানীলৈ নামি 'দৈৱকী'য়ে সমুখৰ পানীখিনি চুৰি কটাৰীৰে তিনিবাৰ কাটি এবাৰ এবাৰকৈ তিনিবাৰ লৈ ঘটত ভৰায়; আয়তীসকলে গায় ঃ

জয় পঞ্চ বৰণেৰে জয় পাঁচোটা টেকেলি
জয় ফটিক বৰণেৰে পানী।
জয় আজি আইদেউ ঘৰে জয় কিবা যজ্ঞ কৰে
জয় অনাইছো যমুনাৰে পানী ...

এইখিনিতে আয়তীসকলে কইনা বা দৰাৰ মাকক জোকাই ধেমেলিয়া সুৰত গায় ঃ

দৰা/কইনাৰ মাক লেতেৰী নুধুৱে টেকেলি
তোলে গৰু খোজৰ পানী ।। ....

পানী তুলি ঘূৰি আহোঁতে পদূলি মুৰতে ঢুলীয়াক কইনাৰ ককায়েকে তামোল-পাণ মাননিৰে সৈতে আদৰিব লাগে। ঘটৰ পানী ঘৰৰ পানীপোতাৰ চালত ঢালিব লাগে।

আয়তীসকলে গায় ঃ

ৰামকৃষ্ণ চালত পানী দিবা ৰামকৃষ্ণ ধাৰে নিচিগিবা
হৰিমোৰ ঐ অতি সাবধানে হ'বা।
ৰাম কৃষ্ণ নিয়মকৈ সোমোৱা ৰামকৃষ্ণ পিচলি পৰিবা
হৰি মোৰ ঐ মড়ল চাই টেকেলি থ'বা ...

কইনাৰ মাকে ভিতৰ সোমাই গা-ধুৱাবলৈ বুলি বেইৰ তললৈ কইনাৰ আচলত ধৰি উলিয়াই আনে। এবাঁ ছোৱালী এজনীয়ে পিছে পিছে এবাঁ গাখীৰ, দৈ মিহলি

দৈয়ন কইনাৰ মাক, কইনালে ছুটিয়াই যায়। ইকৰা তিনিডালৰ সৈতে বেই প্ৰস্তুত কৰে। সেই বেইৰ তলতে কইনাক গা- ধুৱায়। আয়তীসকলে কইনাক নামৰে গা- ধুৱলৈ বেইৰ তললৈ আমন্ত্ৰণ জনায় ঃ

ওলাই আহা আইদেউ দুৱাৰ দলিৰ বাজ
ঘৰতে নোৱাৰ লাগে নকৰিবা লাজ ।। ...

বেইৰ তলত চামকাঠৰ পীৰা এখন আৰু সমুখত পুব ফালে আগলি কলপাত এখনত শিলগুটি এটা আৰু দুয়োকাষে খেৰৰ দুটা মুঠি থোৱা হয়। কইনাই পীৰাত বহোঁতে কলপাতখনত দুয়োখন ভৰি থৈ বহাৰ নিয়ম। মাতৃস্থানীয় আত্মীয় বয়োজ্যেষ্ঠা এগৰাকীয়ে আয়তীসকলৰ উৰুলি-জোকাৰৰ মাজত কইনাৰ চুলিখিনি উভতাই— দৰা-ঘৰৰ পৰা জোৰণত অনা তেল ঢালি মূৰত ঘঁহি দি কাঁকৈৰে ফণিয়াই দিয়ে। প্ৰথমে মাহৰ ফোঁট কপালত দি মাহ-হালধি গোটেই গাতে ঘঁহি দিব লাগে। (দৰাৰ ক্ষেত্ৰতো অনুৰূপ নিয়ম পালন কৰা হয়।)

আয়তীসকলে গায় ঃ

মাহ হালধিয়ে নোৱালে ধুৱালে
তেল দি বোলালে চুলি ।। ...

দৰা/কইনাক সেইদিনা পাঁচলোটা পানীৰে গা ধুৱলৈ দিয়ে। তাৰ দ্বিতীয় দিনা(গাঁঠিয়নৰ দিনা) সাত লোটা আৰু তৃতীয় দিনা অৰ্থাৎ বিয়াৰ দিনা ন লোটা পানী ঢলা নিয়ম। কইনাই গাত পানী ঢলা সময়ত আয়তীসকলে গায় ঃ

আমফুলে থোপা-থুপি, কদম ফুলে হালি
বেইৰ মাজত পদ্ম জলে, মেঘে ঢালে পানী
আইদেউৰ পদূলিতে হালি আছে নল
কলহে কলহে ঢালে যমুনাৰে জল ।। ...

জোৰোণ, অধিবাস আৰু বিয়া তিনিও দিনতে এনেদৰে নাম-গুণেৰে কইনাক গা ধুওৱা হয়। গা-ধুই উঠি কাপোৰ সলোৱাৰ পাছতে জোৰোণৰ দিনা মাকে দুণৰিৰ চাউলেৰে কইনাৰ মূৰত তিনিবাৰ চাউল দিয়ে, বিয়াৰ দিনা সাত গৰাকী সধৱাই মূৰত চাউল দিয়ে আৰু গায় ঃ

আগত দিয়ে পাছত দিয়ে, সপ্ত আয়তীয়ে
ধোৱা ঘাটৰ পানী আনি, আইদেউৰ মূৰত দিয়ে ।।....

তাৰ পাছত মাকে 'আমসাৰ', 'চাকিসাৰ' দিয়াৰ অন্তত নিয়ম অনুসৰি মোমায়েকে আদৰৰ ভাগিনীক দাং-কোলাকে নি মড়লৰ কাষত বহুৱায়। 'টেকেলি'ৰ দিনা কইনাক

মাত্র মূৰহে ফণিয়াই দিয়ে, বাকী কাপোৰ-কানি গা-ধুই যি সাজ পিন্ধিছিল সেই সাজেই থাকে। মাথো আয়তীসকলে জাত, জাত বিয়ানামহে গায়।

বিয়ানামসমূহত অসমীয়া সমাজৰ চিত্ৰ এখন ফুটি উঠে। 'টেকেলি' বা জোৰোণৰ দিনাখন চাহ, তামোল আদিৰে ৰাইজক আপ্যায়িত কৰি সেইদিনা বিদায় দিয়ে।

*দ্বিতীয় দিনা গাঁঠিয়ন ঃ*

জোৰোণৰ পাছ দিনা গাঁঠিয়ন খুন্দা হয়। ঠাই বিশেষে সেইদিনাও পানী তুলি আনি কইনাক ইকৰা তিনিডালেৰে সজোৱা বেইৰ তলত গা-ধুৱাই দাং-কোলাকৈ অনা হয়। আগ দিনা নোৱাব খোজোতে সজোৱাৰ দৰেই সজাই দৰা বা কইনাক নোৱনি ঠাইত বহুৱাই উত্তম সাজ পিন্ধায়। তাৰ পিছত দৰা বা কইনাৰ সমুখত এখন পতাত গাঁঠিয়ন থৈ মাক আৰু দৰা বা কইনাক এখন কাপোৰেৰে ঢাকি দৰা বা কইনাৰ মূৰত এগৰাকী আয়তীয়ে ঘটটো ধৰি থাকে। কাপোৰৰ ভিতৰত থকা দৰা বা কইনাই কোনেও গাঁঠিয়নৰ পতাখন নেদেখাকৈয়ে হাতখনেৰে পতা গুটিটো ধৰি টেকেলি ধৰা গৰাকী অৰ্থাৎ মাক আৰু তিনি গৰাকী বা পাঁচ গৰাকী আয়তীয়ে পতা গুটিটো ধৰে। নামতীয়ে গাঁঠিয়নৰ জন্ম বৃত্তান্ত গায় আৰু নামৰ চেৱে চেৱে তিনিবাৰ পটাগুটিটো ধৰোতাই খুন্দে। এইদৰে নাম শেষ নোহোৱালৈকে খুন্দি থাকে। যেতিয়া নাম শেষ হয় তেতিয়া খুন্দা গাঁঠিয়নৰ ফোঁট লৈ দৰা বা কইনাক সেই পাটীতে শুই থাকিবলৈ দিয়া হয়। লগত দুণৰি ধৰাজনীৰ সৈতে তিনিজনী এৱা ছোৱালী আৰু মাক থাকে।

*তৃতীয় দিনা বিয়া ঃ*

বিয়াৰ দিনা নিচেই ৰাতিপুৱাতেই পানী তুলি আনি কইনা বা দৰাক গা-ধুৱায়। গা-ধুই দৈৱকীয়ে অৰ্থাৎ মাকে দৰা বা কইনা শুই থকা ঘৰটোৰ দুৱাৰ মুখত আঁৰ কাপোৰ এখন তৰি ভিতৰ ফালে পীৰা এখন পাৰি থৈ বাহিৰ ফালে দৰা বা কইনাৰ সমুখত ঘটটো থৈ, দৈ দুবাতিত পাণ ছুখিলাকৈ থৈ, সেই বাতি দুটা দুণৰিটোত থৈ চাকি জ্বলাই থোৱা হয়। বাহিৰৰ পৰা আয়তীইতে প্ৰথমে উৰুলি দি দৈয়নৰ নাম গায়। লগে লগে দৰা বা কইনা উঠি আহি পাৰি থোৱা পীৰাত বহি ভৰি কেইটা আঁৰ কাপোৰৰ তলেদি উলিয়াই ৰাখে। পাছত মাকে দৈৰ বাতি দুটাৰ এটা আগত লৈ আঁঠুকাঢ়ি দুহাতে দুখিলা পাণ লৈ দৈত জুবুৰিয়াই দৰা বা কইনাৰ ভৰিত সানি নিজৰ গাৰফালে ছাতি মাৰে। সেইদৰে কৰা হ'লে ঘট-পানী, আমডালিৰে তিনিবাৰ ছটিয়াই ছটিয়াই নিজৰ গাৰফালে বাতিটো অনা হয়। অৱশেষত আমসাৰ দি মাক আঁতৰি আহিলে এৱা ছোৱালী অৰ্থাৎ দুণৰি লোৱাজনী আৰু দৈ-পানী

ছটিওৱা জনীয়েও দৈয়ন দি উঠাৰ পাছত আঁৰ কাপোৰৰ তলেদি দৰা বা কইনাসহ ওলাই যাব লাগে। দৈয়ন দিওঁতে গোৱা নাম ঃ

জাত ঃ উঠা উঠা আইদেউ নুঠিলে নহয়।
আজি তোমাৰ বিবাহ হ'ব দৈয়নৰ সময়।।

পদ ঃ আয়তীসকলে সিংহ দুৱাৰত বৈ।
দিব খোজে শুভ দৈয়ন উঠা লাহেকৈ।।
আগবাঢ়ি আহাঁ আইদেউ দুৱাৰ মুখলৈ।
তোমাৰ আয়েৰে দৈয়ন দিব আঁঠুকাঢ়ি লৈ।।
দৈয়ন দিয়া দৈয়ন দিয়া আপোনাৰে আই।
ভালে কৰি দৈয়ন দিয়া এই বাৰেই যায়।।

বিয়াৰ দিনা পুৱা বেলাতে দৰা-কইনাৰ দুয়ো ঘৰতে ভকত-বৈষ্ণৱ নিমন্ত্ৰণ কৰি নাম-কীৰ্ত্তন আৰু ব্ৰাহ্মণৰ দ্বাৰা ন-পুৰুষৰ শ্ৰাদ্ধ সমাধা কৰা হয়। বাকী দিনটো খোৱা-বোৱা আৰু নিমন্ত্ৰীত অতিথি শুশ্ৰূষাৰ মাজেৰে পাৰ হৈ যায়। সন্ধিয়া হোৱাৰ লগে লগে দৰা-কইনা দুয়ো ঘৰতে পানী তুলিবলৈ যাবলৈ ওখল-মাখল লাগে। আয়তীসকলে গায় ঃ

ঢোল দগৰ বজোৱা, দুণৰি ঘট সজোৱা।
পানী তুলিবলৈ দৈৱকীকে ওলোৱা ।। ...

অসমীয়া বিবাহ অনুষ্ঠানত দৰা-কইনাক ৰাম-সীতা, কৃষ্ণ-ৰুক্মিণী, অথবা অৰ্জুন-সুভদ্ৰা বুলি ভবাৰ দৰে, দৰা-কইনা উভয়ৰে মাকক দৈৱকী নতুবা যশোদা সম্বোধনেৰে সম্বোধি বিয়ানামসমূহ গোৱা হয় এনেদৰে ঃ

জলভৰি যশোদা পাছলৈ নাচাবা
সাগৰৰ লাগিব জগৰ।
জগৰো লাগিব সাগৰো ভাগিব
বৈ যাব যমুনাৰ পানীহে ।। .........

এনেদৰে নামে-গুণে, ঢোলে-দগৰে পানী তুলি আয়তীসকলে বিয়া-ঘৰ পায়হি। দৰা বা কইনাক গা-ধুৱাবলৈ যিখন বেই সজায়, সেইখনবো কাৰু-কাৰ্য চাবলগীয়া। চাৰিওফালে চাৰি কোণত কল গছৰ চাৰিটা পুলি পোতে। খুঁটাৰ মাজত কল-পটুৱাৰে গঁঠা(বাঁহৰ চালিৰ দৰে সজোৱা) বেৰৰ দৰে নিৰ্মাণ কৰি মাটিত পাৰি দি কল পুলি কেইটাত চাৰিওফালে আমডালি আঁৰি দিয়ে। বেইৰ ঠিক মাজতে মাটিত হাঁহ কণী পুতি দিয়ে ।এইটো প্ৰজননৰ চিন বুলি লোক বিশ্বাস। মাকে গা-ধুৱাবলৈ বেইৰ তললৈ কইনা উলিয়াই আনে।

আয়তীসকলে গায় ঃ

ওলাই আহা ... (আগদিনাৰ দৰে গায়)

মাকে 'আমসাৰ', 'চাকিসাৰ' দিয়াৰ পাছত তিনিমুঠি চাউল দুণৰিৰ পৰা লৈ এমুঠি এমুঠিকৈ মূৰৰ ওপৰত থৈ বেইৰ চাৰিওকোণে ছটিয়াই দিয়ে। কইনাক দাংকোলাকৈ মোমায়েকে বা ভিনিহিয়েকে আনি মড়লৰ কাষত বহুৱায়। লগৰ সমনীয়াই কইনাক সজাবলৈ আৰম্ভ কৰে। চুলি ফণিয়াবলৈ আয়োজন কৰোতে ই, আয়তীসকলে গায় ঃ

আমাৰে আইটি নিচেই কুমলীয়া
যেন কলপাতৰ থুৰি ।
আটিব নেজানে কঁকালৰ কাচুটি
মেলাব নেজানে চুলি ।। .... ।

বিয়ানামবোৰত দৰা-কইনাৰ ৰূপ বৰ্ণনা, বৈবাহিক জীৱনৰ মুখ্য উদ্দেশ্য আদিৰ সৰল বৰ্ণনাৰ উপৰিও অসমীয়া ঘৰুৱা জীৱনৰ চিত্ৰ এখনি প্ৰাঞ্জল ৰূপত ডাঙি ধৰা দেখা যায় ঃ

জাত ঃ চাউল চালিবাৰে ৰূপহী চালনী
বহি জাৰিবৰে কুলা।
জীয়ৰী ধনেৰে কিনো দৌল বান্ধিবা ....
উৰি যায় শিমলু তুলা ।। ...

পদ ঃ আয়ে চাউল চালে চালনী নুঘূৰে
বোপায়ে তামোল কাটে সৰু
সৰুটো ভায়েকে ধৰম বিয়া দিলে
লগতো নিদিলে গৰু ।। ...

দৰা-ঘৰতো দৰাক নোৱাই-ধুৱাই 'দৰা সাজ' পিন্ধাই মূৰত তুলসী মালাৰে সৈতে কইনা-ঘৰলৈ যাবৰ বাবে সাজু কৰোৱা হয়। বিশেষ নিয়মেৰে মাক-দেউতাকক সেৱা কৰি দৰাই ৰাইজৰ পৰা আশীৰ্বাদ লৈ কইনাৰ ঘৰলৈ যাত্ৰা আৰম্ভ কৰে। দৰাৰ লগত পুৰোহিত, বন্ধু-বান্ধৱ, দেউতাক আদিও থাকে। কোনো কোনো ঠাইত দৰা, কইনাৰ ঘৰলৈ আহোঁতে দৰাক বাট আগছা নিয়ম আছে। আচলতে লগৰ সমনীয়া বা চেঙেলীয়া ল'ৰাই বাট আগছি বিভিন্ন প্ৰশ্নৰে দৰাক ব্যতিব্যস্ত কৰি ধেমালি কৰে। প্ৰত্যুত্তৰত দৰাই সাধ্যানুসাৰে আগছাসকলক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰে।

ইফালে কইনাৰ ঘৰত মড়লৰ সমুখত কইনা সজোৱা কামত ব্যস্ত হৈ থাকোতেই বাহিৰত দৰা আহি পোৱাৰ বতৰাই চেমনীয়াসকলৰ মাজত খদমদম লগায়। দৰা

অহাৰ বক্তব্য শুনি আয়তীসকলে উৰুলি দিয়ে। 'বিষ্ণুস্বৰূপী দৰা'ক আদৰিবলৈ কইনাদাতাৰো খদমদম লাগে।

"বিয়া"— অসমীয়া সমাজৰ বাবে নীতি-নিয়মৰ মাজেৰে অনুষ্ঠিত কৰা এটি সামাজিক অনুষ্ঠানেই কেবল নহয়— ই দুখন ঘৰ আৰু দুখন সমাজৰ মহা মিলনৰো আনন্দোৎসৱ হিচাপে ইয়াত ৰং-তামাচাইয়ো বিশেষ স্থান পায়। সেয়ে দৰা আহি কল-তলৰ চামৰ পীৰাত থিয় দিয়া সময়ত কইনা-ঘৰীয়া নামতীসকলে তামাচা কৰি গায় ঃ

ৰাম ৰাম লোকৰে পদুলিত
ঠিয় হৈ আছাহি
ভিক্ষা বা মাগিছা কি ।। ...

দৰা-ঘৰীয়া নামতীয়েও কইনা-ঘৰীয়াক উদ্দেশ্যি ধেমেলিয়া সুৰত গায় ঃ

কিনো কলপুলি ৰুলা অ' জেঠেৰী
গাতে হালি জালি পৰে
আমাৰ কলপুলি চোৱাগৈ জেঠেৰী
যোৰ হাতী বান্ধিব পাৰে ।। ...

কইনাৰ দেউতাক বা অভিভাৱকে কান্ধত গামোচা দি প্ৰথমে দৰাক আদৰাৰ পাছত পৰ্যায় ক্ৰমে বংশ পৰিয়ালৰ সদস্যসকলে ইচ্ছানুসৰি বিভিন্ন উপহাৰেৰে দৰাক আদৰে। শেষত কইনাৰ মাকক চেলেং চাদৰ এখনেৰে আঁৰ দি দৰাক আদৰিবলৈ আয়তীসকলে লৈ যায়। মাকে ধূপ-চাকিসহ তিনিটা পিঠাগুড়ি লাডুৰে সু-সজ্জিত কাঁহীৰে সৈতে দৰাক আদৰিবলৈ যায়। দৰাৰ সমুখত তিনিপাক কাঁহীখন ঘূৰোৱাৰ পাছত কান্ধত গামোচা দি পিঠাগুড়ি লাডু তিনিটা এটা এটাকৈ দৰাক শুঙাই তিনি কোণলৈ দলিয়াই দিয়ে। পাছত বিচনীৰে বিচি দি দৰাক দুয়ো গালত চুমা খায়। ইয়াৰ পাছত কইনাৰ ভনীয়েকে দৰাক ভৰি ধুৱায় আৰু দৰাই নিজৰ অৱস্থা বুজি পইচা দিয়ে। তাৰ পাছত কইনাৰ মাকে দৰাৰ আঁচলত ধৰি ৰভা-তললৈ লৈ গৈ সমজুৱাক সেৱা কৰি দৰাক 'নিৰ্দিষ্ট আসন'ত বহুৱায়। যদি দৰাৰ সখিয়েক থাকে, তেনেহ'লে তেওঁকো সাধ্যানুসৰী কইনা-ঘৰীয়াই আদৰে।

দৰা বহাৰ লগে লগে আয়তীসকলে মংগল উৰুলি-ধ্বনিৰে বিয়াৰ ৰভাতল ৰজনজনাই তোলে। দৰাক যিহেতু বিবাহ অনুষ্ঠানৰ প্ৰধান পুৰুষ হিচাপে গণ্য কৰা হয়, সেয়ে নামতীসকলে গায় ঃ

গছৰ মধ্যে তামোল থুপি লতাৰ মধ্যে পাণ
সভাৰ মধ্যে শ্ৰীৰামচন্দ্ৰ পুৰুষ প্ৰধান ।। ...

দৰা-পক্ষৰ নামতীয়ে দৰাৰ গুণানুকীৰ্ত্তন কৰি ৰভা-তল ৰজনজনাই থাকোতে, ভিতৰত কইনা-ধৰীয়া নামতীয়ে ৰভাতলিলৈ কইনাক উলিয়াই দিয়াৰ দাৰুণ বেদনাৰ কৰুণ গীতৰ জোৰাৰ তোলে ঃ

আগফাল শুৱনি কাকিনী তামোল
পাছফাল শুৱনি পাণ।
ৰবঘৰ শুৱনি জীয়ৰী ছোৱালী
উলিয়াই দিবলৈ টান ।। ...

*হোমৰ ভেটি স্থাপন ঃ*

পুৰোহিতে দৰা অহাৰ আগতেই হোমৰ ভেটি স্থাপন কৰে। হোমৰ ভেটি নিৰ্দিষ্ট নিয়মৰ মাজেৰে তলত দিয়া ধৰণেৰে স্থাপন কৰা হয়।

(১) কুল ব্ৰাহ্মণাদি সদস্য বৰণ পৰ্যন্ত কাম শেষ কৰি হোমৰ ভেটি(এহাত দীৰ্ঘ-প্ৰস্থ) জুখি বিধিমতে সংস্কাৰ কৰি পূব আৰু পশ্চিমে ছয় আঙুল বাদ দিয়ে, দক্ষিণে তিনি আঙুল বাদ দিয়ে আৰু উত্তৰে ন আঙুল বাদ দিয়ে। মাজত সাত আঙুল ৰাখি ব্যৱধান ৰাখি, এজুলি দীঘল ৰেখা তিনিটা কৰিব লাগে। অঙ্গুষ্ঠ তৰ্জ্জনীৰে সেই ৰেখা তিনিটাৰ মাটি ঈশানলৈ পেলায়, তাৰ আগতে ৰেখা তিনিটা লিপি, শান্তি কৰিব, ৰেখা তিনিটা পুনৰ স্পষ্ট কৰি তাৰ পিছতহে ৰেখাৰ মাটি ঈশানলৈ পেলাব লাগে। এই কাম তিনি বাৰ কৰা দেখা যায়। তাৰ পিছত অগ্নি স্থাপন কৰে। এই কাৰ্য্যৰ বাবে একেদিনাই অৰ্থাৎ বিবাহৰ দিনাই কটা আম গছৰ নিৰ্দিষ্ট পৰিমাণৰ খৰি প্ৰয়োজন হয়।

মণ্ডপত পূবা পশ্চিমাকৈ কন্দলী স্থাপন কৰি তাৰ মাজত অগ্নি ৰাখে আৰু ক্ৰব্যাদাংশ পৰিত্যাগ কৰি অগ্নিক আবাহন কৰে। আবাহনৰ অন্তত দুয়োটা হাতেৰে ধৰি নিজৰ ফালে অগ্নিক মধ্যৰেখাৰ ওপৰত স্থাপন কৰে। আবাহনৰ মন্ত্ৰ "ওঁ ই হৈ বায়"ঃ ইতি। কন্যাদাতা আৰু দৰা উভয়ে নিজ নিজ পুৰোহিতৰ নিৰ্দেশ আৰু বিধানমতে বিবাহকৃত্যত ভাগ লয়। কন্যা সম্প্ৰদানৰ পিছত দৰা-পক্ষৰ পুৰোহিতে প্ৰাধান্য লাভ কৰে।

প্ৰাচীন বিবাহ বিধিত মণ্ডপলৈ আহি দৰাই পাৰ্থিৱ শিৱপূজা কৰাৰ কথা পোৱা নাযায়; কিন্তু বৰ্তমান সমাজত সেই নিয়ম চলি আছে। আচলতে কন্যাদাতা আৰু উভয়ে গণেশাদি পঞ্চদেৱতা পূজা কৰি স্তুতিবাচন কৰিব লাগে। তাৰ পাছত দৰাক হস্তোদকৰ বৰণ দিব লাগে।

হস্তোদক দিয়াৰ অৰ্থ হ'ল দাতাই "মোৰ কন্যাটি তোমাক সম্প্ৰদান দিম" বুলি কৰা প্ৰতিজ্ঞা আৰু দৰাই সেই কন্যা মই গ্ৰহণ কৰিম বুলি কোৱাৰ উত্তৰ। এই কাম বিবাহৰ আগদিনা হ'ব লাগে। বিবাহৰ বন্দোবস্ত হোৱাৰ পিছত শুভদিনত আগতীয়াকৈও কৰি ল'ব পাৰে। কিন্তু সমাজে আজিকালি একে বিবাহ মণ্ডপতে হস্তোদক দিয়াৰ নিয়ম কৰিছে।

*হস্তোদকঃ*

ওঁ বিষ্ণুঃ সর্ব মঙ্গলে শিৱে সর্বাৰ্থ সাধিকে। .............

ওঁ সূৰ্য্য- সোম- যমঃ কাল- মহাভূতানি পঞ্চশ।

১ ২ ৩ ৪ ৫ ৬ ৭ ৮

-পবনো-দিকপতি- ভূমিৰাকাশে-শ্চেচৰামৰা

৯ ১০ ১১ ১২ ১৩ ১৪

(এই চৈধ্যজনক সাক্ষী কৰি কৰ্মবাক্তা কৰা হ'ল এয়ে ভাবাৰ্থ)ওঁ তৎ সদিত্যাদিত জলপূৰ্ণ তাম্রপাত্রত তিল, শিলিখা, কুশ লৈ সংকল্প লৈ কন্যাদাতাই দৰাৰ হাতত তাম্রপত্রৰ জল শিলিখাৰ সৈতে দিয়ে আৰু দৰাইয়ো বৰণ মন্ত্র উচ্চাৰণ কৰি সেইখিনি গ্রহণ কৰে।

ইয়াৰ অৰ্থ হ'ল কন্যাদাতাই ছোৱালীজনী দিম বুলি প্রতিজ্ঞা আৰু দৰাই সেই প্রতিজ্ঞা অক্ষুন্ন ৰাখি কন্যাটি বিয়া কৰাম বুলি দিয়া প্রতিশ্রুতি। দৰাই দিয়া প্রতিশ্রুতিৰ অন্তত পুনৰ কন্যাদাতাই কৃতাঞ্জলি হৈ দৰালৈ চাই কয়ঃ 'মোৰ এই উক্ত প্রতিজ্ঞা সত্য হওঁক, কন্যাটি তোমাৰ পত্নী(গোত্র গামিনী) হওক, আজি এই হস্তোদক দিয়া হ'ল গ্রহণ কৰা, প্রাজাপত্য বিধিমতে(তোমাৰ সৈতে) যথা সময়ত সম্প্রদান দিম।'

পুৰণি কালত বিবাহৰ পূৰ্বে অন্য শুভ দিনটো হস্তোদক দিয়াৰ নিয়ম আছিল, সেইবাবে ওপৰৰ কথা কেইটা, হস্তোদক দিয়াৰ পিছত কন্যাদাতাই কব লগা হয়।

*বিষ্টৰাদি - দানঃ*

(১) দৰা বৰণ কৰি প্রথমে বিষ্টৰ দান কৰি কন্যাদাতাই বৰক দিয়ে। মন্ত্র ঃ 'ওঁ বিষ্টৰৰো বিষ্টৰং প্রতি গৃহ্যতাম্' দৰাইও 'বিষ্টৰং প্রতি গৃহ্নামি' বুলি লয় আৰু নিজৰ আসনৰ তলত উত্তৰাগ্র কৰি থৈ মন্ত্র পাঠ কৰে ঃ "ওঁ বৰ্ষ্মোহস্মি সমানাস্থা মুদ্য তামিবসূৰ্যঃ ই মন্ত্রমভিতিষ্ঠামি যোমাকশ্চা ভিদাসতি" ততো দাতা ওঁ পাদ্যং পাদ্যং প্রতিগৃহ্যতামিতি পাদ্যমৰ্পয়েৎ। বৰঃ ওঁ পাদ্যং। প্রতিগৃহ্নামীতি গৃহীত্বা ভূমৌনিধায় তজ্জলমঞ্জলি মাদায় দক্ষিণং পাদং প্রক্ষালয়েৎ অনেনমন্ত্রেণ ।

অৰ্থ— মই সাধাৰণ প্রকাশৰ ভিতৰত সূৰ্যৰ দৰে, সমান জাতিৰ ঢাকনি হলো, কোনোৱে যদি মোক হিংসা কৰে তেন্তে তেওঁ এই বিস্তাৰাসনৰ দৰে অৱনত হ'ব।

(২) ওঁ বিৰাজো দেহোহসি বিৰাজো দোহ মসীয় মৈয়ে পাদ্যয়ে বিৰাজো দোহঃ। বাম পাদেচ তথৈবদদ্যাৎ । বৈশ্য শূদ্রো য়োব্বাম পাদে সকৃ দেব দদ্যাৎ। ওতঃ কন্যাদাতা পূৰ্ব্ববৎ অন্যং বিষ্টৰং দদ্যাৎ। বৰঃ বিষ্টৰং গৃহীত্বা তেনৈব মন্ত্রেণ উত্তৰাগ্রং কৃত্বাউপনিবিৱেৎ।। ততঃ কন্যাদাতা তাম্রাদি পাত্রস্থং গন্ধপুষ্প দূৰ্ব্বাক্ষত তিল কুশ সৰ্বপযুক্তং জলং গৃহীত্বা ও অৰ্ঘঃ অৰ্ঘঃ প্রত্তি গহ্যতাং বৰঃ ও অৰ্ঘঃ মীতি গৃহ্নামীতি গৃহীয়াদনেন ।

অৰ্থ— দাতাই দুৰ্ব্বা, বিনয় গুটি, অপৰাজিতা যুক্ত পাত্ৰলৈ ওঁ পাদ্যাং(মন্ত্ৰ ৩ বাৰ পাঠ কৰি) সতৈজ সাধাৰং পাদ্যং প্ৰতি গৃহ্যতাম্ বুলিব, বৰেওঁ সতৈজ....তাম, বুলি হাততলৈ মাটিত থব আৰু তাৰ পানী একাজলী হাতত লৈ সোঁ ভৰি ধুই, মন্ত্ৰটো পাঠ কৰে; অৰ্থ— হে জল তুমি নিৰ্মল কাৰক সেইবাবে মই তোমাক নিৰ্মল কৰিবলৈ গ্ৰহণ কৰিছো। তুমি মোৰ চৰণ নিৰ্মল কৰা। একে মন্ত্ৰৰে বাওঁ ভৰি ধুৱে।

ওং আপঃস্থূ যুষ্মাভিঃ সৰ্ব্বান্ কামনা বাপ্নবানি।।

ইতি গহীত্বা শিৰিসি বিধৃত্যা ভূমৌ ত্যজেদনেন।।

(৩) দাতাই পুনৰ তাম্ৰপাতত তিল কুশ সৰিয়হ গন্ধ পুষ্প দূৰ্বা অক্ষত আদিৰে জলপূৰ্ণ কৰি ঃ 'ওঁ অঘং (এই শব্দ ৩ বাৰ) সতৈজ সাধাৰং অঘং প্ৰতি গৃহ্যতাম্' বুলি দিয়ে, দাতাই ঃ 'ওঁ অঘং প্ৰতি গৃহ্নামি' বুলি লয় আৰু উক্তমন্ত্ৰ পাঠ কৰে।

অৰ্থ— হে জল তুমি সমস্ত জগৎ ব্যাপীহৈ আছাঁ, তোমাক গ্ৰহণ কৰাৰ বাবে মোৰ সকলোখিনি কামনা সিদ্ধি হওঁক । তাৰপিছত সেই জলপাত্ৰ শিৰতলৈ লাহে লাহে পানীখিনি মাটিলৈ এৰি দি য়ে আৰু ৪ নং মন্ত্ৰটো পাঠ কৰে ।

(৪) 'ওঁ সমুদ্ৰং বঃ প্ৰহিণোমিস্বাং সোনি মভি গচ্ছতা অৰিষ্টা অস্মাকং বীৰা মা পৰা পৰা সেচি মৎ পয় ঃ'

অৰ্থ— হে জল মই তোমাক সাগৰলৈ বিসৰ্জন দিলো, গতিকে তুমি যেন আমাৰ একো অনিষ্ট নকৰি পুনৰ সাগৰলৈ যোৱাগৈ।

দৰাই গায়— 'ওঁ ধুয্য কৰ্ম্মসং স্থান সূৰ্য্য মণ্ডল সংস্থিত ঃ'

*বিবাহৰ হোম ঃ*

গায়ত্ৰীৰে অগ্নি সংস্কাৰ কৰি কদলী স্থাপন কৰিব "ওঁ কদলী" ইতি মন্ত্ৰৰে। তাৰ পিছত ওঁ বৈশ্বানৰোণ ইতি মন্ত্ৰৰে অগ্নিক আবাহন কৰে । অগ্নিৰ দক্ষিণফালে ২২ আঙুলি দূৰত শান্তি পানী ছটিয়াই পুৰফালে আগ কৰি কুশাসন স্থাপন কৰি, অগ্নি প্ৰদক্ষিণ কৰি সেই আসনত কুশ ব্ৰাহ্মণক ওঁ ব্ৰহ্মান্নিহো পৰিশ্যতাম্ মন্ত্ৰৰে বহুৱাই অগ্নিৰ উত্তৰে কুশৰ ওপৰত প্ৰণীতা পাত্ৰ স্থাপন কৰে। ইয়াৰ পিছত, পূৰ্বাদিক্ৰমত অগ্নিৰ চাৰিওফালে কুশেৰে, ওঁ অগ্নিমীলে ইত্যাদি মন্ত্ৰৰে আস্তৰণ দিয়ে।

(৩) পৰমান্নৰ চাউল সংস্কাৰ তলত দিয়া মতে কৰে। পৰমান্নৰ পাত্ৰটো নিজৰ সমুখত পাতিত শূপস্থ(কুলা, ডলা বা খৰাহি) চাউল খিনি 'ওঁ প্ৰাজাপত্যয়েত্বাযুষ্টিৎ প্ৰোক্ষামি' মন্ত্ৰেৰে শান্তি কৰে , 'ও প্ৰজাপতয়েত্ব য়ুষ্টং গৃহ্নামি' এমুঠি চাউল হাতত লয় আৰু "ত্বাওঁ প্ৰাজাপত্যৰে ত্বয়ুষ্টং নিধপামি' মন্ত্ৰৰে পৰমান্নৰ পাত্ৰত থয়। সেইমতে 'ওঁ অগ্নেয়ে সৃষ্টিকৃতেত্বাযুষ্ট প্ৰোক্ষামি" মন্ত্ৰৰে দ্বিতীয়বাৰ শান্তি কৰি 'অগ্নেয়ে সৃষ্টিকৃতেত্ম ত্বাযুষ্টং গৃহ্নামি' মন্ত্ৰৰে দ্বিতীয় মুঠি চাউল হাততলৈ 'ওঁ অগ্নেয়ে সৃষ্টিকৃতে ত্বাযুষ্টং নিধপামি' মন্ত্ৰৰে চৰুত থয়। মন্ত্ৰ নোগোৱাকৈ আৰু দুমুঠি চাউল পৰমান্নৰ চৰুত থয়।

তাৰ লগত উপযুক্ত পৰিমাণৰ দুগ্ধ দি পাক কৰে। হোমাগ্নিৰ উত্তৰে পৰমান্নৰ চৰু আৰু দক্ষিণে ঘিউপাত্ৰ থয়। পাক হলে জ্বলা জুই এডাল ঘিউ আৰু পৰমান্নৰ ওপৰত তিনিবাৰ ঘূৰাই পুনৰ জুই ডাল পূৰ্ব্ব ঠাইত থয়।

শ্ৰুক্ শ্ৰুব দুডাল প্ৰোক্ষণীপাত্ৰৰ জলেৰে শান্তি কৰি তলমূৱা কৈ অগ্নিত গৰম কৰে। সমাৰ্জন কুশেৰে হোম-মাৰি দুডাল গুৰিৰ পৰা আগলৈ, আগৰ পৰা গুৰিলৈ ৩ বাৰ সাৰে আৰু অগ্নিত দি গৰম কৰে। তাৰ পিছত পুনৰ শান্তি কৰি অগ্নিৰ উত্তৰে আস্তৰণ কুশৰ ওপৰত তলমূৱাকৈ ৰাখি, সেইমতে মোক্ষণী(হেতা) সংস্কাৰ কৰিব লাগে। পৰমান্ন পাক হ'লে তাত ঘিউ দুই শ্ৰুব দি উত্তৰফালে ঢাকোন দি থব লাগে।

*সৰ্ব প্ৰায়চিত্ত হোম :*

"ওং ত্বন্নো ওঁ সত্বন্নে ওঁ অয়শ্চাগ্নে ওঁ যেতে শতং ওঁ উদুত্তমং।
ওঁ প্ৰজা প্ৰতয়ে স্বাহা ইদং প্ৰজাপতয়ে।"
এই সাতোটা মন্ত্ৰৰে অগ্নিত ঘৃতাহুতি কৰে।

এই হোমত কুশ ব্ৰাহ্মণৰ সৈতে অম্বাৰন্ধ কৰি লয়। কোনো কোনো ঠাইত মহাব্যাহৃতি হোমত অম্বাৰন্ধ কৰি লোৱাও দেখা যায়।

এই হোমৰ অন্তত কন্যাক যজ্ঞ মণ্ডপলৈ আনিব লাগে। মণ্ডপলৈ অনাৰ আগতে কইনাক সধবা মাতৃবৎসকলে তীৰ্থ জলেৰে স্নান কৰাই অক্ষুণ্ণ বস্ত্ৰালঙ্কাৰ পৰিধান কৰাব লাগে। হোমৰ থলীলৈ উলিয়াই আনোতে আয়তীসকলৰ উৰুলি জোকাৰৰ মাজত দুগৰাকী সধৱাই চেলেং চাদৰ এখনেৰে কইনাক আঁৰ দি আনে।

কইনাক যজ্ঞ মণ্ডপত উপস্থিত কৰোৱাৰ পিছতে, দৰাৰ দ্বাৰা 'ও চন্দ্ৰং চন্দং' মন্ত্ৰৰে মুখ চন্দিকা কৰাব, দুৰ্ব্বাক্ষত সমগ্ৰক কইনাৰ মূৰত দিয়ে। সম্ভৱস্থলত কইনাই দৰাক লাজা, অক্ষত, দুৰ্ব্বাপুষ্প আদিৰে পূজা কৰিব লাগে। ইয়াৰ বিকল্প হিচাপে সমাজত দৰা-কইনাই পাঁচবাৰ বা সাতবাৰ প্ৰদক্ষিণ কৰোৱাৰ ঠাইত সেই সংখ্যা কৰি ঢোপ খেলাৰ নিয়ম বৰ্তমান প্ৰচলিত আছে। তাৰ পাছত দৰা-কইনা আসনত বহে আৰু দৰাই কইনাৰ পৰিহিত বস্ত্ৰত ধৰি 'ও জৰাং গচ্ছ' মন্ত্ৰ পাঠ কৰে।

*জৰাং গচ্ছ মন্ত্ৰাৰ্থ :*

হে আয়ুষ্মতি বস্ত্ৰ পৰিধান কৰা। কদাচিটো বস্ত্ৰহীনা নহ'বা, বস্ত্ৰৰ দ্বাৰা মনোহাৰিণী হোৱা, শৰণৰ নিমিত্তে পৱিত্ৰ হোৱা; শতবৰ্ষ জীৱিত থাকা, সৌন্দৰ্য যুক্তা হৈ ধন আৰু পুত্ৰৱতী হোৱা। তাৰ পিছত "ওঁ যা অকৃন্তন" মন্ত্ৰ চাদৰ ধৰি পাঠ কৰে। মন্ত্ৰ পাঠৰ শেষত দৰা-কইনা উভয়ে উভয়ৰ মুখলৈ দৃষ্টিপাত কৰে। দৰাই 'ও সমঞ্জন্তু' পাঠ কৰাৰ পাছত লগ্নক্ষণ মতে দৰা-কইনা উভয়ে উভয়ক মাল্যাৰ্পণ কৰে। কইনাই দৰাক সেৱা জনায় আৰু দৰাই কইনাক আশীৰ্বাদ দিয়ে।

ইয়াৰ অন্তত কন্যাদাতাক হোম-যজ্ঞৰ দক্ষিণফালে বহুৱাই বেদৰ নীতি অনুসৰি 'ওঁ অক্ষপ্ৰভৃতি' মন্ত্ৰ পাঠ কৰায়। এই মন্ত্ৰ কইনাক উপলক্ষ্য কৰি পাঠ কৰে।

'ওঁ যা অকৃন্তন অবয়ন যা অতন্বত যাশ্চদেৱী স্তুতূনভিতোহ
ততস্থা তাস্তাদেৱীৰ্জৰয়ে সম্বয়স্বা ঃ যুষ্মতীদং পৰিধৎস্ববাসঃ।।
কইনা-দৰায়ো অন্যোহন্যা মুখা লোকনেন বৰঃ পঠতি।
'ওঁ যা অকৃন্তন অবয়ন ঃ

মন্ত্ৰাৰ্থ— হে আয়ুষ্মতি, যিসকল দেৱীয়ে সূতা কাটিলে, যি সকলে সূতা দীঘ-বাণি দি বলে সেই সকলে তোমাক বস্ত্ৰ পিন্ধাওক, তুমি এই বস্ত্ৰ চিৰকালৰ বাবে সৰ্বাঙ্গ ঢাকি যেন পিন্ধিব পাৰা।

'ওঁ সমঞ্জন্ত বিশ্বদেবাঃ সমাপোহৃদয়ানিনৌ...

মন্ত্ৰাৰ্থ— সমস্ত দেৱতা আৰু উছৰ্গা কৰা জনে, তোমাৰ আৰু মোৰ অন্তঃকৰণ মিলাওক, প্ৰাণ বায়ুৱে আমি দুয়োকে সংযোগ কৰক, প্ৰাজাপত্য আৰু ইচ্ছাধিস্থাত্ৰীয়ে আমাক মিলাওক।

উক্ত মন্ত্ৰ পাঠৰ অন্তত দৰা উত্তৰ মুৱা হৈ সোঁ আঁঠুৰ ওপৰত বাওঁহাত তাৰ ওপৰত সোঁহাত ওপৰমুৱা কৰি যহে। দাতাই কইনাক শান্তি কৰি গন্ধ-পুষ্পৰে, কইনা-দৰা দুয়োকো পূজা কৰে আৰু পূজাৰ অন্তত সঙ্কল্পৰ পাত্ৰত কইনাৰ হাত ৰাখি তাৰ ওপৰত দাতাৰ হাত ৰাখি ওঁ সূৰ্য সোমাদি পাঠৰ অন্তত দৰাৰ-কইনা দুয়ো পক্ষৰ তিনি পুৰুষৰ নাম-গোত্ৰ-বেদ আদিৰ উল্লেখ কৰি দৰাৰ হাতত কইনাৰ হাত মিলাই দান দিয়ে। দৰাই 'স্বস্তি' গ্ৰহণ কৰে।

দাতাই কইনাৰ সোঁহাতৰ আঙুলি দৰাৰ সোঁহাতৰ আঙুলি গায়ত্ৰী মন্ত্ৰেৰে, কুশেৰে এক কৰি বান্ধে। ইয়াৰ অন্তত কন্যাদানৰ দক্ষিণা যৌতুক আদি কন্যাদাতাৰ শক্তি অনুসৰি দৰাক দিয়ে। দৰাইও 'ওঁ কোদাৎ' ইতিমন্ত্ৰ পাঠ কৰে, এই মন্ত্ৰ পাঠৰ অন্তত দাতাই হস্তগ্ৰন্থি মোচন কৰে, বধূ-বৰ দুয়োকে শ্বেত বস্ত্ৰৰে লগ্নগ্ৰন্থি দিয়ে।

দৰাই গায়— হে কইনা, তুমি বৃদ্ধিকাৰী আৰু কল্যাণ হোৱা, আমাক ত্যাগ নকৰিবা। তোমাক অভিলাষ কৰি মই উৎপাদক ইন্দ্ৰিয় প্ৰয়োগ কৰিম আৰু তুমিও মোৰ অভিলাষিণী হৈ উৰু প্ৰসাৰণ কৰিবা। তোমাত মোৰ বহু কামনা আছে।

"ওঁ অগ্নিৰেতু প্ৰথলো .... ইদ'মগ্নয়ে"।।

***আজ্যহোম ঃ***

অৰ্থ— হে ইন্দ্ৰাদি দেৱতাৰ মুখস্বৰূপ অগ্নি। আহক, এই কইনাৰ পুত্ৰাদিক, মৃত্যু আৰু বন্ধনৰ পৰা মুক্ত কৰক, এই বিষয়ত ৰজা বৰুণেও অনুমোদন কৰে, যাতে এই নাৰীয়ে পুত্ৰৰ পৰা কাহানিও শোক নেপায়।

"ওঁ ভগায়স্বাহা। ইদং ভগায়।...

দক্ষিণ পাদং দাপয়ন মন্ত্রান্ পঠ্যে।।"

ওঁ ভগায়স্বাহা মন্ত্রেৰে কইনাৰ ভায়েকে কুলাত থকা আখৈখিনি কুলাৰ কোনেৰে অগ্নিত ঢালি দিয়ে। ইয়াৰ পিছত অন্তাৰম্ব পূৰ্ব্বক হোম কৰে— 'ওঁ প্ৰাজাপত্যয়ে স্বাহা ইদং প্ৰাজাপত্যয়ে।' তাৰ পাছত উত্তৰৰ পৰা দক্ষিণলৈ ক্ৰমে সাতভাগ যবচূৰ্ণ, মণ্ডলাকাৰে মাটিত দি তাৰ ওপৰত এখিলা পাণ; কোনো কোনোৰ মতে দৰাই, কইনাৰ সোঁ ভৰিৰে এভাগ এভাগকৈ উত্তৰ দিশৰ পৰা অতিক্ৰম কৰাই যায়।

*বৰ হোম ঃ*

ওঁ পূনস্তাদিত্যা ৰুদ্ৰাবসবঃ সমিন্ধতাং পুণ ব্ৰহ্মানো বমুনীথ যজ্ঞৈঃ ...

দৰাই কব —"হে কইনা, তোমাৰ প্ৰাণ মোৰ প্ৰাণেৰে, তোমাৰ হাড় মোৰ হাড়েৰে, তোমাৰ মাংস মোৰ মাংসেৰে, তোমাৰ চৰ্ম মোৰ চৰ্মৰে আজি সংযোগ্ন কৰা হ'ল, আজিৰ পৰা আমাৰ দেহ এক স্বৰূপ হ'ল।" পাছত অম্বাৰম্ভ ব্যস্ত সমস্ত মহা ব্যাহৃতিৰ পৰা সৰ্ব প্ৰায়শ্চিত্ত হোম কৰি, অনিল অগ্নিক পূজা কৰে। পূজাৰ অন্তত ঠিয় হৈ 'শ্ৰুবশ্ৰুচ ঘৃতপূৰ্ণ 'কৰি 'পঞ্চাহুতি' প্ৰদান কৰে। 'পঞ্চাহুতি'ৰ শেষৰ থোলা বয়ো ধাৰা ফল পুষ্পান্বিত হ'ব লাগে। বসুধৰাৰ অন্তত পূৰ্ণপাত্ৰৰ সৈতে 'ব্ৰহ্মাদক্ষিণা' দিয়ে। তাৰ পিছত ৰজত কাঞ্চণেৰে হোমৰ, দক্ষিণাৰ শেষত ব্ৰহ্মাবিসৰ্জন, শান্তি কৰণ, ধূম বিসৰ্জন, ভষ্মালম্বন, প্ৰণীতা বিসৰ্জন, সৰশ্বৰ গ্ৰহণ, চন্দ্ৰ সূৰ্য্যাৰ্ঘ দান, অতিদ্ৰাৱধাৰণ, দেৱতা বিসৰ্জনাদি কাৰ্য সমাপন কৰি দক্ষিনাদি কাৰ্য শেষ কৰে।

দৰাক কইনাই মাল্যপ্ৰদান কৰা সময়ত আয়তীসকলে গায় ঃ

বাওঁ হাতৰ মালা ধাৰি সোঁহাতলৈ লোৱা
চন্দ্ৰ সূৰ্য্যক সাক্ষী কৰি ৰামৰ মূৰত দিয়া ।। ....

পুৰোহিতৰ মাংগলিক মন্ত্ৰোচ্চাৰণ, মালাপ্ৰদান, হোমাগ্নিত আখৈৰ আহুতি দান, লগুণ গাঁঠিৰ বন্ধন, সপ্তপদী গমন আদি যাৱতীয় শুভকাৰ্য সমাপন কৰাৰ সময়ত দৰাই কইনাদাতা, কইনাৰ মোমায়েক আৰু ভায়েকক একোযোৰকৈ 'মান কাপোৰ' দিয়াৰ নিয়ম। হোমৰ পাছত কইনাই দৰাক সেৱা কৰি নিজক পৰিপূৰ্ণভাৱে উছৰ্গা কৰে। আয়তীসকলে গায় —

ওলাই আহি আইদেৱে নাচাপিলে কায ।
স্বামী বুলি নাজানিলে নধৰিবা দোষ।।
গছো ৰঙা পাতো ৰঙা, ৰঙা নাৰ্জী ফুল।
ওচৰ চাপি বহা আইদেউ নাযায় জাতি-কুল ।। ...

লাহে লাহে কইনা বিদায়ৰ ক্ষণ আহি পৰে। এফালে দুজনৰ মিলন, আনফালে বিচ্ছেদৰ সূত্ৰপাত, এই দুই আনন্দ-বিষাদৰ মাজত আয়তী-বায়তীহঁতে এবাৰ হাঁহে, এবাৰ কান্দে। হাঁহি অশ্ৰুৰ এনে মিলন অতি করুণ আৰু বিচিত্ৰ। জিৰণীয়া মৌৰ দৰে লক্ষ্মী স্বৰূপা ৰবঘৰ শুবনি জীয়ৰী ছোৱালী লোকৰ ঘৰ শুৱাবলৈ ওলাই যাব লগা বিদায়ৰ মুহূৰ্তত আয়তীসকলে গায় :

হাতত পাণ বটা লৈ মাৰাক মাতাগৈ
মৰমৰ মা ঐ যাবলৈ ওলালো
যাবৰে সময়ত সেবাহে জনালো।
মৰমৰ দেউতা ঐ যাবলৈ ওলালো
বিদায়ৰ বেলাতে সেবাহে জনালো ।। ...

কইনা-ঘৰত শেষ পৰ্যায়ৰ নিয়মসমূহপালন কৰাৰ পাছত হিয়া দহি অহা কান্দোন চেপি ধৰি চেনেহৰ মাকে 'দুৱাৰ ধৰি' জীয়েকক উলিয়াই দিবলৈ ওলাই আহে। জীয়ৰী ওলাই গ'লে ঘৰখনৰ লক্ষীও হেনো তাইৰ লগতে যায়। সেয়েহে ওলাই যাওঁতে কইনাই আৰে চাউল এমুঠি ভঁৰাললৈ ছটিয়াই যোৱাতো নিয়ম। ভিতৰলৈ মুখ কৰি দুয়োখন হাত মেলি 'দুৱাৰ ধৰা' মাকৰ কাষলতিৰ তলেৰে, নতুন যাত্ৰাৰ সূচনাৰে, মংগল উৰুলি জোকাৰেৰে, ঘৰখনৰ আদৰৰ জীয়ৰীক বোৱাৰী সজাই এঘৰলৈ উলিয়াই দিয়াৰ সময়ত আয়তীসকলে গায় :

ৰবঘৰত কান্দিলে নেওঠনী যঁতৰ
মৰলত কান্দিলে ভনী ঐ ৰেণুমাই
বংশ জুৰি আছে কান্দোতা কোনো নাই ।। ....

'ৰাতি পুৱাল কি নুপুৱাল' সময়ত পিতৃ- মাতৃ আৰু জ্যেষ্ঠসকলক সেৱা কৰাই দৰা-ঘৰলৈ কইনাক উলিয়াই দিয়া হয়।

দৰা-ঘৰতো পদূলি মুৰত দৰাৰ মাকে দৰা-কইনাক আদৰে। কইনা সোমায়েই দুৱাৰ মুখতে থকা ভৰা পানী কলহ, ভৰা চাউলৰ পাচি বা খৰাহিত হাত ভৰাব লাগে। কইনা গৈ পূৰ্ণ হৈ থকা ভাতৰ চৰু দেখা পাব লাগে বাবে দৰা-ঘৰত ভাত ৰান্ধি থয়।

কইনাই দৰাৰ মাক-দেউতাকক মান ধৰি সেৱা কৰে। দৰাৰ মিতিৰ-কুটুম, দদাই-খুৰী, মামা-মামীসহ বংশৰ সপৰিয়ালকে চেলেং গামোচা আদিৰে মান ধৰে ।

দৰাৰ ঘৰত ডেকা গাভৰুহঁতে আঙঠি লৈ খেমালি কৰে। এটা দুণৰি বা খৰাহিত চাউল সম্পূৰ্ণকৈ থৈ দৰাৰ বা কইনাৰ হাতৰ আঙঠি এটা লুকুৱাই থয়। প্ৰথমে চাউলৰ মাজৰ আঙঠিটো কইনাক বিচাৰিবলৈ দিয়ে ; কইনাই নাপালে

দৰাক বিচাৰিবলৈ দিয়ে। দৰাই যদি আঙুঠিটো বিচাৰি পায়, তেতিয়া কইনাই উপস্থিত থকাসকলৰ আগত নাম এটা দি দৰাক আঙুঠিটো খুজিব লাগে। এইদৰে হাঁহি ধেমালিৰে বিয়া পৰ্ব শেষ হয়। বাহী বিয়াৰদিনা কইনাক ঘৰলৈ ঘূৰাই নিয়াৰ নিয়ম যদিও কইনা-ঘৰ দূৰণিবটীয়া হ'লে কইনাক মাকৰ ঘৰলৈ ঘূৰাই নিনিয়ে, দৰাৰ ঘৰতে নীতি-নিয়মসহ থাকে। বাহী বিয়াৰ পিছদিনা খোবা-খুবী অনুষ্ঠান অনুষ্ঠিত হয়। সন্ধ্যাতে গাঁৱৰ ৰাইজে মাহ-প্ৰসাদৰ শৰাই সজাই খোবা-খুবী পাতে। দৰা-কইনাই সেৱা জনাওঁতে গাঁৱৰ ডেকা গাভৰুহঁতে ঘৰৰ লাংখা-লাংখি বস্তু যেনে : জাকৈ, খালৈ, কুলা, পাচি, খৰাহি এইবোৰ দৰা-কইনাৰ গাত বান্ধে— যাতে তেওঁলোক উঠিব নোৱাৰে।

খোবা-খুবীত দৰা-কইনাক মুখলগা মন্ত্ৰ মাতি শুনায়। গাঁৱৰ ৰাইজক জা-জলপান, ভোজ-ভাতেৰে আপ্যায়িত কৰে। সেইদিনা দৰা-কইনাৰ মিলন ৰাতি।

আঠদিনৰ দিনা আঠমঙলা অৰ্থাৎ কইনা-দৰা মাকৰ ঘৰলৈ গৈ বংশ পৰিয়ালৰ লগত চা-চিনাকি হোৱা আৰু আঠখন তৰকাৰীৰে ভাত খোৱাৰ নিয়ম বৰ্তমানেও প্ৰচলিত।

***বুঢ়া বিয়া :***

ইয়াৰ উপৰিও উজনি অসমৰ ঠায়ে ঠায়ে বৈদিক পদ্ধতিত 'বুঢ়া বিয়া' পতাৰ নিয়ম আছে। বুঢ়া বিয়া হ'ল— ডেকা কালত নিজৰ পচন্দ অনুসৰি প্ৰেমাসক্ত হৈ ঘৰৰ অমতত মনে মনে ল'ৰা-ছোৱালীয়ে পতা বিয়া ।এনেধৰণৰ বিয়াত সময়মতে কোনো ধৰণৰ সামাজিক নীতি-নিয়ম পালন কৰা নহয়। কিন্তু হিন্দু ধৰ্ম আৰু আমাৰ সমাজ ব্যৱস্থা অনুসৰি অবিবাহিত হৈ থাকিলে হাড় শুচি নহয় আৰু কোনো ধৰণৰ বৈদিক কৰ্ম বা সমজুৱা সকাম-নিকামত সামাজিকভাৱে আগ ভাগ ল'ব নোৱাৰে বাবে বুঢ়া বয়সত, আনকি নিজৰ ল'ৰা-ছোৱালীৰ বিয়াৰ আগমুহূৰ্তত হ'লেও অনুষ্টুপীয়াকৈ হোম-যজ্ঞৰে বিবাহ কাৰ্য সম্পন্ন কৰে। এই বিয়াত দৰা নিজৰ ঘৰত থাকে আৰু কইনা গাঁৱৰে এঘৰত থাকি সম্পূৰ্ণ সামাজিক নিয়মেৰে বিবাহ কাৰ্য সমাধা কৰে। অনুষ্টুপীয়াকৈ অনুষ্ঠিত হ'লেও বুঢ়া বিয়াত ৰাইজৰ আনন্দ আৰু ৰং-ৰহইচ অধিক হোৱা দেখা যায়।

উল্লেখযোগ্য যে বৈদিক নিয়মৰ বিবাহ নিয়ম অনুযায়ী তিনিদিনীয়াকৈ হ'ব লাগে যদিও নিজৰ অৱস্থা আৰু সামৰ্থ্য চাই কোনো কোনো পৰিয়ালে দুদিনীয়া বা এদিনীয়াকৈয়ো নিৰ্দিষ্ট নিয়মেৰে বিবাহ কাৰ্য সমাপন কৰে ।



# শ্ৰীমন্ত শংকৰদেৱ সংঘৰ বিবাহ পদ্ধতি

ৰুক্মিণী বৰা

শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ বিবাহ পদ্ধতিৰ বিৱৰণ দিবলৈ হ'লে ইয়াৰ এটি চমু ইতিহাস সৰ্বসাধাৰণৰ জ্ঞাতাৰ্থে দিয়াটো প্ৰয়োজনীয়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ নব-বৈষ্ণৱ ধৰ্ম আন্দোলনৰ বিস্তৃত কাৰ্যসূচী বা আঁচনিসমূহে অসমীয়া সমাজখনৰ আন্তঃগাথনি সুদৃঢ় কৰাৰ বাবে একশৰণ নাম ধৰ্মক মূলমন্ত্ৰ হিচাপে লৈ অনুষ্ঠান ভেদে নাম-কীৰ্তন, পাঠ-প্ৰসঙ্গ, হৰি নাম আদি কাৰ্যসূচীৰে সৰ্বমঙ্গল কামনা কৰা হয়। শৰণ-ভজন আদি দীক্ষাৰ দ্বাৰা এটি নিৰ্দিষ্ট পথত গতি কৰাৰ নিৰ্দেশনাৰে এক সাত্বিক জীৱন-যাপনৰ যোগেদি সৰ্বাঙ্গসুন্দৰ সমাজত শান্তিৰ বাতাবৰণ গঢ়াটো আন এটি উদ্দেশ্য আৰু লক্ষ্য। সেয়েহে সমাজ ব্যৱস্থাৰ দৈনন্দিন বা নিত্য-নৈমিত্তিক অনুষ্ঠানসমূহ, যেনে— শুদ্ধি, অশৌচ পালন কাৰ্য, বিবাহ আদি মাঙ্গলিক কাৰ্যসমূহ সম্পাদন কৰাৰ ক্ষেত্ৰত মহাপুৰুষীয়া নীতি-আদৰ্শ সম্বলিত সংবিধানৰ মাধ্যমেদি আগবঢ়া হয়। শ্ৰীমন্ত শঙ্কৰদেৱ সংঘই গুৰুজনাৰ একশৰণ নাম ধৰ্মৰ বাণী প্ৰচাৰ-প্ৰসাৰৰ কাম সংঘৰ জন্ম লগ্নৰ পৰাই হাতত লৈছিল। কাৰণ প্ৰচুৰ সম্ভাৱনাময় এক শৰণ নাম ধৰ্ম মানৱ মাত্ৰৰে সৃষ্টি কৰ্ত্তাৰ লগত নিবিড় সম্পৰ্কৰ কথাকে সোঁৱৰায়— যিটো বিশ্বৰ অন্যান্য ধৰ্মৰ লগত মিল থকাটো পৰিলক্ষিত ।

অসম নামৰ এই সৰু ৰাজ্যখনৰ ভিন্নমুখী সমাজ ব্যৱস্থাক মহাপুৰুষ শঙ্কৰদেৱে নিৰ্দিষ্ট এটা পথেৰে গতি কৰোৱাৰ উদ্দেশ্যে পোন্ধৰ শতিকাতে যি সাহিত্য, কলা, কৃষ্টি-সংস্কৃতিৰ পোহাৰ মেলি ধৰ্ম ভাবাদৰ্শ দৰ্শনৰ বাণী প্ৰচাৰ কৰি গ'ল, সেই অমৰ সাহিত্য-সংস্কৃতি আজিৰ এই বিশ্বায়নৰ যুগতো গৱেষণাৰ সমল হৈ পৰিছে। সেয়েহে বিবাহ পদ্ধতি গুৰুজনাৰ বিস্তৃত কাৰ্যসূচীৰ এটি অনুমাত্ৰহে। অন্যহাতে ইয়াৰ লিখিত ৰূপ সৌ সিদিনা অৰ্থাৎ ১৯৩০ চনত শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ হাতত যদিও ইয়াৰ জন্ম এই প্ৰক্ৰিয়া গুৰু জনাৰে সৃষ্টি, যাৰ অন্তৰালত নিহিত হৈ আছে এটি হৃদয় বিদাৰক ঐতিহাসিক কাহিনী। নাম কীৰ্তনেৰে পৱিত্ৰ বিবাহ কাৰ্য সম্পাদন তথা, দৰা-কইনা উভয়ে উভয়ৰ ডিঙিত মাল্যাৰ্পণ কৰোৱা কাৰ্যৰ বিৰোধিতা কৰি ৰাজ আজ্ঞাৰে বুঢ়া

ৰজা প্ৰতাপ সিংহই মুকুন্দ গোহাঁইক শিৰশ্চেদ কৰোৱা ঘটনা মহাপুৰুষীয়া ধৰ্ম বুৰঞ্জীয়ে সাক্ষ্য দি আহিছে।

প্ৰাক্ শঙ্কৰী যুগৰ প্ৰচলিত নিয়ম-নীতি, যেনে— অগ্নি, বায়ু, বৰুণ, সূৰ্য, দুৰ্গা, লক্ষী, সৰস্বতী, কালী, চামুণ্ডা অথবা শিৱ, গণেশ আদি তেত্ৰিশ কোটি দেৱ-দেৱীৰ পূজা-অৰ্চনাত থকা যা-যজ্ঞ, বলি-বিধান বা দান-দক্ষিণা আদি ব্যৱস্থা পুৰুষানুক্ৰমে চলি অহা বিশ্বাসৰ বাহিৰে ব্যৱহাৰিক বা বৈজ্ঞানিক ভিত্তি নাই। সেইটো উপলব্ধি কৰি মহাপুৰুষ শঙ্কৰদেৱে সৃষ্টিকৰ্তা ভগৱানক অৰ্চন-বন্দন আদি নৱ-বিধ ভক্তিৰে গুণানুকীৰ্ত্তন কৰাৰ যোগেদি ইপ্সিত বিষয়ৰ সিদ্ধিলাভ কৰাৰ 'মহাগান' মানুহৰ অন্তৰত প্ৰবাহিত কৰাইছিল।

মহাপুৰুষীয়া ধৰ্মৰ একমাত্ৰ উপাস্য তত্ত্ব ভগৱন্ত কৃষ্ণদেৱৰ বাঙ্ময় মূৰ্ত্তি স্বৰূপ 'ভাগৱত' শাস্ত্ৰ যি কোনো মাঙ্গলিক কাৰ্যত বা অনুষ্ঠানত 'গুৰু আসন'ত স্থাপন কৰি সচৰাচৰ ভাগৱতৰ উদ্দেশ্যে অৰ্চনৰ সামগ্ৰী হিচাপে আগবঢ়োৱা এগছি 'বন্তি' থাকে। বিবাহ পদ্ধতিও এনে নিয়মৰে অধীন।

'গুৰু আসন' প্ৰতিষ্ঠা শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ প্ৰতিঘৰ গৃহস্থী তথা সমাজ ব্যৱস্থাত সামাজিক অনুস্থান পৰিচালনা কৰাৰ বাবে প্ৰথম তথা প্ৰধান কৰণীয়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ একশৰণ হৰি নাম ধৰ্মৰ আৰাধ্যজন যিহেতু পৰম পিতা ভগবান শ্ৰীকৃষ্ণ, তেৰাকেই গুৰু আসনত প্ৰতিষ্ঠা কৰি যি কোনো কাৰ্যৰ শুভাৰম্ভ কৰা হয়। ভাগৱত, কীৰ্তন, গুণমালা, ৰত্নাৱলী আদি যিহেতু তেৰাৰ গুণানুকীৰ্তনেৰে সমৃদ্ধ সেয়েহে বাঙ্ময় ৰূপত লিপিবদ্ধ হোৱা উক্ত পুথিসমূহ স্থানভেদে গুৰু আসনত প্ৰতিষ্ঠা কৰা হয়। শুভ্ৰ বস্ত্ৰ ও চন্দতাপেৰে আগুৰা যিকোনো স্থানৰে পূব দিশত গুৰু আসনৰ স্থান নিৰ্বাচন কৰা হয়। সমাজ ব্যৱস্থাত গাঁও, চহৰ, নগৰ আদিৰ নামঘৰত এই গুৰু আসন সাতখলপীয়াকৈ নিৰ্মান কৰা হয়। মাঙ্গলিক কাৰ্যৰ গুৰু আসন খনিৰ কাষত মাত্ৰ এগছি বন্তি জ্বলোৱা হয়। অন্যান্য ধৰ্মীয় স্থানৰ দৰে ইচ্ছানুযায়ী বন্তি জ্বলোৱা প্ৰক্ৰিয়া শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ নীতি বৰ্হিভূত। ইপ্সিত বিষয়ৰ সিদ্ধি লাভৰ বাবে সেৱকীয়ে একমাত্ৰ বন্তিগছিতে তেল ঢলাৰ ব্যৱস্থা কৰা হয়। অস্থায়ী গুৰু আসনত 'গুণমালা' পুথিখনকে সৰ্বসাধাৰণতে প্ৰতিষ্ঠা কৰা হয়। একনিষ্ঠ এজন সেৱকৰ নাম সমবেত ভকত বৈষ্ণৱৰ মাজৰ পৰা নিৰ্বাচন কৰা হয়, যিজনৰ কণ্ঠস্বৰত 'গুণমালা'ৰ আদি পংক্তিৰ পৰা শেষ পৰ্যন্ত অজানা শক্তিস্বৰূপ ভগবানৰ গুণৰাশি বৰ্ণিত পদসমূহ তাল-মান-লয়ত উপস্থাপন কৰি উপস্থিত থকা ভক্তবৃন্দৰ হৃদয় ভগৱত মুখী কৰা হয়। ধূপ, দীপৰ সুগন্ধি, শংখ, কাঁহ, ভোৰ-তাল, খোলৰ সমলয়ৰ মাজত হৰিধ্বনিৰে এক স্বৰ্গীয় বাতাবৰণ সৃষ্টি কৰি পুথিখনি যেন সৰগৰ পৰাহে নামি আহি আসনত অৱস্থান কৰেহি। গৃহস্থয়ো এই অনুষ্ঠানত আন্তৰিকতাৰে সমাজৰ ওপৰত শুভকাৰ্য ভাগি সুকলমে সমাধান কৰাৰ

দায়িত্ব অৰ্পণ কৰে আৰু সমাজেও গৃহস্থীখনিক উদ্ধাৰৰ বাবে দায়বদ্ধ হৈ পৰে। এইদৰেই শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ যিকোনো মাঙ্গলিক কাৰ্যৰ শুভাৰম্ভ কৰা হয়।

শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ যিকোনো মাঙ্গলিক কাৰ্য সমাধা কৰাৰ ক্ষেত্ৰত এই 'গুৰু আসন' প্ৰতিষ্ঠা কৰাটো অনিবাৰ্য। উপস্থিত সঙ্গী বাপ, আই সমস্তই পৰিধান কৰা আভৰণ পুৰুষৰ ক্ষেত্ৰত ধুতী-পাঞ্জাবী, চেলেং, গামোচা আদি আৰু মহিলাৰ ক্ষেত্ৰত মেখেলা-চাদৰ, ৰিহা, গামোচা আদি নাম কীৰ্তনস্থলিত ব্যৱহাৰ্য। প্ৰসঙ্গ প্ৰণালীৰে আৰম্ভ কৰা অনুষ্ঠানভাগিত নাম কীৰ্তন বা ভাগৱত পাঠৰ অন্তত প্ৰসাদ, মহাপ্ৰসাদ আদিৰ ব্যৱস্থা কৰা হয়। প্ৰসাদ হিচাপে অসমীয়া গ্ৰাম্য জীৱনৰ সহজলভ্য খাদ্য সম্ভাৰ, যেনে— মাহ, কল, কুঁহিয়াৰ, আম, কঠালকে আদিকৰি ফলাহাৰ আগবঢ়োৱা হয়। মহাপ্ৰসাদ বা অনুষ্ঠান ভেদে একসিদ্ধ(খিচিৰি)ৰ ব্যৱস্থা কৰা হয়। মহাপ্ৰসাদ হৈছে নিৰামিষ অন্ন। সংঘৰ নীতি অনুসৰি শৰণ-ভজন লোৱা বাপ-আই সমস্তৰ দ্বাৰাহে অন্ন সিজোৱাৰ ব্যৱস্থা কৰা হয়। অনাসঙ্গী লোকৰ দ্বাৰা মহান্ন ৰান্ধিবলৈ দিয়া নহয়।

শ্ৰীমন্ত শঙ্কৰদেৱ সংঘই পালন কৰা আন এটি উল্লেখযোগ্য দিশ হ'ল সংঘৰ সঙ্গী বাপ-আই সমস্তৰ গৃহস্থীৰ প্ৰতিজন সভ্য-সভ্যাকে সামাজিকভাবে পুৰুষ হ'লে 'বাপ' আৰু মহিলা হ'লে 'আই' সম্বোধন কৰা হয়। এজন বা এগৰাকী চেমনীয়াকো যুৱক-যুৱতী বা বয়োবৃদ্ধ-বয়োবৃদ্ধা একোজনে 'আই' বা 'বাপ' বুলি সম্বোধন কৰে। 'আই' শব্দ মাতৃৰ সমাহাৰ আৰু 'বাপ' শব্দ পিতৃৰ সমাহাৰ। অৰ্থাৎ একোখন সংঘবদ্ধ সমাজৰ প্ৰতিজন ব্যক্তিয়েই যেন এটা বৃহৎ পৰিয়াল— য'ত আছে সম্ভাৱ, সদাচাৰ, আত্মীয়ভাৱৰ সামাজিক বন্ধন। সৎসঙ্গৰ মিলন ভূমিত মিলিত হোৱা ব্যক্তি বিশেষ; যাক মহাপুৰুষৰ ধৰ্মীয় বান্ধোনেৰে একশৰণ হৰি নাম ধৰ্মত নিমজ্জিত কৰি ৰাখিছে। সেয়েহে 'কলিত হৰি নামে সাৰ' বুলি বুজি পোৱাসকলে সহজ-সৰল এই ধৰ্ম অনুশীলন কৰে।

এই সন্দৰ্ভত বিবাহ সম্বন্ধীয় আইনগত কথাৰ থুল-মূল আভাষ এটিৰ প্ৰয়োজন। যিহেতু চিৰাচৰিত প্ৰথা হ'লেও প্ৰাচীন সিন্ধু শাস্ত্ৰই স্বীকৃতি দিয়া বিবাহ সম্বন্ধে সৰ্বসাধাৰণ লোক অজ্ঞাত। প্ৰাচীন হিন্দু শাস্ত্ৰই আঠ প্ৰকাৰৰ বিবাহক স্বীকৃতি দিছিল। তাৰে চাৰি প্ৰকাৰ অনুমোদিত (Approved) আৰু উৎকৃষ্ট। বাকী চাৰি প্ৰকাৰ অননুমোদিত (Unapproved) আৰু নিকৃষ্ট। অনুমোদিত প্ৰকাৰ— (১) ব্ৰাহ্ম (২) দৈব (৩) আৰ্ষ (৪) প্ৰাজাপত্য। অননুমোদিত প্ৰকাৰ— (১) আসুৰ (২) গান্ধৰ্ব (৩) ৰাক্ষস (৪) পৈশাচ।

(১) গুণৱান পুত্ৰক আমন্ত্ৰণ কৰি আনি কন্যাদান কৰাক ব্ৰাহ্ম বিবাহ বোলে।

(২) যজ্ঞ কৰ্মত নিযুক্ত থকা ঋত্বিকক দক্ষিণাৰূপে কন্যাদান দৈৱ বিবাহ।

(৩) দৰাৰ পৰা এটা বলধ, এজনী গাই কিম্বা দুযোৰ গাই-বলধ লৈ কন্যাদান কৰাক আৰ্ষ বিবাহ বোলে।

(৪) 'দুয়ো মিলি ধৰ্ম আচৰণ কৰি থাকিবা' বুলি কৈ কন্যাদান কৰাক প্ৰাজাপত্য বিবাহ বোলে।

(৫) মাক-বাপেকে নজনাকৈ বা তেওঁলোকৰ অনুমতি নোহোৱাকৈ সকামা নাৰী-পুৰুষৰ অনুৰাগ বশতঃ মিলন হৈ হোৱা বিবাহ— গান্ধৰ্ব-বিবাহ ।

(৬) ধন দি কিনি কন্যা বিবাহ কৰিলে তাক আসুৰ বিবাহ বোলে।

(৭) যুদ্ধ কৰি বলপূৰ্ব্বক কন্যা হৰণ কৰি নি বিবাহ কৰিলে ৰাক্ষস বিবাহ বোলে।

(৮) কন্যাক নিদ্ৰিত অৱস্থাত নিচা খাই অচেতন হৈ থকা অৱস্থাত কিম্বা প্ৰমত্ত অৱস্থাত নিৰ্জনত উপভোগৰ দ্বাৰা দূষিত কৰি বিবাহ কৰাক পিশাচ বিবাহ বোলে। উক্ত আঠ প্ৰকাৰ বিবাহৰ ভিতৰত বৰ্তমান প্ৰচলিত আইনে মাত্ৰ দুই প্ৰকাৰৰ বিবাহক স্বীকৃত দিয়ে। (১) ব্ৰাহ্ম আৰু (২) আসুৰ।

শ্ৰীমন্ত শঙ্কৰদেৱ সংঘই সৰ্বসাধৰণ বিবাহ কাৰ্যৰ দৰে বিবাহৰ দিন-বাৰ, তাৰিখ, যাত্ৰা বা লগ্ন, দৰা-কইনাৰ ৰাহি-যোৰা আদি কাৰ্যসমূহ জ্যোতিষ শাস্ত্ৰ বা কোনো জ্যোতিষীৰ গণনাৰে নিৰ্দ্ধাৰণ নকৰে। দৰা-কইনা দুই গৃহস্থীৰ সুবিধা অনুযায়ী বছৰৰ যিকোনো মাহৰে এটি দিন বিবাহৰ বাবে নিৰ্দ্ধাৰণ কৰে। শৰাই পেলোৱা, আঙঠি পিন্ধোৱা আদি অনুষ্ঠান বিবাহ কাৰ্যৰ প্ৰাৰম্ভিক প্ৰস্তুতি হিচাপে সামাজিকভাৱে বিবাহ কাৰ্য সম্পন্ন কৰাৰ ক্ষেত্ৰত এই অনুষ্ঠান দুটিক প্ৰধান পদক্ষেপ হিচাপে গণ্য কৰা হয়। দৰা-পক্ষই পৰিয়ালৰ নিকটতম সম্পৰ্কীয় লোকৰ ব্যক্তি বিশেষৰ লগত সমাজৰো দুই এজন মুখিয়ালৰ সৈতে অসমীয়া সমাজ ব্যৱস্থাৰ সৰ্বোত্তম সন্মান বহনকাৰী শৰাই এখনিত গুৱা-পাণৰ লগত মাননিসহ কইনা-ঘৰলৈ যায়। দৰা আৰু কইনাৰ দুয়োখন গৃহস্থীৰ সন্মতি সাপেক্ষে এই কাৰ্যভাগি সৰ্বাসাধাৰণতে অনুষ্টুপীয়াভাৱে কইনা-ঘৰত সম্পন্ন কৰা হয়। বিবাহ কাৰ্যৰ বিভিন্ন দিশ আলোচনা-সমালোচনাৰে দুইপক্ষই বিবাহ-বন্ধন সৌহাদ্যপূৰ্ণভাৱে এই অনুষ্ঠানতে সমাধা কৰাত প্ৰতিশ্ৰুতিবদ্ধ হয়

আৰু দুইপক্ষই বিবাহৰ পৰৱৰ্তী কাৰ্যৰ পৰিকল্পনা কৰে। এই অনুষ্ঠানৰ পিছতে কইনাক দৰা-পক্ষই আঙঠি পিন্ধোৱা অনুষ্ঠান এটিও অনুষ্ঠিত কৰা হয়। অৱশ্যে এই অনুষ্ঠান বাধ্যবাধকতামূলক নহয়। প্ৰয়োজনবোধ নকৰিলে দুয়ো পক্ষই এই অনুষ্ঠান উদ্‌যাপন নকৰিবও পাৰে।

শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ বিবাহ পদ্ধতিত "অমুকৰ গুণৱান পুত্ৰ শ্ৰীমান ........ৰ লগত আমাৰ কন্যা শ্ৰীমতী ...........ক বিবাহ দিবৰ কাৰণে আমন্ত্ৰণ কৰি অনা হৈছে" এনে বাক্য আছে। সেয়েহে এই বিবাহক ব্ৰাহ্ম বিবাহ বুলি ধৰা হয়। ১৯৫৫ চনৰ হিন্দু বিবাহ আইন মতে দৰা আৰু কইনা যিকোনো পক্ষৰ প্ৰচলিত প্ৰথা অনুযায়ী ধৰ্মীয় আচাৰ আৰু ক্ৰিয়া পদ্ধতিৰে বিয়া হ'ব পাৰে। উক্ত আইনৰ ৭/১ দফাত কোনো এক বিশেষ ধৰণৰ ক্ৰিয়া-পদ্ধতি সকলো বিয়াতে বাধ্যতামূলকভাবে অনুসৰণ কৰিবলৈ নিৰ্দেশ দিয়া নাই। ৭/২ দফাত কোৱা হৈছে যে "য'ত প্ৰচলিত প্ৰথানুযায়ী ধৰ্মীয় আচাৰ আৰু ক্ৰিয়া পদ্ধতিত 'সপ্তপদী' গমনৰ ব্যৱস্থা থাকে, তাত সপ্তম খোজ লোৱাৰ লগে লগে বিয়াখন সম্পূৰ্ণ আৰু অৱশ্যপালিত বন্ধনত পৰিণত হয়। আইনখনে প্ৰাচীন শাস্ত্ৰীয় বিবাহ পদ্ধতিকো এটা চলিত প্ৰথা বুলিহে গণ্য কৰিছে। এই সন্দৰ্ভত আইনখনে দিয়া ব্যাখ্যা এনে ধৰণৰ— 'প্ৰথা(Custom) আৰু ব্যৱহাৰ(Usage) কথাটোৱে এনে যি কোনো নিয়মক বুজায় যি নিয়মে দীৰ্ঘকাল ধৰি একেলেথাৰিয়ে আৰু একে ধৰণে পালিত হৈ থকা বাবে কোনো বিশেষ অঞ্চল, ফৈদ, সম্প্ৰদায়, দল, গোষ্ঠী বা পৰিয়ালভুক্ত হিন্দুসকলৰ মাজত আইনৰ মৰ্যদা লাভ কৰিছে। অৱশ্যে সেই নিয়ম নিশ্চিত হ'ব লাগিব, অযুক্তিকৰ হ'ব নালাগিব আৰু ৰাজহুৱা ন্যায়-নীতিৰ পৰিপন্থী হ'ব নালাগিব।

শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ বিবাহ পদ্ধতিত ওপৰত উল্লেখ কৰা মতে স্থাপন কৰা 'ভাগৱত'ৰ সমুখত দৰা-কইনাক 'সপ্তপদী গমন' কৰোৱা হয়। দৰা-কইনাৰ দাম্পত্য জীৱনৰ কল্যানাৰ্থে ভগৱন্তৰ কৃপা বিচাৰি স্তুতি-প্ৰাৰ্থনাও জনোৱা হয়। তদুপৰি এই পদ্ধতিভুক্ত সম্প্ৰদান, পাণি গ্ৰহণ, অভিমন্ত্ৰণ, শৰীৰ স্পৰ্শণ, যৌতুক দান আদি অনুষ্ঠান প্ৰণালীবদ্ধভাবে নিৰ্দিষ্ট বাক্য উচ্চাৰণৰে ক্ৰমাগতভাবে আগবঢ়া কাৰ্য প্ৰাচীন শাস্ত্ৰীয় প্ৰথাৰেই অনুসৰণ মাত্ৰ। অৱশ্যে সংঘৰ প্ৰথাটো এটা স্বতন্ত্ৰ প্ৰথা বুলিয়েই ধৰি ললেও ই আইন সিদ্ধ প্ৰথা বুলিয়েই স্বীকৃত হ'ব। কাৰণ এই প্ৰথামতে দীৰ্ঘকাল ধৰি সংঘই ইয়াৰ সঙ্গীসকলৰ মাজত একেলেথাৰিয়ে আৰু একে নিয়মে বিবাহ কাৰ্য চলাই আহিছে। এই ক্ষেত্ৰত প্ৰণিধানযোগ্য যে কোনো এটা প্ৰথাই আইনৰ মৰ্যদা লাভ কৰিবলৈ কিমান বছৰ হ'ব লাগিব সেই বিষয়ে ১৯৫৫ চনৰ হিন্দু বিবাহ আইন খনত কোনো নিৰ্দিষ্ট সময় সীমা বান্ধি দিয়া নাই। কৰ্তৃত্ব সম্পন্ন ন্যায়ালয়ৰ সিদ্ধান্ত অনুসৰি যেতিয়া এটা প্ৰথা আৰম্ভ কৰা হয় আৰু সেই প্ৰথা একেৰাহে ৩০ বছৰ ধৰি চলি থকাৰ

প্ৰমাণ হয়, তেতিয়া সেই প্ৰথাই আইনৰ দৃষ্টিত সম্পূৰ্ণ আইনগত মৰ্যদা লাভ কৰা বুলি স্বীকৃত হয়।

সংঘভুক্ত সমাজখনৰ বাবে বিবাহ পদ্ধতিৰ নিয়ম-কানুনসমূহ বাধ্যতামূলক আৰু অৱশ্য পালনীয়। বিবাহ কাৰ্যৰ শুভাৰম্ভণ হয় বিয়াৰ আগদিনা— যাক কোৱা হয় 'অধিবাস'। দৰা-কইনা দুয়োঘৰত যথা নিয়মে 'গুৰু আসন' প্ৰতিষ্ঠা কৰি নাম-প্ৰসঙ্গ কৰা হয় আৰু 'গুৰু আসন'ৰ সাত্বিকতা আৰু গাম্ভীৰ্য ৰক্ষা কৰি শুভকাৰ্য— শুভ বিবাহৰ বাবে সমাজৰ আশিস দৰা-কইনা সমন্বিতে পৰিয়াল-বৰ্গ, জ্ঞাতি-কুটুম্বই গ্ৰহণ কৰে। ভগবানৰ নামত উছৰ্গিত মহাপ্ৰসাদ আৰু সাধ্যানুসাৰে গৃহস্থই আগবঢ়োৱা জলযোগেৰে সিদিনাৰ কাৰ্যসূচীৰ সমাপ্তি ঘটে। দ্বিতীয় দিনা অৰ্থাৎ বিয়া দুদিনীয়া হ'লে, সেই দিনটোতে কইনাক জোৰণ পিন্ধোৱা পৰ্বৰ প্ৰস্তুতি চলে। দৰা-কইনা উভয়ৰ ঘৰতে গাঁও বা চহৰীয়া সমাজে বাপ-বান্ধৱ, ভকত-বৈষ্ণৱ নিমন্ত্ৰণ কৰি জোৰণ পিন্ধোৱা পৰ্বত উভয়ৰে বাসগৃহত বাইজ সমবেত হয়। দৰাৰ ঘৰৰ পৰা নিৰ্দ্দিষ্ট সময়ত ৰভা-তলিত সমবেত হোৱা ভকতে এষাৰি ঘোষাৰে আশীৰ্বাদ দি, সদলবলে যাবলগীয়া জোৰণৰ দলটিক আশীৰ্বাদ দি শুভগমন জনায় আৰু কইনাৰ ঘৰ পোৱাৰ পিছত তাত সমবেত ভকত-বৈষ্ণৱে ৰভা-তলিত সমবেত হৈ সামাজিকভাৱে আদৰণি আৰু শুভেচ্ছা জনায়।

কইনাৰ ঘৰত নামতীৰ বিয়ানামৰ বোল উঠে। কইনাক সজাই-পৰাই সমাজৰ আগলৈ উলিয়াই অনা হয়। সমবেত ভকতবৃন্দই আশীৰ্বাদ দিয়াৰ পিছত কইনাই ঠাই ভেদে সমূহীয়া বা ব্যক্তিগতভাৱে দৰাৰ ঘৰৰ জ্যেষ্ঠজনক সেৱা জনায়। দুয়োখন সমাজৰ আলাপ- আলোচনা মৰ্মে অতি সৌহাদ্যপূৰ্ণভাৱে আদৰ আপ্যায়নৰে জোৰণৰ দলক ঘূৰাই পঠোৱা হয়। এই সন্দৰ্ভত কব পাৰি যে শঙ্কৰদেৱ সংঘৰ বিবাহ কাৰ্য— স্থান-কাল-পাত্ৰভেদে দিনটোৰ যিকোনো সময়তে দৰাৰ যাত্ৰা কাৰ্য সম্পন্ন কৰিব পাৰি। সাধাৰণতে সৰহ সংখ্যক অসমীয়া সমাজে ৰাতিলৈহে বৰ-যাত্ৰাৰ সময় নিৰ্দ্ধাৰিণ কৰে যদিও দূৰ-দূৰণিৰ দৰা বা কইনাৰ ক্ষেত্ৰত দিনৰ আগবেলাতে বিবাহ কাৰ্য সম্পাদন কৰি দৰা বা কইনাৰ ঘৰত নিমন্ত্ৰিত অতিথিসকলক আপ্যায়ন কৰা হয়। সৰ্বসাধাৰণতে জোৰণৰ দিনা গধূলি আনুষ্ঠানিকতা হিচাপে পানীতোলা কাৰ্য এক আড়ম্বৰপূৰ্ণভাৱে গায়ন-বায়ন, ঢোল, খোল, তাল, নৃত্য আদিৰে উদ্‌যাপিত কৰা হয়, দৰা-কইনাক গা-ধুওৱা হয় নিৰ্দিষ্ট নিয়মেৰে আৰু ৰভা-তলিত বহুৱাই ৰভা-তলিৰ মধ্যমণি ৰূপে সকলোৱে আশীৰ্বাদ দিয়ে। সিদিনাৰ কাৰ্যসূচীও সিমানতে শেষ হয়।

উল্লেখযোগ্য যে আমপাত আমডালিৰ ব্যৱহাৰ আৰু ফুলৰ মালা অঁৰা, কল পুলি পোতা, পানীতোলা আদি কাৰ্যবোৰত কোনো বাধা নাই, যদিহে সংঘৰ মূল নীতি— একশৰণ বিৰোধী যাগ-যজ্ঞ, পূজা-পাতল, তামোল-পাণ, পইচা, এঁৰা সূতা

আদি জলদেৱতাক অৰ্চনা কৰি পানীতোলা কাৰ্য নকৰে। তেনে ক্ষেত্ৰত বিবাহৰ বাবে সমবেত হোৱা সমাজৰ ব্যক্তিসকলে শুভদিনৰ শুভ সময়বোৰত এনে ধৰণৰ নীতি-কাণ্ঠাৰে বিয়া-ঘৰত উৎসৱ মুখৰ পৰিৱেশ সৃষ্টি কৰি স্ফূৰ্তি কৰে। তৃতীয় দিনা অৰ্থাৎ অধিবাসৰ দিনটো বাদ দিলে দ্বিতীয় দিনা নিৰ্দিষ্ট সময়ত দৰা আহি কইনাৰ ঘৰ পোৱাৰ পিছত বাটচ'ৰাতে কন্যাদাতাই আসন দি দৰাক আদৰিবলৈ যাওঁতে ধূপ, দীপ, মালা, চন্দন লগত নিয়ে। এইদৰে আদৰিবলৈ যাওঁতে গায়ন-বায়নৰ যোৱাই দুৱাৰ মুখৰ পৰা গায়নৰ ঘাট মাৰি কন্যাদাতা সমন্বিতে কন্যা-ঘৰত সমবেত লোকসকলক দৰাৰ ওচৰলৈ আগুৱাই লৈ যায়।

প্ৰথম মালা শিৰত দি চন্দনৰ এটি ফোঁট দি কন্যাদাতাই 'বিষ্ণু স্বৰূপ দৰাক' নমস্কাৰ জনাই সমুখত ধূপ-দীপ ঘূৰাব, দৰায়ো প্ৰতি নমস্কাৰেৰে সম্ভাষণ জনোৱাৰ পিছত কন্যাদাতাই সোণৰ আঙঠি(সম্ভৱ হ'লে) পিন্ধাই দৰাক আলিঙ্গন কৰি দুগালত চুমা যাচে। লগতে আয়তীসকলে মঙ্গল উৰুলিৰে আদৰণি কাৰ্য আগুৱাই নিয়ে। এই অনুষ্ঠানতে পৰিয়ালৰ নিকটতম সৰু, ডাঙৰ, পুৰুষ, মহিলাই সম্ভৱ স্থলত উপহাৰ বা একোখনকৈ গামোচাৰে দৰা আদৰে। দুয়োফালৰ মহিলাসকলে বিয়া নামৰ জাউৰি তোলে। ইয়াৰ পিছত দৰাক কইনা-ঘৰৰ ৰভা-তলিলৈ আদৰি অনা হয়। ৰভা-তলত সমবেত ভকতবৃন্দই হৰিধ্বনিৰে দৰাৰ সেৱা কাৰ্যৰ সঁহাৰি জনায়। দৰাই গুৱা-পাণৰ শৰাইৰে সমাজক মাননি জনায়। উপস্থিত সমাজুৱাৰ এজন অভিজ্ঞ ভজনীয়া সঙ্গীক বিবাহ কাৰ্য পৰিচালনা কৰিবলৈ নিৰ্বাচন কৰা হয় আৰু কইনাক বিবাহ মণ্ডপলৈ আনিবলৈ নিৰ্দেশ দিয়া হয়। দৰাৰ ভাই-ভনী, বন্ধু-বান্ধৱ, সমন্বিতে এটি দলে হাতত পাণ-তামোলৰ বটা লৈ কইনা খুজিবলৈ গৈ আগতীয়াকৈ কইনা চোৱাৰ আনন্দ লাভ কৰে।

কইনাক তেতিয়া সমাজলৈ উলিয়াই অনা হয় আৰু 'গুৰু আসন'ত প্ৰতিষ্ঠিত ভাগৱতলৈ ভক্তিপূৰ্ণ সেৱা নিবেদন কৰে, সমাজে আশীৰ্বাদ দিয়ে। বিবাহ পৰিচালকে বিবাহ সম্পৰ্কীয় আইনগত কথাখিনি উপস্থিত সুধী-বৃন্দক বুজাই দিয়াৰ পিছত দৰা-কইনাই আঁঠুলৈ 'তুমি চিত্ত বৃত্তি মোৰ....' প্ৰাৰ্থনাটি গাই শেষ হোৱাৰ লগে লগে ভাগৱতলৈ চাই সেৱা কৰে আৰু সমাজে হৰিধ্বনি কৰে।

ইয়াৰ পিছতে সম্প্ৰদান কাৰ্যসূচী সম্পাদনৰ বাবে কন্যাদাতাই ভাষ্য আগবঢ়ায় "হে সুধীবৃন্দ আজিৰ এই শুভ দিনটোত শ্ৰী/প্ৰয়াত ............ৰ গুনবান পুত্ৰ শ্ৰীমান............ক আমাৰ কন্যা শ্ৰীমতী.............ক বিবাহৰ বাবে আমন্ত্ৰণ কৰি অনা হৈছে। সমাজে উচিত বিধানেৰে বিবাহ কাৰ্য সম্পাদন কৰে যেন।" দৰাৰ অভিভাৱকেও অনুৰূপ বিবাহ কাৰ্য সম্পন্ন কৰিবলৈ সমাজক আহ্বান জনায়। কন্যাদাতাই বিবাহৰ মাহ, তাৰিখ, তিথি উল্লেখ কৰি 'বিষ্ণুৰূপ দৰা'ক তেওঁৰ সালঙ্কিতা কন্যাক সম্প্ৰদান কৰিলো বুলি কইনাৰ সোঁহাত— দৰাৰ সোঁহাতত লগ লগাই দিয়ে। দৰায়ো লগে

লগে কন্যাদাতাৰ মহান দান শুদ্ধ চিত্তে গ্ৰহণ কৰা বুলি কৈ কইনাক উপলক্ষ কৰি কয়— "হে আয়ুষ্মতী মই ধৰ্ম, অৰ্থ, কাম, মোক্ষ, এই চতুৰ্বৰ্গ সাধনাত তোমাক সাৰথি কৰিম, ............আজিৰ পৰা তুমি মোৰ সহধৰ্মিনী।" ইয়াৰ পিছত দুয়ো দুয়োকে মাল্যাৰ্পণ কৰে। আয়তীসকলে উৰুলি দিয়ে আৰু সমজুৱাৰ হৰিধ্বনি 'অ' হৰি অ' ৰাম'ৰে এই কাৰ্যৰ সামৰণি মাৰি আসন গ্ৰহণ কৰে। ইয়াৰ পিছত দৰা-কইনা উভয়ৰে সম্ভাষণ বা বাক্য উচ্চাৰণৰে 'শপত নামা' পাঠৰ পিছত কন্যাদাতাই এযোৰ বাচন উছৰ্গা কৰে। মামাৰ সাজ প্ৰদান, কন্যাদাতাৰ মঙ্গল বচন, দৰাৰ সখিৰ শুভেচ্ছাবাণী, পাণি গ্ৰহণ, সপ্তপদী গমন, শৰীৰ স্পৰ্শ, অভিমন্ত্ৰণা আদি অনুষ্ঠানেৰে বিয়াৰ কাৰ্যসূচী আগবাঢ়ি যায়। বিবাহ পৰিচালকে এই কাৰ্যসূচী আগবঢ়াই নিয়ে। নিৰ্বাচিত দুই ফাঁকি ঘোষা গাই তাৰ তাৎপৰ্য বাখ্যাৰে অনুষ্ঠান সামৰা হয়। দৰা-কইনাই সেৱা লয়, সমাজে হৰিধ্বনি কৰে। পৰিচালকৰ সহযোগত ভকতবৃন্দই "অচিন্ত্য অনন্ত শকতিৰ পতি হৰি হৰি হৰি হৰি এ............তযু পদ সেৱা পৰম অমিয়া ৰস" প্ৰাৰ্থনা গাই শেষ কৰি দুয়ো 'গুৰু আসন'লৈ চাই সেৱা জনায়। হৰিধ্বনিৰ লগে লগে গুৰু স্মৰণৰ গুৰু ভটিমাৰে—

"শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ
জানা যেন কল্পতৰু
তাহান্ত বিনাই নাই নাই নাই
আমাৰ পৰম গুৰু"

এই বন্দনাৰে শ্ৰীমন্ত শংকৰদেৱৰ সংঘৰ বিবাহ কাৰ্য সামৰণি মৰা হয় আৰু কইনা-দৰাক ৰভাস্থলিৰ পৰা কইনাৰ মাকে ভিতৰলৈ আদৰি নি মহান্ন খাবলৈ দিয়ে। কইনা-ঘৰৰ আয়তী আৰু যুৱতীসকলে দৰা-কইনাক হাস্যমুখৰ কৰি তুলিবৰ বাবে দুই চাৰিটা সৰু সৰু খেলৰ অৱতাৰণা কৰে। তাৰ ভিতৰত চাউলৰ খৰাহিৰ মাজত আঙঠি লুকোৱা, আঙঠি বিচাৰি উলিওৱা, কাঁহীত চাকিৰে সৈতে তামোল-কটাৰী ঘূৰোৱা আদিয়ে প্ৰধান । কইনাৰ ঘৰত পালন কৰিবলগীয়া নিয়মসমূহ শেষ হোৱাৰ পাছত পুৱতি নিশা বা পুৱাৰ লগে লগে দৰা-ঘৰলৈ কইনাক লৈ যোৱা হয়।

দৰা-ঘৰৰ পদূলিৰ তোৰণত কইনাক আদৰিবলৈ দৰা-পক্ষৰ পৰা মাক প্ৰমুখ্যে আত্মীয়সকলে আদৰণি জনাই কইনাক ভিতৰলৈ লৈ যায়। অসমীয়া সমাজৰ ৰীতি মতে লক্ষ্মীসমৃদ্ধ বোৱাৰীৰূপে কইনাগৰাকীয়ে গৃহ প্ৰৱেশৰ সময়ত ঘৰৰ চাললৈ চাউল ছটিয়ায় আৰু আয়তীসকলে মঙ্গল উৰুলিৰে গৃহ প্ৰৱেশ কৰোৱায়। কইনা-ঘৰীয়া অতিথিক আদৰ সম্ভাষণ জনাই দৰা-পক্ষই আপ্যায়িত কৰে আৰু কইনাই দৰা-পক্ষৰ নিকটতমসকলক মান্যানুসাৰে মান ধৰে। তাৰ পাছতে কইনাক ৰান্ধনি-ঘৰ গছকোৱা

হয় আৰু খোবা-খুবী অনুষ্ঠান পাতে। এই অনুষ্ঠানটিক হাস্যমুখৰ কৰি তুলিবৰ বাবে আয়তী, যুৱক-যুৱতীসকলে দৰা-কইনাৰ ব্যস্ততাৰ সুযোগ লৈ দৰাৰ ধুতীৰ পোনত আৰু কইনাৰ আঁচলত দীঘল ৰছীৰে জাকে-খালে, কুলা-চালনি বান্ধি পৰিৱেশটো আনন্দমুখৰ কৰি তোলে। অতি দূৰণিবটীয়া নহ'লে কইনাক বিহিত নিয়ম-নীতিৰ পিছত ঘৰলৈ উভোতাই নিয়া হয়। দৰা-ঘৰত কইনাক ৰাখিবলগীয়া হ'লে বিবাহ আৰম্ভ হোৱাৰ আঠদিনৰ মূৰত কইনাসহ দৰা-কইনা আঠমঙলাৰ বাবে কইনাৰ ঘৰলৈ যায়। আঠমঙলাত অন্নবলগত আঠখন ব্যঞ্জন আৰু পঞ্চামৃতসহ সাধাৰণতে ভাত-পিঠা খুওৱা হয়। ভাত-পিঠা হৈছে চাউলৰ গুড়ি পানীৰে সানি উতলি থকা পানী-কেৰাহীৰ ওপৰত চালনী ধৰি হাতেৰে পানী সনা পিঠাখিনি মোহাৰি তললৈ সৰকাই সিজাই বনোৱা পিঠা। আঠমঙলাত ভাত-পিঠা এক অপৰিহাৰ্য পথ্য। আঠমঙলাৰ অন্তত দৰা-কইনা দৰাৰ ঘৰলৈ গৈ পুনৰ তিনিদিনৰ মূৰত ঘৰ উঠা পৰ্বৰ বাবে কইনা-ঘৰলৈ যায় আৰু বিবাহৰ আনুষ্ঠানিকতাৰ ইমানতে সামৰণি পৰে ।



সহায়ক গ্ৰন্থ ঃ শ্ৰীমন্ত শংকৰদেৱ সংঘৰ বিবাহ পদ্ধতি।

(শ্ৰীমন্ত শংকৰদেৱ সংঘৰ দ্বাৰা অনুমোদিত আৰু শ্ৰী হৰিপ্ৰসাদ হাজৰিকাৰ দ্বাৰা প্ৰকাশিত ; ১৬শ সংস্কৰণ।)

## 'শতদল'ৰ অন্যান্য গ্ৰন্থ

### (১) অসমৰ মাঘবিহু

সম্পাদনা ঃ ড° নবীন চন্দ্ৰ শৰ্মা
পৰিৱেশক ঃ শ্ৰী ৰাজেন্দ্ৰ মোহন শৰ্মা, চন্দ্ৰ প্ৰকাশ
গুৱাহাটী- ৭৮১০০১
প্ৰকাশ ঃ ২০০০ চন।
মূল্য ঃ ৮০.০০ টকা।

### (২) কাতিবিহুৰ ৰূপৰেখা

সম্পাদনা ঃ ড° যতীন মিপুন
প্ৰকাশক ঃ শ্ৰী ব্ৰজেন্দ্ৰ নাথ ডেকা, বিশাল প্ৰকাশন।
গুৱাহাটী - ৭৮১০০৩
প্ৰকাশ ঃ ২০০৩ চন।
মূল্য ঃ ১৫০.০০ টকা

